# সত্যৰঞ্জন অমনিবাস

১

সত্যৰঞ্জন কলিতা






ইষ্টাৰ্ণ বুক এজেঞ্চি
পুস্তক প্ৰকাশক আৰু বেচোঁতা
৮-চি, টেমাৰ লেন, কলিকতা-৭০০ ০০৯

কাল অমানিশা ঃ ১
মরণ বৃক্ষ ঃ ৬১
রহস্যময়ী ঃ ১২১

# ১

প্ৰাসাদোপম অট্টালিকাতোৰ চৌহদৰ পৰা তীব্ৰ গতিত গাড়ীখন ওলাই আহি ৰাজপথত উঠিল।

নাইট গাৰ্ডটোৱে চালাম দি গাড়ীখন ওলাই যোৱাৰ পিচতে চৌহদৰ বৃহৎ গেটখন বন্ধ কৰি দিলে।

গাড়ীৰ পিচৰ আসনত কোটিপতি ব্যৱসায়ী ৰঞ্জিৎকুমাৰ। পিতৃ ধনপৎ কুমাৰৰ বিপুল সম্পত্তি উত্তৰাধিকাৰী সূত্ৰে পোৱাৰ পিচত ৰঞ্জিৎকুমাৰ পূৰ্বতকৈ গহীন হৈছে। পিতৃৰ কষ্টোপাৰ্জিত তিনিটা বৃহৎ আকাৰৰ কাপোৰৰ মিল, বম্বে মহানগৰীত দুটাকৈ চিনেমা হল, ডুবাইত এখন ফাইভ ষ্টাৰ হোটেল আৰু অন্যান্য সৰুবৰ ভালেমান উদ্যোগ ৰঞ্জিৎকুমাৰৰ হাতলৈ আহিছে যদিও ব্যৱসায় ক্ষেত্ৰত ৰঞ্জিৎকুমাৰ নিজেও কম উদ্যোগী নহয়। পিতৃ সম্পত্তিৰ অবিহনেও কোটিপতি আখ্যা পোৱা ৰঞ্জিৎকুমাৰ, পিতৃ প্ৰদত্ত মিল, চিনেমা হল, হোটেল আদি উদ্যোগসমূহ নিজৰ হাতত পৰাত তেওঁৰ প্ৰগতিশীল উদ্যোগ-পতিসকলৰ মাজত মান মৰ্য্যাদা যথেষ্ট বাঢ়িল।

কিন্তু ইমান ধন-জনেও ৰঞ্জিৎকুমাৰক অকণোকে সলনি কৰিব পৰা নাই। ৰঞ্জিৎৰ চালচলন কথাবতৰা সকলোতে আছে এক মাৰ্জিত ৰুচিৰ ভদ্ৰলোকৰ গোন্ধ। সাধাৰণৰ দৰে টকাৰ গৰমত ওফন্দি পৰা স্বভাৱ ৰঞ্জিৎৰ নাই। বৰঞ্চ প্ৰয়োজনতকৈও অমায়িক, সহজ সৰল স্বভাৱে ৰঞ্জিৎকুমাৰৰ বৈশিষ্ট। এই বৈশিষ্টতাৰ বাবে যিদৰে ৰঞ্জিৎক বহুতে ভাল পায় তেনেদৰেই ৰঞ্জিৎৰ এই সৰবৰহীতা সহ্য কৰিব নোৱাৰা লোকো নথকা নহয়।

বহুতৰ মতে কোটিপতি হলে কোটিপতিৰ দৰেই থকাটো আৱশ্যক। কিন্তু কোটিপতি হৈ সাধাৰণ মানুহৰ দৰে থাকিলে—বহুতে এই সৰলতাৰ সুবিধা লবলৈ চেষ্টা কৰে। যিদৰে ৰঞ্জিৎৰ ওচৰত অনুষ্ঠান প্ৰতিষ্ঠান, দৰিদ্ৰ শ্ৰেণীৰ লোকে দান বৰঙণি বিচাৰি বিৰক্ত কৰি থাকে—ৰঞ্জিতেযে কেনেকৈ সহ্য কৰি থাকে ৰঞ্জিতেহে জানে।

কিন্তু ৰঞ্জিৎৰ মতে দান বৰঙণি কৰি, দৰিদ্ৰক দাৰিদ্ৰ্যমুক্ত কৰি এক বিমল আনন্দ পোৱা যায়। যি আনন্দ চন্দুকত জাপ জাপ ধন স্তূপীকৃত হৈ থাকিলেও দিব নোৱাৰে।

ৰঞ্জিৎকুমাৰে কয়—পিতৃ ধনপৎকুমাৰে ইমান বৃহৎ বৃহৎ উদ্যোগ কিদৰে গঢ়ি তুলিছিল কব নোৱাৰো, কিন্তু নিজে ব্যৱসায়ত নমাৰ পিচত যি অভিজ্ঞতা হ'ল,

কাৰোবাক সাংঘাতিক অন্যায় নকৰাকৈয়ে, শ্ৰমিক, মজদুৰক প্ৰাপ্যধনৰ পৰা বঞ্চিত নকৰাকৈয়েতো দেখোন যথেষ্ট পইচা অৰ্জন কৰা যায়। কি প্ৰয়োজন অন্যায় পথেৰে ধন আৰ্জন কৰাৰ, কি প্ৰয়োজন শ্ৰমিক, মজদুৰ, অভাৱী শ্ৰেণীটোক শোষণ কৰাৰ।

বঞ্জিতৰ এই উদাৰ হৃদয়ৰ কথা সকলোৱে জানে। আৰু তেনে এজন উচ্চ মনৰ লোকৰ লগত কাম কৰিব পৰাতোৱেই সৌভাগ্য বুলি বঞ্জিতৰ সকলো উদ্যোগৰ সকলো কৰ্মচাৰীয়েই নিষ্ঠাৰে নিজৰ কামত ব্ৰতী হোৱাত তেওঁৰ কোনো উদ্যোগতে কোনো প্ৰতিবন্ধকতা কেতিয়াও সৃষ্টি হোৱা নাই। তাতেই দুটা উদ্যোগত বঞ্জিতে শ্ৰমিক মজদুৰ সকলোকে নিজৰ লগতে উক্ত উদ্যোগ দুটাৰ সম অংশীদাৰ কৰি লোৱাতো বঞ্জিতৰ উচ্চ মনটোৰ কথাকে সকীয়াই।

বহুতৰ মতে বঞ্জিতৰ অভাৱগ্ৰস্ত লোকৰ প্ৰতি ৷ছিয়া উঠলি উঠা স্বভাৱ চতুৰ ব্যৱসায়ীয়ে কৰা চালহে। দৰিদ্ৰৰ প্ৰতি দৰদ দেখুৱাই বঞ্জিতে হয়তো নিজৰ স্তূপীকৃত ধনৰ সামান্য ব্যয় কৰে, কিন্তু সেই সামান্য ধন নিয়োগৰে তেওঁ উপকাৰ কৰা লোকজনক প্ৰীতি এনাজৰীৰে এনেদৰে বান্ধি পেলাই যে—তেনে উপকাৰ পোৱা লোকজনে চিৰকাললৈ বঞ্জিতৰ হিত চিন্তা কৰাৰ বাহিৰে আন কিবা চিন্তা কৰিবলৈ আহৰিকে নাপায়।

এই কথাৰ হয়তো যুক্তিযুক্ততা আছে। কিন্তু বঞ্জিতকুমাৰক যিয়ে ব্যক্তিগত ভাৱে জানে - তেওঁলোকে একে আষাৰে এই কথাই কয় যে—বঞ্জিৎ প্ৰকৃততেই উদাৰ হৃদয়ৰ লোক। যিহৰ বাবে তেওঁৰ দেখ দেখকৈ কোনো শত্ৰু নাই।

কিন্তু বঞ্জিতৰ লগত ব্যক্তিগতভাৱে সান্নিধ্য থকা সেইচাম লোকৰ জনচেৰেকে আৰু এঢোপ আগুৱাই গৈ বঞ্জিতৰ অতি ব্যক্তিগত কথা এটা কয়—যিকথা বঞ্জিতৰ দৰে ব্যক্তিত্বসম্পন্ন লোকৰ লগত বঞ্জিতা নাখায়। যিহেতু সেই প্ৰসঙ্গ হ'ল এগৰাকী নাৰীক কেন্দ্ৰ কৰি।

বঞ্জিতৰ কেৱল ধনজনেই নহয়, তেওঁৰ বংশ মৰ্য্যাদা সকলো উচ্চ। তেওঁৰ পূৰ্বপুৰুষ সকলো অতিশয় সম্ভ্ৰান্ত আৰু ধনশালী আছিল। উত্তৰাধিকাৰী সূত্ৰেই সেই গাম্ভীৰ্য্য বঞ্জিতেও পাইছে। অথচ বহুতৰ মতে বঞ্জিতৰ সান্নিধ্য এগৰাকী নাচনী অভিসাৰিকাৰ লগত। তেওঁলোকৰ বঞ্জিৎ সম্পৰ্কে দিয়া মন্তব্যৰ এটাই যুক্তি—বঞ্জিতৰ যদি পৰনাৰীৰ লগত কোনো পৰকীয়া প্ৰেম নাই, তেতিয়াহলে এই উপযুক্ত বয়সতো তেওঁ বিয়া কৰোৱা নাই কিয় ?

এই প্ৰশ্ন পোনপটীয়াকৈ বঞ্জিতক কোনোৱে কৰিলে তেওঁ প্ৰয়োজনতকৈ অধিক গম্ভীৰ হৈ পৰে। কোনোধৰণৰ মন্তব্য নকৰে। এই কথাইও প্ৰমাণ কৰে যে—বঞ্জিতৰ কোনো নাৰীৰ লগত সান্নিধ্য থকাৰ বতৰা মিছা নহবও পাৰে।

দেৱ বৰ্মা বঞ্জিতকুমাৰৰ ব্যক্তিগত সচিব। দেৱৰ মতে বঞ্জিতকুমাৰৰ এগৰাকী সাধাৰণ যুৱতীৰ লগত প্ৰেম থকা কথাটো সচা। সেইকথালৈ বঞ্জিতৰ কোনো দ্বিধাবোধ নাই, কোনো লুকঢাকো নাই। ছোৱালীজনী বঞ্জিতৰ সমমৰ্য্যাদাৰ উচ্চ বংশজাত নহয় বাবেই বঞ্জিতে সেই ছোৱালীজনীক ভাল পাৰও

নোৱাৰিবনে ? আনে বিয়েই নকওক—ৰঞ্জিৎ নিজৰ যুক্তিতে সদায় অলৰ অচৰ। মধুমতী সাধাৰণ হব পাৰে, মধুমতীৰ বংশ মৰ্য্যাদা নাথাকিব পাৰে—কিন্তু মধুমতী এনে এজনী ছোৱালী যিজনী ছোৱালীক হিয়া ওপচাই ভাল পাব পাৰি।

মধুমতী সুন্দৰী। মধুমতীৰ ৰূপ কোনোবা অপ্সৰাৰ লগতহে তুলনা হয়। মধুমতীৰ ওঠত লাগি থকা হাঁহি, চাল-চলন, আচাৰ-ব্যৱহাৰ সকলোৱেই অভিভূত কৰিছে ৰঞ্জিতক। ৰঞ্জিতে মধুমতীৰ মাজত বিচাৰি পাইছে—এনে এক প্ৰেম ভালপোৱা—যি ভালপোৱা এতিয়া ৰঞ্জিৎৰ বাবে প্ৰেৰণাৰ উৎস হৈ পৰিছে। ৰঞ্জিতে মধুমতীক জীৱন সঙ্গিনী কৰি লোৱাৰ কথা দিছে। দুখীয়াৰ ঘৰত জন্মলোৱা বাবেই ৰঞ্জিৎৰ দৰে বিত্তশালী উচ্চ বংশজাত লোকৰ স্ত্ৰীৰূপে স্বীকৃতি পোৱাত জানো কিবা বাধা থাকিব পাৰে। কিবা যদি বাধা থাকেও সেই বাধা ৰঞ্জিতে নামানে। সেই বাধা ৰঞ্জিতে ওফৰাই পেলাব।

কিন্তু প্ৰতিবন্ধক হৈছে—ৰঞ্জিৎৰ মাতৃ সুলোচনা দেৱী। ৰঞ্জিৎৰ মাতৃয়ে নিৰ্বাচনে তেওঁৰ গুণবান পুত্ৰৰ বাবে এগৰাকী কম মৰ্য্যাদা সম্পন্ন যুৱতী বোৱাৰী হৈ আহক। মধুমতী সাধাৰণ শ্ৰেণীৰ দৰিদ্ৰৰ ঘৰৰ ছোৱালী কেৱল নহয়, সুলোচনা দেৱীয়ে মধুমতী সম্পৰ্কে আলেঙে আলেঙে খবৰ লৈ যি বাৰ্তা সংগ্ৰহ কৰিছে—তাৰ গূঢ়াৰ্থ হ'ল মধুমতীৰ কোনো পিতৃ পৰিচয় নাই। মধুমতীৰ মাক আছিল এগৰাকী নষ্টচৰিত্ৰৰ মহিলা। তেওঁৰ গৰ্ভত জন্ম লোৱা মধুমতীক কেনেকৈনো বোৱাৰী বুলি আদৰি আনে। অথচ একমাত্ৰ পুত্ৰই মধুমতীৰ দৰে পিতৃপৰিচয়হীন নাৰীৰ লগত প্ৰেমত হাবুডুবু খাইছে। প্ৰেমত অন্ধ মানুহে কি পৰ্য্যায়লৈ নামিব পাৰে সেইকথা সুলোচনা দেৱীৰ দৰে বয়সে অভিজ্ঞ কৰা লোকে জানে। গতিকে তেওঁ একমাত্ৰ পুত্ৰক এই মিলনত পোনপটীয়াকৈ একো বাধা নিদি আওপকীয়াকৈ কিবা উপায় উদ্ভাৱন কৰিব পাৰে নেকি তাৰ চেষ্টাতে আছে। কিয়নো সুলোচনা দেৱীৰ ধাৰণা জোৰ জুলুম কৰিবলৈ গ'লে সিহঁতে হিতে বিপৰীতহে কৰিব।

পুত্ৰৰ এই অধঃপতনৰ কথা চিন্তা কৰি সুলোচনা দেৱীৰ অন্তৰ দুশ্চিন্তাই খুলি খুলি খাইছে। ইমানবোৰ উচ্চ বংশজাত চহকী ঘৰৰ ৰূপৱতী ছোৱালী ৰঞ্জিতলৈ প্ৰতিদিনে প্ৰস্তাৱ অহা স্বত্ত্বেও সিনো সেই নিম্নস্তৰৰ ছোৱালীজনীৰ লগতহে প্ৰেমত পৰিব লাগেনে? যিগৰাকী ছোৱালীৰ জীৱিকা নৈশক্লাবত অৰ্দ্ধ উলঙ্গ হৈ মদত ডুব মৰা কামুক লোক কিছুমানৰ আগত নৃত্য কৰা। জানিশুনিও এনে এজনী যুৱতীক নিজৰ গুণবান পুত্ৰৰ বাবে আদৰে কেনেকৈ? খুউব বেচি এটা পৰ্য্যায়লৈ বাক মানি লব পাৰি। দুখীয়া হলেও বাক একো আহে নাযায়, উচ্চ বংশ মৰ্য্যাদা নাই—তাতো বাক চলি যাব। কিন্তু পিতৃ পৰিচয়হীন, নাইট ক্লাবৰ অৰ্দ্ধ উলঙ্গ বেলী ডেন্সাৰ—সেইকথানো কেনেকৈ সহ্য কৰিব পাৰি। সেইকথানো কেনেকৈ অকপটে মানি লব পাৰি। .

নোৱাৰি, কেতিয়াও মানি লব নোৱাৰি। মাতৃ হৈ পুত্ৰৰ এই অধঃপতন কেতিয়াও

মানি লব নোৱাৰিব।

কিন্তু সুলোচনা দেৱীয়ে নিৰুপায়। তেওঁৰ একমাত্ৰ পুত্ৰই এনে অবিবেচকী কাম কৰিবলৈ ওলাইছে—অথচ তেওঁৰ এই কাৰ্য্যত বাধা দিবলৈ কোনো উপায় নাই। উপায় হয়তো আছে। কিন্তু সেই উপায় কাৰ্য্যত কৰিবলৈ যাওতে তেওঁ যদি পুত্ৰকো হেৰুৱাব লগা হয়।

ৰঞ্জিতৰ ব্যক্তিগত সচিব দেবু বাৰ্মাৰ মতে ৰঞ্জিতৰ মাতৃ সুলোচনা দেৱীয়ে পোনপটীয়াকৈ পুত্ৰেকক কেতিয়াও মধুমতীৰ কথা সোধা নাই। কিন্তু আওপকীয়াভাৱে পুত্ৰেকক বিয়াৰ বাবে তাগিদা দিবই লাগিছে। কিমান উচ্চ বংশৰ, কিমান উচ্চ শিক্ষিত ৰূপৱতীৰ প্ৰস্তাৱ আহিছে—সেইকথা পুত্ৰক শুনাই থকাতো মাকে নিয়মে কৰি লৈছে। মাকৰ কথাত অৱশ্যে ৰঞ্জিতে কেতিয়াও উচ্চবাচ্য নকৰে, কোনো প্ৰতিবাদো নকৰে। যন্ত্ৰচালিতৰ দৰেই মাকৰ মন্তব্য আৰু বক্তব্য নীৰৱে শুনি যায়।

সেই কথাটোৱেই মাকৰ সকলোতকৈ অসহ্য। নহব বুলিয়েই এবাৰ মন্তব্য দেছোন। কিন্তু ৰঞ্জিতে মাকৰ কথাৰ নীৰৱ শ্ৰোতা হৈয়েই ৰয়।

ৰঞ্জিতে কাহানিও কোৱা নাই যে—তেওঁ মধুমতীকহে জীৱন সঙ্গিনী হিচাপেই পাবলৈ বিচাৰে। ৰঞ্জিতৰ মাতৃ সুলোচনা দেৱীয়েও নিজৰ একমাত্ৰ পুত্ৰক কাহানিও সোধা নাই যে—তেওঁ কিয় মধুমতীকহে জীৱন সঙ্গিনীৰূপে পাবলৈ বিচাৰে। অথচ দুয়ো জানে দুয়োৰে মাজত অস্বস্তিকৰ কথাটো হৈছে—মধুমতীক কেন্দ্ৰ কৰিয়েই।

কিন্তু আজি ৰঞ্জিতে ঘৰৰ পৰা ওলাই যোৱাৰ আগমুহূৰ্ত্তত এটা ঘটনা ঘটিল। অৱশ্যে ঠিক ঘটনা নহয়—এটা অপ্ৰিয় কাণ্ড ঘটিল বুলিহে কব পাৰি।

ঘটনাৰ উপলক্ষ্য অৱশ্যে ৰঞ্জিতেই। আৰু ঘটনাৰ প্ৰসঙ্গও হ'ল—ৰঞ্জিতৰ বিয়াবাৰু লৈ।

হৰচান্দ টোডী আৰু তেওঁৰ পৰিয়াল মানে স্ত্ৰী আৰু কন্যা যেতিয়া ৰঞ্জিতৰ ঘৰত আহি উপস্থিত হ'ল—তেতিয়া সুলোচনা দেৱী পুজাঘৰত।

গতিকে বাধ্য হৈ অভ্যাগত অতিথিক আদৰিব লগা হ'ল ৰঞ্জিতে নিজেই।

হৰচান্দ টোডী বিখ্যাত ব্যৱসায়ী। তেওঁৰ লগত ৰঞ্জিতৰ বিশেষ পৰিচয় আছে। আছে দুয়ো ঘৰৰ লগত আহযাহও। তেওঁৰ স্ত্ৰী মালবিকাও ৰঞ্জিতৰ চিনাকী। কেৱল ৰঞ্জিতৰ চিনাকী নাই তেওঁলোকৰ কন্যা নীতাৰ লগত।

নীতাৰ লগত ৰঞ্জিতৰ চিনাকী হ'ল। লণ্ডনত উচ্চশিক্ষা শেষ কৰি মাত্ৰ এসপ্তাহৰ আগতে নীতা নিজৰ ঘৰলৈ ঘূৰি আহিছে। গতিকে নীতাৰ কথাবতৰা ভাৱভঙ্গীত যেন লণ্ডনৰ গোন্ধ এতিয়াও লাগি ৰৈছে।

সাজপোছাকতো অত্যাধুনিকা নীতাৰ লগত ৰঞ্জিতে কথোপকথন কৰি গৈছে যদিও, তেওঁলোকৰ কথাবতৰা শুনিলেই বুজিব পাৰি দুয়োৰে কথাত আন্তৰিকতা নাই। যিহেতু আধুনিকা নীতাৰ প্ৰতিটো কথাতে তেওঁৱে কিমান ৰূপৱতী সেইটোহে যেন প্ৰকাশ হব খোজে অথচ ৰঞ্জিত হ'ল বিপৰীত চৰিত্ৰৰ।

বাঞ্জতে নিজৰ কথা কহাই ভাল নাপায়।
গতিকে দুয়োৰে মাজত কথাবতৰা চলিছে যদিও দুয়োয়ে আন্তৰিকতাতকৈও সৌজন্য ৰাখিবৰ বাবেহে যেন চেষ্টা কৰিছে।
অৱশ্যে লণ্ডনত পঢ়াশুনা কৰা নীতা অত্যাধুনিকা হোৱাতোত অস্বাভাৱিকতা নাই যদিও তেওঁৰ কমশিক্ষিত মাতৃ মালবিকা দেৱীও চালচলন কথাবতৰাৰ ধৰণ কৰণত অতিৰেকতকৈ এঢোপ আগত কথাটো বাঞ্জতে লক্ষ্য কৰিছে। মুঠতে গোটেই পৰিয়ালটোৱেই যেন প্ৰয়োজনতকৈও অধিক আধুনিক সাচত গঢ়া। গতিকে সহজ সৰল বাঞ্জৎ তেওঁলোকৰ ভাবভঙ্গীত বিৰক্ত হোৱাতো অতি স্বাভাৱিক।
মাক পুজাঘৰত গতিকে ব ঞ্জৰ উপায়ো নাই যে—যিমানেই হলেও অভ্যাগত অতিথিৰ লগত অসৌজন্যতা দেখুৱায়।
সেয়ে বাঞ্জতে যিমান পাৰে তেওঁৰ মুখাবয়বত বিৰক্তিৰ ভাব প্ৰকাশ নোহোৱাকৈ তেওঁলোকৰ লগত কথাবতৰা চলাই গৈছে আৰু মনে মনে ভাবিছে, মাক আহি পালেই ৰক্ষা।
বঞ্জতে ইতিমধ্যে এটা কথা বুজি গৈছে—এই পৰিয়ালটো কিয় তেওঁলোকৰ ঘৰলৈ আহিছে। টোডী পৰিবাৰে যে তেওঁলোকৰ একমাত্ৰ আদৰৰ জীয়েকক বঞ্জিতলৈ দিবলৈ ইচ্ছা কৰে সেইকথা একাধিকবাৰ বঞ্জিৎৰ কাণত পৰিছে। নীতাক বিয়া কৰোৱাৰ ক্ষেত্ৰত বঞ্জিৎৰ মাকে এটা কথাত অধিক গুৰুত্ব দিছে—সি হ'ল ঃ টোডী পৰিবাৰৰ নিতা হ'ল একমাত্ৰ কন্যা। যিহেতু একমাত্ৰ কন্যা গতিকে টোডীৰ বিপুল সম্পত্তি উত্তৰাধিকাৰীসূত্ৰে বঞ্জিতেই পাব।
কিন্তু বঞ্জিৎৰ মতে তাকনো লোকৰ সম্পত্তিৰ আশা দেখুওৱাৰ কি কাৰণ থাকিব পাৰে। ভাগ্যত থাকিলে তাৰ দুটা তিনিটা পুৰুষে খেঙত খেং তুলি খাবলৈ জোৰাকৈ তাৰ নিজৰ ধনজনৰে অভাৱ নাই। আকৌ সি সম্পত্তিৰ লোভত মনে নিবিচৰা ছোৱালী এজনী বিয়া কৰাবলৈ যাবনে?
নীতাক বাঞ্জতে আগতে এবাৰ লগ পাইছিল। সেই লগপোৱা আছিল নীতা পঢ়িবৰ বাবে লণ্ডনলৈ যোৱাৰ আগতে। আৰু আজি লগ পালে দ্বিতীয়বাৰৰ বাবে। এনেয়ে বঞ্জিৎৰ ছোৱালীৰ লগত কোনো সান্নিধ্য নাই। একমাত্ৰ সান্নিধ্য মধুমতীৰ লগত। গতিকে ছোৱালী বুলিলে মধুমতীৰ হাৱভাৱ, চালচলনেই বাঞ্জৎৰ দৃষ্টিৰ সন্মুখত ভাহি উঠে।
এই মুহূৰ্ত্তটো বাঞ্জৎৰ মনত এটাই ভাব খেলালে—মধুমতী আৰু নীতাৰ মাজত কিমান পাৰ্থক্য। মধুমতীৰ ৰূপত আছে জোনাকৰ স্নিগ্ধতা আৰু নীতাৰ সূৰ্যৰ তীব্ৰতা। মধুমতীৰ কথাত হিমালয়ৰ গাম্ভীৰ্যতা আৰু নীতাৰ খৰস্ৰোতা নদীৰ চঞ্চলতা। দুয়োৰে মাজত যেন আকাশ পাতালৰ পাৰ্থক্য। মধুমতীয়ে টকাৰ বাবে অৰ্দ্ধনগ্ন হৈ নাইট ক্লাবত নৃত্য কৰিছিল, তথাপিও তেওঁৰ মনতো কিমান উচ্চ, কিমান চহকী, কিমান উদাৰ। আৰু নীতা—যি নীতাই টকাৰ স্তুপৰ মাজত জন্ম লভিও, লণ্ডনত উচ্চশিক্ষা লভিও মনটোক যেন এটা

আবেষ্টনীৰ মাজতে আবদ্ধ কৰি ৰাখিছে। নে আধুনিকাসকলৰ এইটোও এটা ঢং?

ৰঞ্জিতে নীতাকলৰে স্পষ্টবাদী ছোৱালী কাহানিও লগপোৱা নাই, সেয়ে হয়তো ৰঞ্জিতৰ এই অলপ সময়ৰ কথোপকথনতে নীতাৰ প্ৰতি তেনে মনোভাৱ গঢ় উঠিছে আৰু নীতাৰ পোনপটীয়া কথাত ৰঞ্জিৎ অপ্ৰস্তুতও হৈ পৰিছে।

নীতাই নিজৰ পিতৃমাতৃৰ সন্মুখতে ইমান স্পষ্টভাৱে ৰঞ্জিৎক এনেবোৰ কথা সুধি দিব বুলি সি ভবাই নাছিল। নিশ্চয় এইয়া অত্যাধুনিকা হোৱাৰে অন্যতম ফলশ্ৰুতি। কিন্তু কোটি কোটি টকাৰ কাৰবাৰ চলাওতে যিটো মানুহৰ ব্যৱসায়িক চাতুৰী নাকটো মোহাৰিলেই ওলাই যায়—সেইটো মানুহে নীতাৰ প্ৰশ্নৰ ধৰণ দেখি যেন দোধোৰ মোধোৰত পৰিল।

কিছু সময়ৰ বাবে নীতাই কেৱল কথা কৈ গৈছে আৰু হতভম্বৰ দৰে ৰঞ্জিতে কথাবোৰ শুনি গৈছে।

নীতাই কৈছে—তোমাক মই তুমি বুলিয়েই মাতিম আৰু মাতিম নাম কাঢ়ি। আপোনা-আপুনি কথাবোৰ মই ভাল নাপাওঁ। তুমি মোৰ কথাত একমত নোহোৱা যদিও মোৰ উপায় নাই। মুঠতে মই তোমাক আপুনি বুলি মাতিব নোৱাৰিম। আৰু মই যিহেতু তোমাক তুমি বুলি মাতিম, তুমিও নিশ্চয় মোকো তুমি বুলিয়েই মাতিবা। কাৰণটো নিশ্চয় তোমাৰ অজ্ঞাত নহয়?

কাৰণ?

কিয়—তুমি জানো নাজানা—তোমাৰ মোৰ বিয়াৰ প্ৰসঙ্গ এটা ভিতৰি ভিতৰি চলি আছে। কিন্তু মই ভাবো বিয়াৰ প্ৰসঙ্গ যেতিয়া আমাৰ দুয়োৰে মাজত খোলোচাকৈ আলোচনা হোৱাতো আৱশ্যক।

বিয়াৰ প্ৰসঙ্গ?

মই বুজিছো ৰঞ্জিৎ—বিয়াৰ প্ৰসঙ্গ উলিয়ালে তুমি কি কবা। কবা হয়তো বিয়াৰ বিষয়টো লৈ তুমি এতিয়াও চিন্তা কৰা নাই বা সেই প্ৰসঙ্গ এনেদৰে নহয়। কিন্তু এইখিনি সময় মোৰ কথাবতৰা শুনি তুমি নিশ্চয় বুজিছা যে—মই বৰ স্পষ্টবাদী ছোৱালী। অৱশ্যে বিয়াবাৰুৰ প্ৰসঙ্গত সকলো কথা খোলোচা হোৱাতো আৰু প্ৰয়োজন।

নীতাৰ কথাৰ ধৰণ দেখি ৰঞ্জিৎ যথেষ্ট অপ্ৰস্তুত হ'ল। ছোৱালীজনীয়েবা এতিয়া কি কৈ পেলাই। অলপ অপ্ৰস্তুত হ'ল—দুয়োৰে সন্মুখত বহি থকা নীতাৰ মাক দেউতাকো। হৰচান্দে জানে লণ্ডনত পঢ়াশুনা কৰা তেওঁৰ জীয়েক কথা-বতৰাত কিমান ফ্ৰি। সেয়ে জীয়েকক উদ্দেশ্যি হৰচান্দে কলে—বেবী, আমি ভিতৰত গৈ বহোগৈ। তোমালোক দুজনে মুকলি ভাৱেই কথা-বতৰা পাতা।

ঠিক আছে—ডেড্। আমি দুয়ো বিয়াৰ কথা-বতৰাবিলাক পাতি লওঁ। দুয়োৰে মাজত কিবা বুজা-পৰাৰ প্ৰয়োজন থাকিলেও আমি আলোচনাৰে

মীমাংসা কৰিব লব পাৰিম। সে কি কোৱা বঞ্জিৎ?
বিয়াবাকৰ কথা মই এতিয়াও ভবা নাই।
সেই কথাকেইটো পাতিব খুজিছো। বিয়াবাকৰ কথা এতিয়াও ভবা নাই যদি কিয় ভবা নাই, উপযুক্ত বয়স হোৱাৰ পিচত, সংসাৰ পাতিবলৈ একোৰে অভাব নথকাৰ পিচত বিয়াৰ কথা নভবাৰ কি ·কাৰণ থাকিব পাৰে আৰু যদি কিবা কাৰণ আছে সেই কাৰণ আমি বুজাপৰাৰ মাজেৰে সমাধা কৰিব পাৰোনেকি—সেইখিনি কথাকেইটো আমি এতিয়া আলোচনা কৰিব খুজিছো। তুমি কৰা—তুমি এতিয়াই বিয়াপতাত আপত্তি কি, মই কম কি কি স্বত্তুত মই তোমাৰ লগত বিয়াত বহাৰ আপত্তি নাই—তাৰ পিচত বুজাপৰা, এৰাধৰা কৰি একমতত যদি উপনীত হব পৰা যায়—আমাৰ দুয়োৰো বিয়া হোৱাত আৰু কোনো বাধা নাথাকে। সে কি কোৱা ডেড্।
ঠিকেই কৈছা বেবী। বাৰু তোমালোকে কথা-বতৰা পাতা আমি সৌখিনিতে বহিছো।
নীতাই মাক দেউতাক বাহিৰৰ বংবিৰঙ ফুলৰে সুশোভিত বাগিছাৰ বংবিবঙৰ বৃহৎ ছাতিৰ তলত থকা গাৰ্ডেন চেয়াৰত বহালৈ চাই চাই এক মুহূৰ্ত নীৰৱে ৰ'ল আৰু তাৰ পিচতে মুখ ঘূৰাই বঞ্জিতলৈ চাই দেখে—বঞ্জিৎ ইতিমধ্যে ঠিয় হৈছে।
নীতাই হতবাকৰ চাৱনিৰে বঞ্জিৎক উদ্দেশী কলে—কি হ'ল উঠিলাই দেখোন?
চাওক—এইবোৰ বিষয়ে এনেভাৱে মই আলোচনা কৰাতো পছন্দ নকৰো।
তুমি মোক এতিয়াও আপুনি বুলি সম্বোধন কৰোতেই বুজিছো—তুমি যে বিয়াৰ বিষয়ে খোলাচাকৈ আলোচনা কৰাতো পচন্দ নকৰিবা। কিন্তু পচন্দ অপচন্দৰ কথাতো এতিয়া উঠা নাই। এতিয়া প্ৰয়োজনৰ কথাটোহে আমাৰ আগত আহি পৰিছে। কেতিয়াবা কিছুমান কথা বিৰক্তিকৰ হলেও তাৰপৰা হাতসৰাৰ কোনো উপায় নাথাকে। ধৰিলোৱা আমাৰ এতিয়াৰ কথাটোও তেনেকুৱাই। তুমি বিয়াৰ প্ৰসঙ্গলৈ কোনো কথাই পাতিবলৈ ইচ্ছা নকৰা আৰু আমাৰ দুয়োৰে বিয়াহোৱাত বাধা কত সেই কথাটোকে জানিবলৈ মই আগ্ৰহী। আৰু এবাৰ মোৰ মনত যেতিয়া আগ্ৰহ জন্মিল—কথাটো খৰাচ মাৰি নজনালৈকে মই শান্তি নাপাম।
তাৰ মানে আপুনি মোৰ পৰা স্পষ্টভাৱে ইয়াৰ উত্তৰ বিচাৰিছে? বুক হৈ ওলোৱা বঞ্জিৎৰ কথাষাৰত যথেষ্ট বিৰক্তিৰ ভাবো প্ৰকাশ পালে।
বঞ্জিৎ তোমাৰ দেখিছো খং উঠিছে। কিন্তু এইটোতো খং উঠিবলগীয়া কথা নহয়। মইতো কৈছোৱেই—বিৰক্তিকৰ হলেও কিছুমান কথা প্ৰয়োজনতে আলচ কৰিব লগা হয়। তোমাৰ বিয়াৰ কথাতো মই জনাৰ প্ৰয়োজন। সেইকথা কোৱাত আপত্তি কি?
অলপ সময়ৰ চিনাকী এগৰাকী ছোৱালীৰ আগত মোৰ ব্যক্তিগত কথা কোৱাত আপত্তি থকাটোৱেই স্বাভাৱিক।

কিন্তু ৰঞ্জিৎ—আমি দুয়ো দুয়োৰে অচিনাকী নহয়। বৰঞ্চ কম পৰা—পুৰণি চিনাকী। তাতেই আমাৰ দুয়োৰে অভিভাৱকে আমাৰ বিয়াহোৱাতো বিচাৰে।

অভিভাৱকে বিচাৰে—কিন্তু মই নিবিচাৰো।

মইতো তাকেই সুধিছো ৰঞ্জিৎ তোমাৰ এই বিয়াত আপত্তি কি?

মোৰ মুখৰ পৰাই যদি আপুনি এই কথা জানিব খোজে, তেনেহলে শুনক—আপুনি সুন্দৰী নহলেও বোধহয় বহুতেই আপোনাক দেখাত ভালেই বুলি কব। আপুনি লণ্ডনত শিক্ষা লাভ কৰিছে—সেই বুলিও আপোনাৰ বাবে আকৰ্ষিত হোৱা লোক দুই এক হয়তো ওলাব, ছোৱালীৰ মুখত এনেধৰণৰ আচহুৱা কথা, অতি আধুনিক বুলি জহোৱা দুই একে হয়তো পচন্দ কৰিবও পাৰে। তদুপৰি আপুনি চহকী পিতৃৰ একমাত্ৰ কন্যা। মইতো আশাকৰো আজিৰ যুগত আপোনাক পচন্দ কৰা মানুহ নিশ্চয় আছে। আপুনি তেনে এজন মানুহকে বিচাৰি উলিয়াওক। সুখী হব পাৰিব।

সেই কথা মোক সোঁৱৰাই দিব নালাগে ৰঞ্জিৎকুমাৰ, পঢ়াশুনা বহুত কৰিছো নহয়, কব পাৰা সাধাৰণতকৈ মোৰ সাধাৰণ জ্ঞানো অলপ বেচি। মোক পচন্দ কৰা দৰাৰ যে অভাৱ নাই সেই জ্ঞান মোৰ আছে। কব পাৰা তোমাতকৈও এশগুণ গুণী দৰা পাবৰ উপযুক্ততা মোৰ আছে। কিন্তু তুমিয়েই বা মোক অনুপযুক্ত বুলি কিয় ভাবিবা—সেই কথাটোহে মই জানিব বিচাৰিছো।

চাওক নীতা দেৱী, এইমাত্ৰ আপুনি কলে আপোনাৰ সৰ্বসাধাৰণ ছোৱালীতকৈ জ্ঞান অলপ বেচি তেনেস্থলত মোৰ কথাখিনিয়ে আপোনাক নিশ্চয় এই কথ তো স্পষ্ট কৰি দিছে যে—আপোনাক মোৰ পছন্দ নহয়। তাতকৈও অধিক ব্যাখ্যা জানো আপুনি মোৰ পৰা বিচাৰে।

ওহো—মোৰ কথাৰ উত্তৰ নহল। মই জানিব খুজিছো—তুমি মোক পছন্দ নকৰাৰ কাৰণ কি?

চাওক নীতাদেৱী, ভদ্ৰলোকে নিজে বিৰক্ত হলেও আনক ক্ষুণ্ণ কৰাকৈ কোনো কথা নকয়। মই অৱশ্যে সেই পৰ্য্যায়ৰ ভদ্ৰলোক নহয়। তথাপিও নিজকে কিছু ভদ্ৰলোক বুলি জ্ঞান কৰাতো মোৰ এটা অভ্যাস। কব পাৰে বদ অভ্যাস। সেয়ে মই—আপুনি বাৰে বাৰে সোধা স্বত্তেৱও অপ্ৰিয় সত্য কথাটো মুখৰ আগতে কৰলৈ বেয়া পাইছো। কিন্তু আপুনি যি নেৰানেপেৰাকৈ লাগিছে—যি দেখিছো আপুনি মোৰ মুখৰ পৰা সেই অপ্ৰিয় কথাখিনি শুনিহে এৰিব।

কোৱা ৰঞ্জিত—অপ্ৰিয় হলেও মই সেই কথাখিনি শুনিবলৈ ৰাজী।

শুনা তেতিয়াহলে—আদৰ্শ আদৰ্শ বুলি মই আদৰ্শৰ পিচত দৌৰি-ফুৰা মানুহ নহয়। অথচ ব্যৱসায় কৰা সৰ্বসাধাৰণ ব্যৱসায়ীৰ দৰে আদৰ্শ-হীন লোকো মই নহয়। সেইয়া হ'ল মোৰ নিজৰ ধাৰণা—মানুহে অৱশ্যে কি ভাবে কব নোৱাৰো। মই মোৰ নিজৰ কাৰ্য্যত নিজে সন্তুষ্ট। মই কম

যথেষ্ট আৰ্জিছো। পিতৃ প্ৰদত্ত সা-সম্পত্তিয়ে মোৰ ধনৰ পৰিমাণ যথেষ্ট বঢ়াই দিছে। গতিকে ব্যৱসায়ৰ হাহুতাশ কৰাৰ আৱশ্যকতাও মোৰ নাই। মোৰ নিজৰ পচন্দ হ'ল—মই সাধাৰণ হৈ থাকি ভাল পাওঁ। টকা-পইচা আছে বুলিয়েই গপত ওফন্দি ফুৰা স্বভাৱ মোৰ নহয় আৰু এনে এটা জীৱন লৈয়েই মই সুখী। মই যিবিলাক কথা পছন্দ নকৰো—যেনে অতি আধুনিকা মোৰ দৰে লোকৰ বাবে বিয়াৰ উপযুক্ত নহয় বুলি মই ভাবো, গপত ওফন্দা লোকো পচন্দ নহয় আৰু সকলোতকৈ পচন্দ নহয়—যি তিৰুতাই নিজৰ মৰ্য্যাদাৰ সীমা অতিক্ৰম কৰি আছে। বোধহয় ইয়াতকৈও স্পষ্টকৈ নকলেও হ'ব যে আপোনাৰ আৰু মোৰ বিয়া হোৱাত বাধা ক'ত। আপোনাক লৈ মই যেনেকৈ সুখী হব নোৱাৰিম, মোকলৈও নিশ্চয় আপুনিও সুখী হব নোৱাৰিব।

এই কথাটোকে মই তোমাৰ পৰা ইমান সময়ে জানিবলৈ বিচাৰিছিলো। তোমাৰ কথাই এটা কথা স্পষ্ট কৰি দিছে যে—তুমি মোৰ কিছুমান আচৰণ পছন্দ নকৰা। মই যদি কও—আমি বিয়াৰ ক্ষেত্ৰত এটা বুজাপৰাত উপনীত হব পাৰো অৰ্থাৎ তুমি পছন্দ নকৰা কিছুমান অভ্যাস যদি মই এৰি দিম বুলি প্ৰতিশ্ৰুতি দিও তেতিয়া তোমাৰ এই বিয়াত কিবা আপত্তি থাকিব নেকি? অৱশ্যে মই পছন্দ নকৰা দুই এটা বদ অভ্যাস তুমি এৰিব লাগিব মানে সুখী জীৱন এটা যাপন কৰিবৰ বাবে দুয়োৰে মাজত বুজাপৰা।

আপুনি মোৰ পিচতেইনো কিয় লাগি আছে। বিয়া কথাতো জোৰকৈ কৰা কথা নহয়। যিটো কথাৰ লগত গোটেই জীৱনটো জড়িত থাকিব সেই কথাটো আপুনি ইমান সহজভাৱে লবলৈ কিয় চেষ্টা কৰিছে।

সহজ ভাৱে লব খুজিছো এই বাবেই যে সকলো কথা সহজভাৱে ললে বহু জটিলতাৰ পৰা আজৰি থাকিব পাৰি। মানুহে বহুকথাত অনাহক জটিলতাৰ সৃষ্টি কৰি জীৱনলৈ অশান্তি মাতি অনা দেখা যায়। সেই দলত মই নাই। তুমি হয়তো মোক অপছন্দ কৰাৰ প্ৰথম কাৰণটোৱেই হৈছে মই যে আধুনিকা। কিন্তু সেই কথাটো লণ্ডনত উচ্চ শিক্ষালাভ কৰা এগৰাকী কোটিপতিৰ ছোৱালীৰ বাবে দোষনীয় হব নোৱাৰে। মই ভাবো—তুমি যদিও বাহিৰত দেখুৱাই কৈছা সেইটোৱেই মোক অপছন্দৰ প্ৰধান কাৰণ, মই কও সেইটো কাৰণ নিশ্চয় তোমাৰ বাবে প্ৰতিবন্ধক নহয়।

বাঞ্জং—লণ্ডনত থকা কালত মোৰ কাহিনী এটা শুনা। লণ্ডনত থকা কালত মই এটা লৰাক ভাল পাইছিলো। লৰাটো কোনো ক্ষেত্ৰতে ভাল নাছিল, আনকি দেখাই শুনাইও। তথাপিও মই তাক ভাল পাইছিলো। মোক ভাল পাইছিল লৰাটোৱেও। আমাৰ প্ৰেমৰ ক্ষেত্ৰত লৰাটো আছিল চিৰিয়াচ, কিন্তু আমাৰ প্ৰেমৰ গতি দেখি এদিন মই উপলব্ধি কৰিলো আৰু আমাৰ প্ৰেম অধিক আগ-বঢ়াতো উচিত নহয়। এদিন মোৰ প্ৰেমিকক এক নিৰ্জন সাগৰৰ পাৰলৈ মাতি নিলো। দিনৰ দিনটো সাগৰত সাতুৰি নাদুৰি প্ৰেমৰ সাৰ্থকতাৰ ৰস আস্বাদন কৰিলো। সন্ধিয়া বিদায় পৰত প্ৰেমিকৰ কপালত এটা চুমা

আজি দি মই কলো—এতিয়াৰ বাবে বিদায় আৰু চিৰকালৰ বাবেও বিদায়। মোৰ প্ৰেমিক মোৰ কথাত হতভম্ব। মই কিন্তু দুগুণ উৎসাহেৰে কলো—তোমাৰ লগত মই প্ৰেম কৰিছো—কেৱল প্ৰেম কৰাৰ খাতিৰতহে। তাতকৈ বেচি একো নাছিল। আমাৰ প্ৰেম চিৰযুগমীয়া কৰাৰ উদ্দেশ্য মোৰ নাই। তোমাৰ দৰে আপচু মানুহ এটাকটো মই চিৰজীৱনৰ সঙ্গী কৰি লৈ জীৱনটো ৰসাতলে নিয়াব নোৱাৰো। সেয়ে আমাৰ প্ৰেমৰ এইখিনিতেই সমাপ্তি।

সন্তুষ্ট মন লৈয়েই মানুহটো মোৰ পৰা আতৰি গৈছিল। বৰঞ্চ তাৰ প্ৰেম অধিক গভীৰ হোৱাৰ আগতেই সকীয়াই দিয়াৰ বাবে—সি মোক ধন্যবাদহে জনালে।

কিন্তু নিতাদেৱী—এইবোৰ কাহিনী মোক শুনোৱাৰ উদ্দেশ্য?

উদ্দেশ্য নিশ্চয় তুমি বুজি পাইছা।

নাই মই একো বুজা নাই।

মই মধুমতীৰ কথাকে কৈছো।

মধুমতী?

তুমি যাৰ লগত প্ৰেম কৰিছা সেই মধুমতী।

নীতাৰ কথাত ৰঞ্জিতে থমৎ খালে।

ৰঞ্জিতে ভবা নাছিল যে নীতাই অকস্মাৎ এনে এটা প্ৰসঙ্গ উত্থাপন কৰিব। সেয়ে সি নীতাৰ কথাৰ কি উত্তৰ দিব একো তৎধৰিব নোৱাৰি—লাজ, অপমানত ৰঙা চিঙা পৰি অলপ উচ্চ স্বৰতে কলে—এইয়া একেবাৰে অনধিকাৰ চৰ্চা।

ৰবা ৰঞ্জিৎ খং কৰিছা কিয়—আমি আলোচনাহে কৰিছো। তুমি হয়তো কৈছা এইয়া অনধিকাৰ চৰ্চা, কিন্তু মই কও এইয়া প্ৰয়োজনীয় চৰ্চা। মধুমতী তোমাৰ প্ৰেমিকা—সেইটোনো কি ইমান ডাঙৰ কথা? মধুমতীৰ কথাত তুমি আতঙ্কিত হবলৈ কি আছে? বৰঞ্চ মই কও—তোমাৰ দৰে চহকী অবিবাহিত লোকৰ তেনে এগৰাকী সঙ্গীৰ প্ৰয়োজন নিশ্চয় আছে।

তুমি মধুমতী কিয়, মধুমতীৰ দৰে আন দহজনীৰ লগত যোগসূত্ৰ ৰাখিলেও মোৰ বাবে চিন্তাৰ বিষয় হবই নোৱাৰে। সেয়েহে কৈছো তোমাৰ মোৰ বিয়াৰ ক্ষেত্ৰত মধুমতী প্ৰতিবন্ধক হবই বুলি তুমি অনাহক আতঙ্কগ্ৰস্ত হৈছা।

মধুমতীক মই ভাল পাও, মধুমতীক মই বিয়া কৰাম বুলি প্ৰতিশ্ৰুতি দিছো।

সেই প্ৰতিশ্ৰুতিৰ কোনো মূল্য নাই ৰঞ্জিৎ।

আপুনি ৰঞ্জিৎকুমাৰক নাজানে নীতাদেৱী—সেয়েহে আপুনি তেনেকুৱা কথা কবলৈ সাহস পাইছে। মই এবাৰ কাৰোবাক কথা দিলে সেই কথা ৰাখাৰ ক্ষেত্ৰত মোক কোনোৱে তলাব নোৱাৰে।

কিন্তু মধুমতীৰ প্ৰশ্নটো বেলেগ। প্ৰেমকৰা আৰু বিয়া কৰোৱা দুয়োটা বেলেগ বস্তু। বিয়া মানে হ'ল—তোমাৰ দুখ সুখৰ চিৰজীৱনৰ লগৰী। মধুমতী ৰূপৱতী—তাইৰ দৰে ছোৱালীৰ লগত প্ৰেম কৰা যায়। মধুমতীৰ মাতৃ

পৰিচয় কি, তাইৰ পিতৃৰ আত্মীয়ইবা কি আৰু জীবিকা নিৰ্বাহৰ পথ কি সেই খিনি জনাৰ পিচত মই নাভাবো যে—তোমাৰ দৰে ঐশ্বৰ্য্যশালী সম্ভ্ৰান্ত ঘৰৰ সন্তানৰ বাবে মধুমতীৰ অস্তিত্ব স্বীকাৰ কৰিব পৰা যায়।

নীতাৰ কথাত ৰঞ্জিতে ধৈৰ্য্যৰ লেকাম হেৰুৱাই পেলালে। তেওঁ খং গৈ মুখেৰে উঠিল। প্ৰায় উত্তেজিত স্বৰেই চিঞৰি উঠিল—নীতাদেৱী, আপুনি মোৰ ব্যক্তিগত প্ৰসঙ্গ লৈ বহুদূৰ সোমাই পৰিছে। আপুনি মোক অধিক অপমান কৰিবলৈ চেষ্টা নকৰিব।

তুমি ৰঞ্জিৎ—তুমি তোমাৰ মাতৃক অপমান কৰিছা, অপমান কৰিছা মোৰ পিতৃ মাতৃক, অপমান কৰিছা মোক, সেয়ে এই প্ৰসঙ্গ যিমানেই বিৰক্তিকৰ নহওক—মই ভাবো প্ৰসঙ্গটোৰ আজিয়েই কিবা এটা হেস্তনেস্ত হোৱা প্ৰয়োজন।

আপোনালোকক মই কেনেকৈ অপমান কৰিলো ?

তোমাৰ মাতৃয়ে বিচাৰে—তোমাৰ কোনো এক সম্ভ্ৰান্ত ঘৰৰ জীয়ৰীৰ লগত বৈবাহিক সম্পৰ্ক হওক। সেই সূত্ৰেই আমাৰ লগত যোগসূত্ৰ। তোমাৰ মাতৃয়ে জানে তোমাৰ যে—পিতৃ পৰিচয়হীন এগৰাকী তৃতীয় শ্ৰেণীৰ নৰ্তকীৰ লগত সম্বন্ধ। মই বৰ স্পষ্টবাদী ৰঞ্জিৎ। সকলো কথা স্পষ্ট ভাবে আলোচনা কৰা-টোৱেই মোৰ অভ্যাস। সেয়ে তোমাৰ মাতৃৰ নিৰ্দেশতে তোমাক স্পষ্টভাৱে সকলো কথা সুধিছো, মোৰ কথাই তোমাক ক্ষুণ্ণ কৰিছে—সেই কথা মই বুজিছো, কিন্তু তোমাৰ কথাইও যে আমাক ক্ষুণ্ণ কৰিছে সেই কথা তুমি বুজা নাই।

মোৰ কথাতো কোনো লুকঢাক নাই নীতাদেৱী—মোৰ কথাও স্পষ্ট। মোৰ কথা হৈছে মই আপোনাক বিয়া কৰোৱাৰ প্ৰশ্ন নুঠে। যিহেতু মই এগৰাকীক ভাল পাও। মধুমতীক মই বিয়া কৰাম বুলি কথা দিছো। মধুমতীয়েও মোক ভাল পায়।

মধুমতীয়ে তোমাক ভাল পায়—? হুহুৱালা ৰঞ্জিৎ। অৱশ্যে সেই স্তৰৰ মানুহে সকলো কৰা সম্ভৱ। ধনৰ আকৰ্ষণে নো কি কৰিব নোৱাৰে।

আপুনি কি কব খুজিছে ? ৰঞ্জিতৰ উত্তেজিত স্বৰ।

মধুমতীৰ কথা। মধুমতী কেৱল পতনমুখী এগৰাকী নাৰীৰ গৰ্ভত জন্মা এগৰাকী যুৱতীয়েই নহয়। পিতৃ পৰিচয় নথকা, সেই পৰিবেশত ডাঙৰ দীঘল হোৱা এগৰাকী সুন্দৰী যুৱতী যি হোৱাতো স্বাভাৱিক—মধুমতী সেই পৰ্য্যা-য়ৰে যুৱতী। তুমি যদি ভাবিছা—এই মুহূৰ্তত মধুমতীয়ে কেৱল এজনকহে ভাল পায়—তেতিয়াহলে তোমাৰ সেই ধাৰণা ভুল। তুমি হয়তো মোৰ কথা বিশ্বাস কৰিবলৈ টান পাবা। আৰু বিশ্বাস কৰিবলৈ টান পাবা বুলি অনুমান কৰিয়েই মই তাৰ প্ৰমাণো আনিছো। তোমাৰ হয়তো মনত প্ৰশ্ন জাগিব এই প্ৰমাণবোৰ কেনেকৈ সংগ্ৰহ কৰিলো, কিয় সংগ্ৰহ কৰিলো ? তাৰ উত্তৰত মই কও—তুমি যে এগৰাকী দুষ্টা চৰিত্ৰাৰ কবলত পৰিছা সেই কথা তোমাৰ সম্মুখত উদঙাই দেখুৱাবলৈ মই এটা পৰিকল্পিত প্ৰচেষ্টা চলাইছিলো। মোৰ

প্ৰচেষ্টা বহুখিনি সফলকাম হ'লআৰু কব পাৰা মোৰ অনুমানো বহুখিনি সঁচা বুলি প্ৰমাণিত হ'ল। মধুমতীক মই যিমান তলখাপৰ ছোৱালী বুলি ভাবিছিলো—তাতোকৈ বহুত নিম্নস্তৰৰ। মোৰ এই কথাষাৰ সঁচা প্ৰমাণিত কৰিব এই ছবি কেইখনে। তুমি তন্ন তন্নকৈ ছবি কেইখন চোৱা আৰু তাৰ পিচতো যদি কিবা-কথাৰ ব্যাখ্যা বিচাৰা সেই ব্যাখ্যা তুমি মোৰ ওচৰত পাবা।

এটা প্লাষ্টিকৰ পেকেট সন্মুখৰ টেবুলত পৰি আছে।

নিৰ্কম্প দৃষ্টিৰে ৰঞ্জিতে পেকেটটোলৈ চাইছে।

ৰঞ্জিতৰ এই দৃষ্টিক উপেক্ষা কৰি নীতাই পেকেটটো ৰঞ্জিতৰ ফাললৈ অলপ ঠেলি দিলে।

পেকেটটো টেবুলৰ পৰা মাটিত পৰি পেকেটৰ ভিতৰত থকা ফটোবোৰ মজিয়াত সিচৰিত হৈ পৰিল।

ফটোবোৰে ৰঞ্জিতৰ দৃষ্টি কাঢ়ি নিলে।

মানুহটো যেন লাজ অপমানত কঁপিবলৈ ধৰিছে।

একেখাপে তুলি লসে ভাবিৰ কাষত পৰি থকা ফটোখন।

ৰঞ্জিতৰ দৃষ্টিত যেন অগ্নি। সম্ভৱ হলে ফটোত থকা মানুহটোক যেন ৰঞ্জিতে গ্ৰাস কৰিব।

জ্বলা জুইত ঘিউ ঢালি দিবলৈ—নীতাই তিৰস্কাৰৰ হাঁহি মাৰি কলে—মধুমতীৰ বাহুবন্ধনৰ সেই পুৰুষজন কাষত থকা মধুমতীৰ প্ৰথম সন্তানটোৰ পিতৃ। এতিয়া তুমি যদি জানিব বিচৰা সেই প্ৰথম সন্তানটো আৰু প্ৰথম স্বামীৰ অস্তিত্ব, সেই বতৰাও মই তোমাক দিব পাৰো।

কিন্তু ৰঞ্জিতে নীতাৰ কথালৈ কাণ নি দি তুলি ললে আন এখন ছবি।

ফটোতে স্থিৰ দৃষ্টি নিবন্ধ হোৱাৰ লগে লগে ৰঞ্জিৎ আৰু অধিক উত্তেজিত হৈ পৰিল।

নীতাই জ্বলা জুইত অধিক ঘিউ ঢালিলে—সেইয়া কোনো চিনেমাৰ দৃশ্য নহয়। চিনেমাৰ দৃশ্য হলেও এনে দৃশ্য চেন্সৰে কেতিয়াও পাচ নকৰে। গতিকে বুজিছাই ৰঞ্জিৎ দুখন ফটোৱেই মধুমতীৰ প্ৰকৃত স্বৰূপ জনাৰ বাবে যথেষ্ট। তথাপিও যদি এই ছবি দুখনে তোমাৰ মনক পতিয়ন নিয়াব পৰা নাই, এতিয়াও যদি মধুমতীৰ প্ৰতি তোমাৰ সামান্য হ'লেও ভাল ভাব আছে—তেতিয়াহলে তুমি বাকী ফটোখিনিও তন্ন তন্নকৈ চোৱা। মইতো ভাবো—মধুমতীৰ প্ৰকৃতৰূপ জানিবৰ বাবে এই ফটোখিনিয়েই যথেষ্ট। এই ফটোৰ দৃশ্যসমূহ হৃদয়ঙ্গম কৰিলেই নিশ্চয় তুমি বুজি পাবা মধুমতীয়ে কিদৰে প্ৰেমৰ অভিনয় কৰি তোমাক প্ৰতাৰণা কৰিব খুজিছে।

কিন্তু ৰঞ্জিৎ—মধুমতী সম্পৰ্কে মোৰ সংগ্ৰহ সিমানতে শেষ নহয়। মধুমতী সম্পৰ্কে মই আৰু কিছু তথ্য সংগ্ৰহ কৰিছো। কিয়নো মই জানো তুমি মধুমতীক গভীৰ ভাবে ভালপোৱা। আৰু এই দৰে গভীৰ ভাৱে ভালপোৱা পাত্ৰীক প্ৰেমৰ চকুৰে দৃষ্টি দিবলৈ তোমাক ইয়াতকৈও নিৰ্ভৰযোগ্য প্ৰমাণ

লাগিব, সেই প্ৰমাণো মই লগত আনিছো।

কি প্ৰমাণ? ৰঞ্জিতে চিঞৰি উঠিল।

ৰঞ্জিতৰ মুখলৈ চাই নীতাই বুজিছে ৰঞ্জিৎ ইতিমধ্যে কি পৰ্য্যায়ৰ মানসিক অন্তৰ্দ্বন্দ্বত ভুগিছে। কিন্তু ৰঞ্জিতৰ দৰে ভদ্ৰলোক পৰ্য্যায়ৰ মানুহক কোনো অপকৰ্মত জড়িত হোৱাত বাধ্য কৰিবলৈ ইয়াতকৈও উত্তেজিত কৰাতো প্ৰয়োজন।

সেয়ে নীতাই ৰঞ্জিতক অধিক জ্বলাই তুলিবলৈ হাঁহি হাঁহিয়েই কৈ গল— এজনী দুশ্চৰিত্ৰা নাৰীয়ে তোমাৰ দৰে এজন সহজ সৰল লোকক কি পৰ্য্যায়ৰ প্ৰতাৰণা কৰিব পাৰে তাৰ প্ৰমাণ এইটো। লোৱা ৰঞ্জিৎ— এইটো এটা ভিডিঅ' কেচেট। হেপাহ পলুৱাই এই কেচেটত বন্দী হৈ থকা দৃশ্যবোৰ উপভোগ কৰা। খুটিনাতি মাৰি একাধিক বাৰ চোৱা। আৰু হেপাহ পলুৱাই চোৱাৰ পিচত আৰু এই কেচেটত বাণীবন্ধ সংলাপবোৰ হৃদয়ঙ্গম কৰাৰ পিচত— অনুগ্ৰহ কৰি মোলৈ এটা ফোন কৰিবা— তেতিয়াও তোমাৰ মধুমতীৰ প্ৰতি গভীৰ প্ৰেম আছেনে নাই, মধুমতীক লৈ জীৱন গঢ়াৰ বাসনা তোমাৰ আছেনে নাই।

বন্ধ কৰক নীতাদেৱী— বহুত হ'ল। আপুনি শেষ পৰ্য্যায় পাইছেগৈ। মোৰ ধৈৰ্য্যচ্যুতি হৈছে। মোৰ পৰা— অশিষ্ট আচৰণ পোৱাৰ আগতে আপুনি আতৰি যাওক। আতৰি যাওক।

# ২

বৃহৎ চৌহদৰ পৰা গাড়ীখন ওলাই ৰাজপথত উঠাৰ পিচতে গাড়ীয়ে তীব্ৰ গতি ললে।

পিচৰ চিটত হেলনীয়াকৈ বহি থোৱা ৰঞ্জিৎকুমাৰ এতিয়া অস্বস্তিত ভুগিছে। অকস্মাৎ এইবোৰ কি হৈ গল। দৃঢ়তাৰে বান্ধিৰখা তাৰ মনটো কিয় লেহুকা হৈ পৰিল। মধুমতীয়ে জানো তাক সঁচাকৈয়ে প্ৰতাৰণা কৰিলে?

কিন্তু ফটোৱেটো মিছা নহয়। এখন দুখন নহয়, দহখনকৈ ফটো। যিবোৰ ফটোত স্পষ্টভাৱে ফুটি ওলাইছে মধুমতীৰ চৰিত্ৰ। ইয়াতকৈ আৰু কি প্ৰমাণৰ আৱশ্যক। নীতাইটো স্পষ্টভাৱেই কৈছে মধুমতীৰ প্ৰতি তাৰ ভুল ধাৰণা ভাঙিবৰ বাবেই— নীতাৰ উদ্যোগতে পৰিকল্পিত ভাৱেই মধুমতীৰ কাৰ্য্য-কলাপ সাৱধানে নিৰীক্ষণ কৰি কেমেৰাৰে ধৰি ৰাখিছে। তাতকৈও স্পষ্ট প্ৰমাণ আছে— ভিডিঅ' কেচেটটোত।

বঞ্জিতে এবাৰ দুবাৰকৈ একাধিকবাৰ ভিডিঅ' কেচেটটো চাইছে। যিমান বাৰেই চাইছে সিমান বাৰেই অধিক প্ৰত্যয় গৈছে–মধুমতী সম্পৰ্কে নীতাই উত্থাপন কৰা মন্তব্য মিছা নহয়।

আৰু এনে ভাব মনলৈ অহাৰ পিচত বঞ্জিৎ হৈ পৰিছে অস্থিৰ। বঞ্জিতে এতিয়া বুজি পাইছে প্ৰেম কি বস্তু। বুজি পাইছে প্ৰেমৰ বিপৰীত দিশটোযে কিমান বিষময়।

প্ৰেমৰ বিষক্ৰিয়াই এতিয়া বঞ্জিতৰ সমগ্ৰ সত্তাক আজুৰি পেলাইছে।

মধুমতীয়েই প্ৰথম নাৰী যি বঞ্জিতৰ জীৱনলৈ আহিছিল প্ৰেমিকাৰ ৰূপত।

নাৰীৰ লগত কোনো সান্নিধ্য নথকা বঞ্জিতে মধুমতীৰ সান্নিধ্যত আপ্লুত হৈছিল। মধুমতীৰ প্ৰেমত বিয়াকুল হৈছিল। মধুমতীক সৰল চিত্তে গ্ৰহণ কৰিছিল। মাকৰ হুকাবধা নামানি, বন্ধু-বান্ধবৰ হুকাবধা নামানি মধুমতীক অন্তৰ উজাৰি ভাল পোৱা দিছিল, বিনিময়ত বিচাৰিছিল মধুমতীৰ পৰাও নিৰ্ভেজাল ভালপোৱা।

কিন্তু মধুমতীয়ে যে বঞ্জিৎৰ সৰলতাক এনেদৰে প্ৰবঞ্চনা কৰিব সেই ধাৰণা তাৰ কিছু সময় আগলৈকে নাছিল।

অথচ নীতাই তাক উদঙাই দেখুৱাই দিলে সি কেনে এক প্ৰতাৰণাৰ মেৰজালত সোমাই পৰিছিল।

এই মুহূৰ্তত তাৰ অন্তৰত জ্বলিছে বেদনাৰ দাবানল। বিফল প্ৰেমিকৰ অন্তৰত জ্বলা দাবানল। সৰল হৃদয়ক প্ৰতাৰিত কৰাৰ দাবানল।

এতিয়া তাৰ মনত একাধিক প্ৰশ্ন—কিয় মধুমতীয়ে এনেদৰে তাক প্ৰতাৰণা কৰিলে। তাৰ দৰে এজন কোটিপতি ভদ্ৰ ব্যক্তিৰ যিক্ষেত্ৰত পাত্ৰীৰ কোনো অভাৱ নাছিল, তেনেক্ষেত্ৰতো সি মধুমতীৰ দৰে এগৰাকীক গ্ৰহণৰ বাবে প্ৰস্তুত হৈছিল। মাকৰ মনত দুখ দি। বন্ধুবান্ধবৰ মনত দুখ দি। সি নিজৰ যুক্তিত নিজেই অটল আছিল।

সি মধুমতীক ভাল পাইছিল। ভাল পাইছিল মধুমতী ৰূপবতী বুলিয়েই, মধুমতীৰ আচাৰ ব্যৱহাৰ চাল চলনেও তাক অভিভূত কৰিছিল। সি জানিছিল এনে এজনী ছোৱালীক ভাল পোৱাৰ পৰিণাম তাৰ বাবে বেয়া হব। এই ছোৱালীজনীক চিৰকালৰ বাবে নিজাববীয়াকৈ পাবলৈ সি প্ৰতিবন্ধকৰ সন্মুখীন হব লাগিব। যিহেতু মধুমতীয়ে সোণৰ চামুচ লৈ তাৰদৰে কোটিপতিৰ ঘৰত জন্মগ্ৰহণ কৰা নাছিল। মধুমতী জন্ম লভিছিল দৰিদ্ৰৰ ঘৰত। আৰু দৰিদ্ৰৰ ঘৰত জন্ম লভিছিল বাবেই মধুমতীয়ে ডাঙৰ হোৱাৰ লগে লগে জীৱিকা নিৰ্বাহৰ পথ বিচাৰি ফুৰি নৈশ ক্লাবৰ নৰ্ত্তকী হৈ নিজৰ আৰু মাকৰ পেটৰ ক্ষুধা নিৰ্বাপিত কৰিছিল।

বঞ্জিৎৰ যুক্তি আছিল—যিদৰে দৰিদ্ৰৰ ঘৰত জন্ম লভাতো মধুমতীৰ দোষ হব নোৱাৰে তেনেকৈ জীৱিকা নিৰ্বাহৰ বাবে নৈশ ক্লাবত নৃত্য কৰা কথাটোও

সোঁৱৰণীয় হব নোৱাৰে। আৰু কেৱল এই দুটা কাৰণতে মধুমতী তাৰ উপযুক্ত নহয় বুলি কোৱা কথা ৰঞ্জিতে কেতিয়াও মানি লোৱা নাছিল।

বৰঞ্চ এই দুটা কাৰণৰ বাবে ৰঞ্জিৎ মধুমতীৰ প্ৰতি অধিক আকৰ্ষিতহে হৈছিল। সি যেন প্ৰতিষ্ঠা কৰিব খুজিছিল এক নতুন আদৰ্শৰ। কোটিপতি হৈও এগৰাকী দৰিদ্ৰাক, এগৰাকী বংশ মৰ্য্যাদা নথকা যুৱতীক সি কেনেকৈ স্ত্ৰীৰূপে গ্ৰহণ কৰিব পাৰে সেইকথা যেন দহজনক দেখুৱাব খুজিছিল।

সি দৃঢ়প্ৰতিজ্ঞ আছিল —হাজাৰ প্ৰতিবন্ধক হলেও সি মধুমতীক স্ত্ৰীৰূপে গ্ৰহণ কৰিবই। সি জানে তাৰ এই সিন্ধান্তত মাকে আঘাট পাব। কিন্তু সি নিৰুপায়। সি যে নিজৰ মনতে প্ৰতিজ্ঞাবন্ধ।

মধুমতীয়ে তাক সদায়ে বুজাইছিল তাৰ সিন্ধান্ত ভুল। তাইৰ দৰে তৃতীয় শ্ৰেণীৰ এগৰাকী নাৰী ৰঞ্জিতৰ কেতিয়াও উপযুক্ত নহয়।

মধুমতীয়ে তাক গভীৰ ভাৱে ভাল পাইছিল—যিহৰ বাবে ৰঞ্জিতক আঙুলি টোৱাই কিবা কোৱাৰে সুবিধা কোনোবাই পোৱাতো তাই নিবিচাৰিছিল। সেইবাবে তাই চৰম ত্যাগ কৰিবলৈও সাজু হৈছিল।

ৰঞ্জিতে অকপটে মধুমতীৰ এই ভালপোৱা বিশ্বাস কৰিছিল। আৰু নীতাক লগপোৱাৰ আগমুহূৰ্তলৈকে মধুমতীৰ প্ৰতি তেনে এক ভাৱেই সন্তৰ্পণে মনত আৱৰি ৰাখিছিল। ৰঞ্জিতৰ বদ্ধধাৰণা আছিল মধুমতীক সি জীৱন সঙ্গিনী হিচাপে গ্ৰহণ কৰিলে সুখী হব পাৰিব।

কিন্তু হায়—তাৰ ধাৰণা কিমান ভুল বুলি প্ৰমাণিত হ'ল।

সেয়ে ৰঞ্জিতে নিজৰ অন্তৰত জ্বলা প্ৰতিহিংসাৰ দাবানল নিৰ্বাপিত কৰিবলৈ মধুমতীৰ লগত এক শেষ বুজাপৰা কৰি পেলাব খোজে। শেষ বুজাপৰা কৰি পেলাব খোজে মধুমতী আৰু তাৰ মাজৰ সম্পৰ্কৰ।

যি মুহূৰ্তত সি মধুমতীৰ বাবে চৰম ত্যাগ কৰিবলৈ সাজু হৈছিল, মাকৰ হকাবধা নামানি শুভাকাঙ্ক্ষীৰ হকাবধা নামানি মধুমতীক নিজৰ কৰি লোৱাত প্ৰতিজ্ঞাবন্ধ হৈছিল—সেই মুহূৰ্ততে তাই হানিলে এই আঘাট।

গতিকে সি মধুমতীক সুধিব—তাই কিয় এনে কৰিলে? তাৰ তাইৰ প্ৰতি থকা আস্থা তাইৰ প্ৰতি থকা বিশ্বাসৰ প্ৰত্যুত্তৰ কিয় এনেভাৱে দিলে?

গাড়ীখন তীব্ৰ গতিত আগবাঢ়িছে আৰু তাতকৈও তীব্ৰ গতিৰে তাৰ মনটো মধুমতীৰ কাষলৈ উৰা মাৰিছে। ক্ষোভ আৰু অপমানত জৰ্জৰিত তাৰ মনত আজি কেতিয়াও নোহোৱা এক ধুমুহা বলিছে। মধুমতী যদি সঁচাকৈয়ে দোষী তাই চৰম শাস্তি পাবলৈ সাজু থাকিব লাগিব।

ৰঞ্জিতে এতিয়া বুজিছে—প্ৰেম কৰাতো সহজ, কিন্তু বিৰহৰ জ্বালা সহ্য কৰাটো টান। নহলে তাৰ মনত আজি প্ৰতিহিংসাৰ দাবানল কিয় দপদপকৈ জ্বলিছে।

সি লগত অনা আৰু কেতিয়াও ব্যৱহাৰ কৰি নোপোৱা ৰিভলভাৰটো এটা বিষাক্ত সাপৰ দৰে কোচমোচ খাই তাৰ জেপৰ এচুকত পৰি আছে।

সি মাজে মাজে বিজলাভাৰটোত হাতটো লগাই শিয়ঁৰি উঠিছে।

তাৰ মনটো মাজে মাজে লেহুকা হৈ পৰিছে। কিন্তু পিচমুহূৰ্ত্তত সি মনটোক দৃঢ় কৰিবলৈ চেষ্টা কৰিছে।

সি আজি দেখুৱাবই সময়ত সি কিমান ভয়াবহ হব পাৰে লাগিলে তাৰ এই কাৰ্য্যৰ বাবে পিচলৈ যিমানেই দুৰ্ভোগ ভুগিব লগা নহওক। মধুমতীয়ে প্ৰতাৰণা কৰাৰ পূৰ্ণ মূল্য তাক দিব লাগিব।

এজনী নিম্নস্তৰৰ ছোৱালী, যাৰ কোনো পৰিচয় নাই, তেনে এজনীক তাৰদৰে কোটিপতি এজনে উদ্ধাৰ কৰিব খুজিছিল, কাৰো হকাবধা নামানি আৰু প্ৰতিফল পালে—এইয়া।

কিন্তু সি মধুমতীক লগপোৱাৰ আগতে তাৰ মনটোক দৃঢ় কৰি লব খোজে। সি আজি মদ খাব। কেতিয়াও মদ মুখত দি নোপোৱা সি আজি মদ খাব। হেপাহ পলুৱাই মদ খব। মদ খাব তাৰ মনটো দৃঢ় কৰিবলৈ, তাৰ মনটো কঠিন কৰিবলৈ। মধুমতী সম্মুখত পৰিলে তাৰ মনটো যাতে লেহুকা হৈ নপৰে—তাৰ বাবে সি সাজু হৈ লব লাগিব।

বাটতে ড্ৰাইভাৰক নিৰ্দ্দেশ দিলে—ক্ৰেজী ফক্স ক্যেবাৰে।

বাজৰ দৰে লোকৰ মুখত ক্যেবাৰেৰ নাম শুনি ড্ৰাইভাৰে একো বুজি নাপালে। কেতিয়াও মদ এটোপ মুখত দি নোপোৱা মানুহটোৱেনো ক্ৰেজী ফক্সৰ দৰে হুলস্থুলীয়া ক্যেবাৰেলৈ যোৱাৰ কথা কবনে?

ড্ৰাইভাৰে গাড়ীৰ গতি কিছু কমাই মনৰ খুদ-দুৱনি মাৰিবলৈ সুধিলে—কলৈ যোৱাৰ কথা কলে চাৰ?

বাটতে সকলো মনৰ স্তূপীকৃত খং যেন ড্ৰাইভাৰটোৰ ওপৰতে জাৰিব তেনে ভাৱত চিঞৰি উঠিল—এবাৰত নুশুন, ক্ৰেজী ফক্স ক্যেবাৰে।

ড্ৰাইভাৰ নিশ্চিন্ত হৈ—ক্ৰেজী ফক্সৰ ফালে গতি লৈ বুজি পালে—চাহাবৰ যেন আজি কিবা এটা হৈছে।

কিন্তু কি হৈছে? চাহাবেটো কেতিয়াও এনে কৰা নাই। মানুহটোৱে যেন গাড়ীত বহাৰে পৰা চট্‌ফট্‌ কৰিছে। কিবা চন্তাত যেন একেবাৰে ডুব গৈ আছে। এয়াৰ কণ্ডিচনড্‌ গাড়ীত বহিও মানুহটোৰ কপালত ঘাম বিৰিঙিছে। তাতেই কেতিয়াও নোকোৱা ক্যেবাৰেৰ নাম কোৱাত ড্ৰাইভাৰটো নিশ্চিত হ'ল চাহাবৰ মনত আজি চিন্তাৰ ধুমুহা।

ড্ৰাইভাৰে এই কথা ভবাৰ লগে লগে মনত ভয় সোমাল—চাহাবে আজি কিবা কৰিব নলগীয়া কাম কৰি নেপেলালেই হ'ল।

আৰু সেই মুহূৰ্ত্ততে এটা আলি মোৰ লবলৈ গৈ ড্ৰাইভাৰৰ চকুত পৰিল এখন গাড়ীয়ে সিহঁতৰ গাড়ীখন অনুসৰণ কৰিছে। অথানিৰেপৰা পিচৰ গাড়ীখনে ছাঁৰ দৰে এইখন গাড়ীৰ পিচত লাগি ৰৈছে। আৰু এতিয়া সি নিশ্চিত হ'ল যে গাড়ীখনেয়ে অথানিৰে পৰা সিহঁতকে অনুসৰণ কৰিছে—তাত কোনো ভুল নাই।

ড্ৰাইভাৰে একমুহূৰ্ত চিন্তা কৰিলে কথাটো তাৰ চাহাবক কৰনে নকৰ? কিন্তু পিচমুহূৰ্ততে ভাবিলে চাহাবৰ বি উগ্ৰমূৰ্ত্তি—এই মুহূৰ্তত কথাটো নোকোৱাই ভাল।

সি গাড়ীৰ গতি অধিক বঢ়াই চালে—পিচৰ গাড়ীখনবো লগে লগে গতি বাঢ়িল। ড্ৰাইভাৰে ঠেক পালি কিছুমানৰ মাজেদি তীব্ৰগতিত গাড়ীখন পাৰ কৰি নি ক্ৰেজী ফক্স ক্যেবাৰেৰ সন্মুখত গাড়ীখন ঠিৰ কৰালেগৈ।

ৰঞ্জিৎ নামিবৰ বাবে পিচৰ দুৱাৰখন খুলি মেলি ধৰাৰ সময়তে ড্ৰাইভাৰে দেখিলে দূৰত সিহঁতক অনুসৰণ কৰা গাড়ীখনো আহি বৈছেহি।

ৰঞ্জিতে গাড়ীৰ পৰা নামি ক্ৰেজী ফক্স ক্যেবাৰেৰ প্ৰৱেশ পথৰ ফালে এখোজ আগবাঢ়ি একমুহূৰ্ত ৰ'ল আৰু ড্ৰাইভাৰক উদ্দেশী কলে—মোৰ কিমান দেৰী হয় ঠিক নাই। গাড়ীৰ চাবিটো দি তই বিদায় ল। মই নিজেই গাড়ী লৈ যাম।

ড্ৰাইভাৰে চাহাবৰ কথাত প্ৰমাদ গণিলে। কিন্তু মালিকৰ কথাত মাত মতাৰ সাহস তাৰ নাই। সেয়ে দ্বিধাগ্ৰস্তভাৱে চাবিটো সি ৰঞ্জিতৰ হাতত দি কিছুসময়ৰ বাবে হতভম্ব হৈ সি ঠাইতে ঠিৰ হৈ থাকিল।

গাড়ীৰ চাবি হাতত লৈ আৰু এক মুহূৰ্তও বিলম্ব নকৰি ৰঞ্জিতে ক্ৰেজী ফক্স ক্যেবাৰেত প্ৰৱেশ কৰিলে।

ক্ৰেজী ফক্স মহানগৰীৰ অন্যতম নামী দামী নাইট ক্লাব। একাধিক সুন্দৰী বেলীডেন্সাৰৰ সমাগম এই নাইট ক্লাবত। মহানগৰীৰ সবাতোকৈ আকৰ্ষণীয় নৰ্তকী বেলোৰিনাই এই নাইট ক্লাবত সপ্তাহত এবাৰকৈ নৃত্য কৰে। বেলোৰিনাৰ দেহত কোনো আৱৰণ নৰখাকৈ কৰা নৃত্য বহুতৰে আকৰ্ষণৰ বস্তু। এই নৃত্য উপভোগ কৰিবলৈ বহু দূৰৰ পৰাও বহুতো ধন ভাঙি চহকী কামুক বেলোৰিনা নাইটত উপস্থিত হয়।

ক্ৰেজী ফক্সৰ আজি সেই বিশেষ দিন।

বেলোৰিনাৰ কমলাবৰ্ণীয়া বিবসনা দেহৰ নৃত্য উপভোগ কৰিবলৈ আজি দৰ্শকে গিজগিজাই পৰিছে।

ক্ৰেজী ফক্সৰ অভ্যন্তৰগত স্তিমিত পোহৰ।

দেখ নেদেখ পোহৰৰ আৰলৈ সন্মুখত সুৰাৰ গিলাচ লৈ দৰ্শকে ধৈৰ্য্যৰে বাট চাইছে—বেলোৰিনাৰ নৃত্য উপভোগৰ বাবে।

গহীন খোজৰে ৰঞ্জিৎ ক্ৰেজী ফক্সৰ অভ্যন্তৰগত প্ৰৱেশ কৰি—একমুহূৰ্ত ৰ'ল।

চৌদিশৰ আলেখ লেখ এবাৰ চকু চালে।

সুৰাময় মানুহৰ অসংলগ্ন কথাৰ হুলস্থুলত ৰঞ্জিৎৰ মনৰ চিন্তাৰ ধুমুহা যেন ক্ষন্তেকলৈ স্থবিৰ হৈ ৰ'ল।

কিন্তু ক্ষন্তেকৰ বাবেহে।

পিচ মুহূৰ্ততে ৰঞ্জিৎৰ মনত জ্বলা জুই পুনৰ দপদপাই উঠিল।

আজি বাঁজেং এক শেষ বদ্নাপবাত উপনীত হব। প্রতাৰণাৰ শাস্তি যে কি ভয়ানক সেই কথা মধুমতীক আজি বুজাই দিব। বুজাই দিব—প্রেম বিৰহৰ যন্ত্রণাও যে কিমান ভয়ঙ্কৰ হব পাৰে।
আৰু সেই প্রস্তুতিৰ বাবেই তাৰ মনটো দৃঢ় কৰাৰ প্রয়োজন। আৰু সেই দৃঢ়তাৰ বাবেই প্রয়োজন সুৰাৰ।
সি ব্রেণ্ডী কিনলে আহিছে—মদ খাবলৈ, মদ খাই তাৰ মনত সাহস সঞ্চয় কৰিবলৈ, সাহস সঞ্চয় হলেহে সি দৃঢ়তাৰে মধুমতীৰ সম্মুখীন হব পাৰিব।
বাঁজেতে সম্মুখতে পোৱা আসন খনত ঢপকৈ বহি পৰিল। চিঞৰি উঠিল—মোক প্রচুৰ মদ লাগে—মদ—মদ। আৰু চিঞৰৰ লগে লগে বিষাক্ত সাপৰ দৰে জেপত সুপ্ত হৈ থকা বিভলভাৰটোত মুঠি মাৰি ধৰিলে। বিশ্বাসঘাটকৰ উচিত শাস্তি দিয়াৰ কর্তৃত্ব এই বিভলভাৰটোৰ ওপৰতে যেন বাঁজেতে অর্পণ কৰিছে।

# ৩

মধুমতী বিভলভাৰৰ গুলীত হত্যা হোৱা ঘটনাতকৈ আপুনি এমাহ ধৰি নিখোজ হোৱা ঘটনাটোহে মানুহৰ আলোচ্য বিষয় এতিয়াও হৈ আছে। সকলো মানুহেই নিশ্চিত যে মধুমতী আপোনাৰ বিভলভাৰৰ গুলীতে নিহত হৈছে আৰু আপোনাৰ দৰে সহজ সৰল লোক এজনে মধুমতীক কিয় হত্যা কৰিবলৈ গল সেই কথাও মানুহে কিছুমান সঁচা আৰু কিছুমান কল্পিত কাহিনীৰে প্রত্যয় গৈছে। মানুহৰ জানিবলৈ বাকী নাই যে প্রেমৰ বিফল পৰিণতিয়েই মধুমতী হত্যাৰ একমাত্র কাৰণ।
মধুমতীয়ে আপোনাক প্রতাৰণা কৰিছিল। আপোনাৰ দৰে সহজ সৰল লোক এজনক অন্ধ সজাই বিশ্বাস ভঙ্গ কৰিছিল।
এই বিশ্বাসভঙ্গৰ বাবেই আপোনাৰ মনত জ্বলিছিল দাবানল। গতিকে আপোনাৰ অন্তর্দ্রোহৰ বলী হ'ল মধুমতী।
যিজন মানুহে আনৰ উপকাৰৰ বাহিৰে আন চিন্তা কাহানিও কৰি পোৱা নাছিল, যিজন মানুহে মানুহ হত্যাতো দূৰৰেই কথা মানুহৰ অহিত চিন্তা পর্য্যন্ত কাহানিও কৰি পোৱা নাছিল, সেইজন মানুহে—মানুহ হত্যাৰ নিচিনা কার্য্য কেনেকৈ কৰিব পাৰে? এতিয়া এই প্রশ্নটোৱেই হৈছে সকলোৰে মনত।
মইতো বিশ্বাস নকৰো যে আপুনি মধুমতীৰ দৰে কোমলমতীক নিজে গুলিয়াই হত্যা কৰিব পাৰিব। তাকেই মধুমতী আছিল আপোনাৰ প্রেমিকা, অন্তৰ

উজাবি আপুনি মধুমতীক ভাল পোৱাৰ কথা মই জানো। সকলোৱে হকাবধা আওকাণ কৰিও আপুনি মধুমতীক নিজৰ কৰি লব বিচাৰিছিল। বাধা দিছিল আপোনাৰ মাতৃয়ে, বাধা দিছিল আপোনাৰ হিতাকাংক্ষীয়ে। অথচ আপুনি আছিল আকোৰ গোজ। মধুমতীক আপুনি ভাল পাইছিল, সম্ভ্ৰান্ত ঘৰৰ নহয় বাবেই মধুমতী আপোনাৰ অনুপযোগী হব বুলি আপুনি বিশ্বাস কৰা নাছিল। অথচ সকলো যেন খেলিমেলি হৈ গল।

বিশ্বাস কৰক আপুনি নিজ মুখে নোকোৱা পৰ্য্যন্ত মই কিন্তু পতিয়ন যোৱা নাছিলো যে—মধুমতীক আপুনিয়েই নিজ হাতৰে, নিজৰ বিভলভাৰৰ গুলীৰে হত্যা কৰিছে। মই আশা কৰিছিলো—আপুনি যেন কব এই হত্যা আপুনি কৰা নাই। আপোনাৰ বিভলভাৰৰ গুলী মধুমতীৰ বুকুত সোমোৱা নাই। আপুনি কাৰোবাৰ চক্ৰান্তৰহে বলী হৈছে। অথচ এইমাত্ৰ আপুনি নিজেই কলে—মধুমতী নিহত হৈছে আপোনাৰ বিভলভাৰৰ গুলীত।

মধুমতীক মইয়েই হত্যা কৰিছো বেদভূষণ।

পাপীৰ প্ৰায়শ্চিত্ত মই নিজ হাতৰেই কৰিছো। প্ৰতাৰণাৰ পৰিণাম তাই এনেদৰেই পালে।

যোৱা এমাহ ধৰি মই এই অচল জাহাজত আত্মগোপন কৰি আছো। বম্বে ডক ইয়াৰ পৰা দহ কিলোমিটাৰ নিলগত। সাগৰৰ মাজৰ নিৰিবিলিৰ এই পৰিত্যক্ত জাহাজত বন্দী কয়দীৰ দৰে আবদ্ধ থাকি—মইও কম মানসিক অৰ্ন্তদ্বন্দ্ব ভোগ কৰা নাই।

মধুমতীক মই হত্যা কৰিছো—কেৱল উত্তেজনাৰ বশবৰ্তী হৈয়েই নহয়, কব পাৰা ঠাণ্ডা মূৰৰেই মই হত্যা সম্পন্ন কৰিছো। আৰু কিয় কৰিছো সেই কথাও তুমি জানা।

মই এজন কোটিপতি। মোৰ ধনৰ অভাৱ নাই। মোৰ দৰে উপযুক্ত প্ৰাৰ্থীক ছোৱালী যচা লোকৰো অভাৱ নাছিল। কিন্তু দুৰ্ভাগ্যবশতঃ মধুমতীৰ লগত মোৰ প্ৰেম হ'ল। কোনোদিনেই প্ৰেমিকাৰ ৰূপত কোনো ছোৱালীৰে সংস্পৰ্শত নহা মোক মধুমতীৰ প্ৰেমে বিয়াকুল কৰিলে।

মধুমতীৰ প্ৰেমত মই হাবুডুবু খালো। যদিও মই জানো মধুমতী কোনো সম্ভ্ৰান্ত ঘৰৰ জীয়ৰী নহয়। মধুমতীৰ মাতৃ এক পতিতা। মধুমতীৰ একমাত্ৰ পৰিচয় আছিল—তাই এগৰাকী নৈশক্লাবৰ নৰ্ত্তকী।

বেদভূষণ—তুমি হলা মোৰ বিশ্বস্ত কৰ্মচাৰী। প্ৰায় দুটা যুগ তুমি মোৰ লগত কাম কৰিছা, তোমাক মই বিশ্বাস কৰিব পাৰো আৰু সেই বাবেই মোৰ এই আত্মগোপন কৰি থকা স্থানতো তোমাক মাতি আনিছো। গতিকে তোমাক সকলো কথাই খুলি কৈছো।

মধুমতীৰ লগত মোৰ ঘনিষ্ঠতা কোনোৱে সুনজৰে চোৱা নাছিল, আনকি মোৰ মাতৃয়েও। অৱশ্যে মাকে সদায়েই বিচাৰে সন্তানৰ ভাল হোঁৱাতো। গতিকে স্বাভাৱিকতে মোৰ মাতৃয়েও এক নৈশক্লাবৰ নৰ্ত্তকীৰ লগত মোৰ সম্পৰ্ক হোৱা-

কথাটো সহজভাৱে লোৱা নাছিল। মোৰ মাতৃয়ে সকলো প্ৰকাৰে চেষ্টা চলাইছিল মধুমতীৰ সংস্পৰ্শৰ পৰা মই আতৰি অহাৰ বাবে।

তুমি জানা বেদভূষণ—মই কিহৰ বাবে মধুমতীক এৰিব পৰা নাছিলো। তোমাক মই আগতেও কৈছো এতিয়াও কও—মোৰ দৃষ্টিভঙ্গী বহুক্ষেত্ৰত সৰ্বসাধাৰণৰ লগত অমিল। মোৰ দৰে কোটিপতি এজনে মধুমতীৰ দৰে সুন্দৰী নৈশক্লাবৰ নৰ্তকী এগৰাকীক যি অৰ্থত গ্ৰহণ কৰিলেহেতেন, সেই দৃষ্টিভঙ্গীৰে মধুমতীক মই গ্ৰহণ কৰা নাছিলো। তেনে ঠেক মনোভাবৰে সুযোগ গ্ৰহণ কৰা লোক মই নাছিলো।

মধুমতীৰ লগত মোৰ প্ৰথম পৰিচয় হৈছিল—অভাৱনীয় ভাবে।

তুমি জানা বেদভূষণ—তাৰ আগমুহূৰ্তলৈকে মোৰ মাতৃৰ বাহিৰে কোনো মহিলাৰ লগতে পোনপটীয়াকৈ সম্বন্ধ হোৱা নাছিল। তাৰ আগমুহূৰ্তলৈকে মাৰ বাহিৰে আন কাৰো লগত মোৰ ভিতৰ সম্বন্ধ হোৱা নাছিল।

এদিন নিশা মই বম্বেৰ পৰা আহি পাইছিলোহি দিল্লী মহানগৰী। বিমান বন্দৰৰ পৰা মোক আনিবলৈ গাড়ী গৈছিল।

মই গাড়ীত বহি মোৰ নিৰ্দ্দিষ্ট ঠাইলৈ যাবলৈ উপক্ৰম কৰোতেই দেখিলো—এগৰাকী যুৱতী মোৰ গাড়ীৰ ফালে আগবাঢ়ি আহিছে।

গাড়ীৰ ওচৰ পোৱাত মই ভুমুকি মাৰি দেখিলো—এই যুৱতী গৰাকী মোৰ লগতে একেখন প্লেনতে বম্বেৰ পৰাই আহিছে।

যুৱতী দেখাত সুন্দৰী। ওঠত যেন হাঁহি লাগি আছে।

মই কোনো প্ৰশ্ন কৰাৰ আগতেই যুৱতীয়েই উপযাচী কলে—মই বম্বেৰ পৰা আপোনাৰ লগত একেখন প্লেনতে আহিছো। মোকো এয়াৰপৰ্টৰ পৰা লৈ যাবলৈ খবৰ দিছিলো। কিন্তু এতিয়া দেখিছো কোনো অহা নাই। দিল্লী মোৰ বাবে অচিনাকী ঠাই। তাতেই এই মাজনিশা। আপুনি যদি অনুগ্ৰহ কৰি মোক অলপ সহায় কৰি দিয়ে।

ছোৱালী জনীৰ কথাত মই অলপ বিৰক্ত হলো। তথাপিও ভদ্ৰতা ৰাখিয়েই সুধিলো—কি সহায়?

মোক এটা লিফ্‌ট দিব নোৱাৰিবনে?

মই দেখিলো—ছোৱালীজনী দেখাই শুনাই সম্ভ্ৰান্ত ঘৰৰ। বোধহয় কিবা কাৰণত এই নিশা দিল্লী পাবহি বুলি ঘৰৰ মানুহে খবৰ নাপালে। গতিকে এই নিশাখন ছোৱালীজনীৰ যে বিপদ হব সেইটো হয়। মই যদি গাড়ীত লিফ্‌ট এটা নিদিও ছোৱালীজনী ইয়াতেই নিশাটো পাৰ কৰ লাগিব।

গতিকে মই বিশেষ এটা চিন্তা নকৰাকৈ ছোৱালীজনীক গাড়ীত উঠিবলৈ কলো।

ছোৱালীজনী সন্তৰ্পণে গাড়ীত উঠি বহিল। এটা মৃদু সুগন্ধ আহি মোক নাকত লাগিল। মই বক্ৰ দৃষ্টিৰে ছোৱালীজনীৰ ওপৰত দৃষ্টি দিলো।

জীৱনত প্ৰথম বাৰৰ বাবে তাতেই নিশাৰ আন্ধাৰত মোৰ কাষত এজনী ছোৱালী। ঠিক ছোৱালী নহয়—এগৰাকী সুন্দৰী।

ছোৱালী গৰাকীৰ গাৰ মৃদু গোন্ধ, শ্বাস-প্ৰশ্বাস শব্দৰ দূৰৰত বহি সম্মুখলৈ চাইথকা ছোৱালী গৰাকীৰ ৰূপৰ কিছু আভাষ বিপৰীত ফালৰ পৰা অহা গাড়ীৰ হেড লাইটৰ পোহৰ চিটিকি আহি মোক উমান দিলে।

অলপ পিচতে মই যেন উপলব্ধি কৰিলো মোৰ মনটো যেন অকস্মাৎ চঞ্চল হৈ পৰিছে।

কিন্তু কিয়? কিয় এনে হৈছে?

কেতিয়াওটো এনেকুৱা হোৱা নাই?

কিন্তু হব কেনেকৈ—ছোৱালীৰ লগতনো মোৰ এনেকুৱা সান্নিধ্য কেতিয়া হৈছে? এইয়াই জানো মোৰ প্ৰথম অভিজ্ঞতা নহয়।

ঠিক অভিজ্ঞতা নহয়—অভাৱনীয় অভিজ্ঞতা। কাষত বহোতেই যদি মনটো এনেদৰে উগুল থুগুল হয়, কোনো এগৰাকী ছোৱালীৰ লগত নিবিড় সম্বন্ধ হ'লে, ভালপোৱা বিনিময় হলে কিমান ভাল লাগে চাগৈ।

মই এক ৰঙীন সপোন দেখাৰ দৰেই ছোৱালীজনীৰ কাষত বহি কল্পনাত উঠি ভাহি ফুৰিলো। মোৰ ছোৱালীজনীৰ লগত কথা পাতিবৰ মন গল—অথচ মই মুখ ফুটাই এষাৰো কথা কব নোৱাৰিলো। ক'ৰ ছোৱালী, কলৈ যাব অন্ততঃ প্ৰাথমিক পৰিচয় পৰ্ব খিনিকে—কিন্তু সেইখিনি কথাও মোৰ মুখ ফুটি নোলাল। মই যেন অধিক গম্ভীৰহে হৈ পৰিলো।

কাষতে বহি থকা সুন্দৰী গৰাকীৰ সম্পৰ্কে কেতবোৰ কাল্পনিক চিন্তাই মোক ওপঙাই ৰাখিলে।

কিন্তু অকস্মাৎ মোৰ চিন্তাৰ ৰঙিন পৰ্দাৰ পট পৰিবৰ্তন হ'ল। মই মূৰ্খৰ দৰে কি ৰঙীন কল্পনালৈ উটিভাহি আছো—অথচ তাৰ বিপৰীত ফালটো এতিয়াও মোৰ মনলৈ অহা নাই।

প্ৰথম কথাই হৈছে—মই এক ডাঙৰ ভুল কৰিছো। এগৰাকী অচিনাকী ছোৱালীক তাতেই গাড়ীত উঠিবলৈ দি মই ডাঙৰ ভুল কৰিছো।

মই হেনো এজন চতুৰ ব্যৱসায়ী। অথচ এই সামান্য কথাটোৱেই ইমান সময়ে মোৰ মনলৈ আহিব নাপালে?

সুন্দৰীৰ কবলত পৰি কিমান দুৰ্ঘটনাই প্ৰতিদিন মহানগৰীবোৰত ঘটিবই লাগিছে অথচ সেই কথা এবাৰলৈও মোৰ মনলৈ আহিব নাপালে?

মোৰ চিন্তাৰ পট পৰিবৰ্তন হোৱাৰ লগে লগে—মোৰ মনলৈ যেন শংকাৰ ভাৱও আহিল।

মই এক মুহূৰ্তও আৰু সময় অপব্যয় নকৰি ছোৱালীজনীক জাউঁৰিয়ে জাউঁৰিয়ে প্ৰশ্ন সুধিব ধৰিলো।

মোৰ আকস্মিক পৰিৱৰ্তনত ছোৱালীজনীয়েও বিস্মিত দৃষ্টিৰে মোলৈ চালে।

আৰু এটা দ্বৃটাকৈ মোৰ মনৰ খ্দ্দ্ৰৱীন আতৰাবলৈ ধৰিলে।

ছোৱালীজনীয়ে কলে—এই নিশাখন মোক আমনি কৰিব লগা বাবে তেওঁ হেনো বেজাৰ পাইছে। কিন্তু এই নিশাখন তেওঁৰ আন উপায়ো নাছিল।

তদুপৰি মাজনিশা, তাতেই অচিনাকী ঠাই। ছোৱালী মানুহ এজনীয়ে কৰিবনো কি। সেইবাবেহে মোক আমনি দিলে।

মোক দেখিয়েই ছোৱালীজনীৰ হেনো ধাৰণা হৈছিল—মই এজন ভদ্ৰলোক। নহলেনো অচিনাকী ঠাইত নিশাৰ আন্ধাৰত কি সাহসত এজনী ছোৱালীয়ে এজন অচিনাকী লোকৰ লগত গাড়ীত উঠিব পাৰে।

মোৰ দৃষ্টিত নিৰ্লিপ্ততা দেখিয়েই হেনো ছোৱালীজনীয়ে বুজি পাইছিল মোৰ পৰা কোনো ভয় নাই। আৰু তেওঁৰ সেই ধাৰণা নিশ্চিত হৈছিল—যেতিয়া মই কোনো বাক্যব্যয় নকৰি ছোৱালীজনীক গাড়ীত উঠিবলৈ দিছিলো।

পিচ মুহূৰ্ততে ছোৱালীজনীয়ে মই মনতে ভবা কথাবোৰো কৈছিল—দিল্লী, কলিকতা, বম্বেৰ দৰে মহানগৰীত সুন্দৰীৰ জাল পাতি বহুতো অপকৰ্মই প্ৰতিদিন হব লাগিছে। তেনে কথা জানিও মই যে ছোৱালীজনীক গাড়ীত লিফট দিবলৈ আপত্তি নকৰিলো—সেই কথাইও তেওঁৰ হেনো মোৰ প্ৰতি উচ্চ ধাৰণা আনি দিলে।

মই ছোৱালীজনীৰ নাম সুধিলো।

ছোৱালীজনীয়ে তেওঁৰ নাম কলে—মধু। মধুমতী।

সেইৰাই মধুমতীৰ লগত মোৰ প্ৰথম পৰিচয়। সেই দিনা মইও ভবা নাছিলো নিশাৰ আন্ধাৰত আকস্মিক ভাবে লগপোৱা এগৰাকী যুৱতী কালক্ৰমত মোৰ ভাল পোৱাৰ পাত্ৰী হ'বগৈ।

মধুমতীৰ লগত সামান্য আলাপৰ পিচতে তেওঁৰ প্ৰতি হোৱা মোৰ অলপ আগৰ কুট চিন্তাবোৰ ক্ৰমান্বয়ে কমি আহিল।

সেই দিনা সেইখিনিলৈকে।

মধুমতীক নিৰ্দ্দিষ্ট ঠাইত নমাই দি যেতিয়া মই বিদায় দিলো- তাবো বহুসময়ৰ পিচতহে মোৰ ভাব হ'ল—মধুমতীয়ে যেন বিজুলী চমকৰ দৰে মোৰ মনত দোলাদি থৈ গল। মোৰ অবচেতন মনত নিশ্চয় সেই মুহূৰ্তত মধুৰ প্ৰতি এক অহেতুক অনুৰাগ গঢ় লৈছিল। মোৰ মনটো যেন মধুমতীক পুনৰবাৰ লগপোৱাৰ বাবে উত্মাবল হৈছিল।

অথচ কিমান আচম্বিতে।

মই আচৰিত হৈছিলো—ইতিপূৰ্বেটো মোৰ কাহানিও এনেকুৱা হোৱা নাছিল। এজনী অচিনাকী ছোৱালী—এয়াৰ পৰ্টৰ পৰা চিঠিলৈ গাড়ীত এটা লিফট দিছিলো, কথাবতৰাও তেনেকৈ হোৱা নাছিল—অথচ সেই কম সময়ৰ বাবে লগপোৱা ছোৱালীজনীৰ কথা ভাবিয়েই মোৰ নিশাৰ টোপনি হৰিছে।

এনে হব বুলি ভৰা হলে ছোৱালীজনীৰ পৰিচয়টোকে লৈ থৰ পৰা গজাহেতেন।
কিন্তু বাটত লগপোৱা ছোৱালী—কোনোদিনেই আৰু লগপোৱাৰ প্ৰয়োজন নহব বুলি পৰিচয় পৰ্য্যন্ত সোধা নহল। আৰু মধুমতীয়েও নিজৰ নামটোৰ বাহিৰে নিজৰ পৰিচয় উপযাচী মোক জানিবলৈ নিদিলে।
অথচ পিচতহে উপলব্ধি হৈছে—মধুয়ে মোৰ মনত বাৰকৈয়ে দোলাদি থৈ গৈছে।
দিল্লীত থকা দিনকেইটা মাজে মাজে অবসৰত চকামকাকৈ মধুমতীৰ মুখখন অস্পষ্টকৈ মোৰ মনলৈ আহি থাকিল।
কিন্তু বম্বে পোৱাৰ পিচতে মধুমতীৰ কথা মনৰ পৰাই মচথাই গল।
আৰু এনেদৰেই অতিবাহিত হ'ল কিছুদিন।
তাৰ পিচতে ঘটিল এটা সামান্য ঘটনা।
এদিন মই যোৱাপথত এটা নাইট ক্লাবৰ সম্মুখত হঠাতে দৃষ্টিত পৰিল এখন ছবি।
ছবিখন দেখি—মোৰ চলন্ত গাড়ীখন মন্ত্ৰমুগ্ধৰ দৰে বৈ গল।
মই ভাবি অন্ত নাপালো—ছবিখন মই ক'ত দেখিছো। অথচ মুখখন ইমান চিনাকী চিনাকী লাগিছে কিয় ?
মই থম থমকৈ কিছু সময় গাড়ীতে বহি ৰলো। আৰু অশেষ চিন্তা কৰিলো—ছোৱালীজনীক মই কত লগ পাইছিলো, মোৰ মনলৈ যেন কিৱা এটা অস্পষ্ট ছবি আহিব খোজে, কিন্তু পিচ মুহূৰ্ত্ততে সি ধানবান হৈ যায়।
আৰু অৱশেষত মোৰ কৌতূহল নিবাৰণৰ বাবেই মই প্ৰৱেশ কৰিলো উক্ত নাইট ক্লাবত।
নাইট ক্লাবৰ অভিজ্ঞতা তাৰ আগলৈকে মোৰ একেবাৰে নাছিল। গতিকে মই নাইট ক্লাবটোত প্ৰৱেশ কৰি তাৰ আচহুৱা পৰিবেশত বিৰক্ত হলো। চৌদিশে মদৰ গিলাচ সম্মুখত লৈ এদল কামুক লোকৰ লুভীয়া চকু নাইট ক্লাবটোৰ ডেন্সিং ফ্ল'ৰৰ চাৰিওফালে সন্ধানী দৃষ্টিৰে ঘূৰি ফুৰিছে।
মাইকত ঘোষিত হৈছে অলপ পিচতে আপোনালোকৰ সম্মুখলৈ আগবঢ়াম লাস্যময়ী, হাস্যময়ী নৃত্য পটিয়সী অনিন্দ্য সুন্দৰী মেনকাৰ মনোমোহা নৃত্য। মোৰ মনত জাগিল—কোন এই মেনকা ? এই মেনকাৰ ছবি দেখিয়েই কৌতূহল প্ৰশমিত কৰিব নোৱাৰি মই এই নাইট ক্লাবত প্ৰৱেশ কৰিছো নেকি ? অথচ মেনকা নামটো যেন মই কাহানিও শুনা মনত নপৰে। কোন এই মেনকা ?
কিন্তু নাইট ক্লাবটোৰ সম্মুখত দেখা ছবিখনৰ চকুহালবে মোৰ ভেনেই চিনাকী।
মই আৰু অধিক সময় এই অনিশ্চয়তাৰ অন্ধকাৰত ব'ব লগা নহল।
কিছুমান ক্ষন্তেক পিচতে সজোৰে বাদ্যযন্ত্ৰ সমূহ বাজি উঠিল। বাকী সকলো পোহৰ প্ৰায় নিৰ্বাপিত হৈ গল আৰু ডেন্সিং ফ্ল'ৰত দপ দপকৈ জ্বলি

উঠিল ৰং-বিৰঙৰ গোহৰ।

আৰু এই ৰং-বিৰঙৰ গোহৰৰ ৰামধেনু গাত সানি ফু'ৰত দেখা দিলে মোহনীয় ভংগিমাৰে এক যুৱতী।

ইমান সময়ে এই মুহূৰ্তটোলৈকে অধৈৰ্য্যৰে বহি ৰোৱা দৰ্শকসকলে আনন্দত কিৰিলি পাৰিলে।

এই গৱাকীয়েই নিশ্চয় মেনকা।

কিন্তু মেনকা সেইমুহূৰ্ততো মোৰ বাবে ৰহস্যময়ীয়েই হৈ থাকিল।

যিহেতু সেই মুহূৰ্ততো মেনকাৰ মুখখন এক পাতল আৱৰণৰে ঢকা।

মই প্ৰায় অধৈৰ্য্য হৈ পৰিলো। মোৰ কৌতূহল শীৰ্ষ বিন্দু পালে।

ইফালে নৰ্তকী গৱাকীয়ে সঙ্গীতৰ তালে তালে তাল মিলাই পূৰ্ণ গীতত নৃত্য কৰি গৈছে আৰু নৃত্যৰ গতিৰ লগে লগে মোৰ কৌতূহলী মনটোৱে ধৈৰ্য্যৰে পৰ দিছে—কোন মুহূৰ্তত নৰ্তকী গৱাকীয়ে মুখৰ আৱৰণ আতৰায়।

অৱশেষত এটা সময়ত মোৰ কৌতূহলৰ অৱসান হ'ল।

নৰ্তকী গৱাকীয়ে এটাসময়ত মুখৰ আৱৰণ দলিয়াই পেলালে।

আৱৰণহীন মুখখন দেখিয়েই মোৰ মনত পৰিল—এই মুখ মোৰ চিনাকী। মই কবনোৱাৰাকৈয়ে বাকী মদ্যপ দৰ্শকসকলৰ দৰেই চিঞৰি উঠিলো—মধুমতী।

তাৰ পিচতে মধুমতী আহিল মোৰ জীৱনলৈ। প্ৰৱেশ কৰিলে মোৰ হৃদয়ত।

মধুমতীয়ে কোনো লুকচাক নকৰাকৈয়ে মোক সকলো কৈছিল—তেওঁ যে এগৰাকী পতিতাৰহে ছোৱালী। তেওঁ যে সমাজৰ দৃষ্টিত এক নষ্ট চৰিত্ৰৰ ছোৱালী, তেওঁ যে সমাজত কোনোদিনেই আৰু সম্মানজনক স্থান নাপায়। কাৰণ মধুমতীৰ পিতৃ পৰিচয় নাই। মধুমতীৰ মাতৃ এক পতিতা। মধুমতীৰ উপাৰ্জ্জনৰ পথ সমাজৰ দৃষ্টিত এক স্খলিত নাৰীৰ পথ।

সেই সময়ত মোৰ কি হৈছিল কব নোৱাৰো। মধুমতীৰ জীৱন কাহিনী শুনি মোৰ অন্তৰখন কিয় ইমান আকুল হৈ উঠিছিল?

মই প্ৰায় অন্ধ প্ৰেমিকৰ দৰেই মধুমতীক আকোৱালি লৈছিলো। সেই সময়ত মোৰ মনলৈ আহিছিল—মই যেন পৃথিৱীৰ যিকোনো বাধা অতিক্ৰম কৰিও মধুমতীক গ্ৰহণ কৰিম। এবাৰ যেতিয়া হৃদয়ত স্থান দিছো ইয়াৰ অৱমাননা কেতিয়াও হব নিদিও। মই মধুমতীক উদ্ধাৰ কৰিমেই। মই দেখুৱাই দিম এগৰাকী পতিতাৰ ছোৱালী হলেও মধুমতীৰ সম্মানেৰে জীয়াই থকাৰ অধিকাৰ আছে।

ইয়াৰ পিচতে মই সন্মুখীন হৈছিলো নানান প্ৰতিবন্ধকতাৰ। সকলোৱে বুজাবলৈ চেষ্টা কৰিছিল—মোৰ দৰে সমাজৰ এজন আগশাৰীৰ লোকৰ বাবে মধুমতী কেতিয়াও উপযুক্ত হব নোৱাৰে।

সম্ভ্ৰান্ত ঘৰৰ হয়তো উপযুক্ত ছোৱালীয়েই মোলৈ আগবঢ়াইছিল। মোৰ শুভাকাংক্ষীসকলে সকলোসময়তে বুজাবলৈ চেষ্টা কৰিছিল—মোৰ মধুমতীৰ প্ৰতি হোৱা এই অনুৰাগ অবিবেচকী। মোৰ মাতৃয়ে কৰিছিল অভিমান। মই সকলো বুজিছিলো। কিন্তু সেই মুহূৰ্ত্তত মোৰ ভাব হৈছিল মোৰ নিজৰ সিদ্ধান্তই চূড়ান্ত সিদ্ধান্ত। মোৰ নিজৰ সিদ্ধান্তত মই আছিলো অটল। মোৰ সিদ্ধান্ত আছিল—মধুমতীক মই যিকোনো বাধা অতিক্ৰম কৰিও গ্ৰহণ কৰিমেই।

মই এতিয়াহে বুজিছো—মোৰ এই সিদ্ধান্ত যে কিমান ভুল আছিল। মই যদি তেতিয়াই মোৰ শুভাকাংক্ষীসকলৰ হাকবচন শুনিলোহেতেন—আজি মোৰ এই দুৰ্য্যোগ নহলহেতেন। মই হত্যাকাৰী ৰূপে পৰিগণিত নহলোহেতেন, এই সাগৰৰ মাজত পেলনীয়া অচল জাহাজত আইনৰ দৃষ্টিৰ ভয়ত আত্মগোপন কৰিব লগা দুৰ্দ্দশা নহলহেতেন।

অথচ মই কি ভুলেই কৰিলো। এনে ভুল কৰিলো—যি ভুলৰ আৰু কোনো শুধৰণী নাই। মই আজি এজন হত্যাকাৰী। নিজৰ প্ৰেমিকাক হত্যা কৰি মই কাললৈ কুখ্যাতি আৰ্জ্জিলো। মোৰ অন্তৰ দেই পুৰি গৈছে, মই নিঃশেষ হৈ গলো।

কোৱাছোন বেদভূষণ, তুমিতো মোৰ বিশ্বস্ত কৰ্মচাৰী। এই মুহূৰ্ত্তত মই এতিয়া কি কৰো?

আপুনি চাৰ মোক জানে আৰু বিশ্বাসো কৰে—যাৰ বাবে মই গৌৰবান্বিত। আৰু সেই বিশ্বস্ততাৰেই আপুনি যদি মোক অনুমতি দিয়ে মই এষাৰ কথা কও।

কোৱা বেদভূষণ—এই সময়ত তুমিয়েই মোৰ বিপদৰ সঙ্গী। আৰু সেইবাবেই মই এই আত্মগোপন কৰি থকা ঠাইলৈ তোমাক মতাই আনিছো।

মোক যেতিয়া অনুমতি দিছে—তেতিয়াহলে মই কও—আপুনি অনাহকত এই ঠাইত আত্মগোপন কৰি কষ্ট ভোগিছে।

তুমি পাহৰি গৈছা বেদভূষণ—মই এজন হত্যাকাৰী।

হত্যাকাৰী বুলি প্ৰমাণিত হলেও কোনো অসুবিধা নাই। আইনৰ দৃষ্টিত আপুনি অপৰাধী হব আদালতৰ চূড়ান্ত সিদ্ধান্তৰ পিচতহে। আমাৰ সমৰ্থনতো আইন আছে, বাঘা উকীল আছে। চিন্তাৰ কি কথা থাকিব পাৰে। আপুনি মোৰ ওপৰত দায়িত্ব দিয়ক—তাৰপিচত চাওক ক'বপানী কলৈ যায়। আপোনাক মই নিৰ্দ্দোষী প্ৰমাণ কৰিহে এৰিম। আজিকালি টকা থাকিলেনো কি কৰিব নোৱাৰি। তদুপৰি মধুমতীৰ দৰে অংশপাতে থকা ছোৱালী এজনীৰ হত্যা অপৰাধৰ পৰা বেহাই পাবলৈ আপোনাৰ দৰে কোটিপতি উদ্যোগপতিৰ লোকৰ বাবে একো কথাই নহয়।

সেইকথা অৱশ্যে মইও নজনা নহয়। আইন হয়তো মোৰ সহায়ক হব। কিন্তু

বলবে বিচক্ষণ উকীলৰ বলবে মই হয়তো অপৰাধৰ পৰা বেহাই পাম। কিন্তু প্ৰেমসীক হত্যা কৰিব লগা হোৱা পৰিস্থিতিৰ মানসিক অন্তৰ্দ্বন্দ্ব কেনেকৈ নিৰ্বাপিত হ'ব ? মোৰ মনক কেনেকৈ মই সান্ত্বনা দিম যে—মই মধুমতীক হত্যা কৰা নাই ?

# ৪

নীতাৰ মুখখন বিষণ্ণ।

সাজপোছাকতো লাগবান্ধ নাই।

সন্মুখত পাৰ্থসাৰথিক দেখি নীতা বিৰক্ত হ'ল। ভদ্ৰতা ৰাখিবৰ বাবেও পাৰ্থসাৰথিক বহক বুলি নীতাই নকলে। বৰঞ্চ কলে—সিদিনা আপোনাক মোৰফালৰ পৰা যি কবলগা আছে—সকলো কৈছো। মোক আৰু যেন বিৰক্ত নকৰে।

পাৰ্থসাৰথিয়ে যেন নীতাৰ মনোবেদনা উপলব্ধি কৰিছে—তেনে ভাৱতে কলে—মই দুঃখিত নীতা দেৱী। সেইদিনাই মই কৈ গৈছিলো যে—আপোনাক পুনৰবাৰ আমনি কৰা নহয়। কিন্তু এটা কথা জানিবৰ বাবেই পুনৰ আপোনাৰ ওচৰ চাপিব লগা হ'ল।

চাওক মহোদয়, মই সেইদিনাও কৈছো আৰু এতিয়াও কও—মই আপোনাৰ কোনো কথাৰেই উত্তৰ নিদিও। অলপতে এজন পুলিচ বিষয়া আহিও মোক যথেষ্ট বিৰক্ত কৰি থৈ গৈছে। ৰঞ্জিৎকুমাৰে কোনোবা এজনী নৈশক্লাবৰ নৰ্তকীক হত্যা কৰি এতিয়া ক'ৰবাত আত্মগোপন কৰি আছে। আপোনালোকৰ প্ৰথম কাম হব লাগে হত্যাকাৰীক বিচাৰি উলিওৱা অথচ পুলিচ আৰু আপোনালোক পৰিছে মোৰ পিচত।

মোৰ দোষ হ'ল হত্যাকাণ্ডৰ দিনা মই ৰঞ্জিতক লগ পাইছিলো। সেইটোৰেই জানো মোৰ দোষ নহয় ? ৰঞ্জিতক জব্দ কৰিব নোৱাৰি ব্যৰ্থ হৈ এদিন হয়তো কব—এই হত্যাৰ লগত মইও জড়িত। অথচ কোন সেই নৰ্তকী—মই একেবাৰেই নাজানো। ৰঞ্জিতে কি কাৰণেনো সেই নৰ্তকীক হত্যা কৰিবলৈ গল—সেই বিষয়ে জনাবো মোৰ কোনো উপায় নাই।

ৰ'ব নীতা দেৱী, আপুনি অযথা খং কৰিছে। মই সিদিনাই মোৰ পৰিচয় দিছো—মই এজন প্ৰাইভেট ডিটেকটিভ। পুলিচৰ লগত মোৰ কোনো সম্পৰ্ক নাই—বৰঞ্চ কব পাৰে পুলিচ বিহুৰ বাবে অনুসন্ধান চলাইছে, মোৰ অনুসন্ধানৰ ধাৰা সম্পূৰ্ণ বিপৰীত।

পুলিচৰ বদ্ধধাৰণা মধুমতী নামৰ নৰ্তকী গৰাকীক হত্যা কৰিছে ৰঞ্জিতে— নিজৰ বিজলভাৰৰ গুলীৰে। আৰু সেইবাবেই তেওঁলোকে এতিয়া প্ৰমাণ বিচাৰিছে। প্ৰমাণ বিচাৰিছে ৰঞ্জিতক হত্যাকাৰীৰূপে ঠিৰ কৰাৰলৈ। কিন্তু মোৰ অনুসন্ধানৰ উদ্দেশ্য বেলেগ। মই প্ৰমাণ কৰিব খোজো যে—ৰঞ্জিৎ নিৰপৰাধ। ৰঞ্জিতে মধুমতীক হত্যা কৰা নাই। বৰঞ্চ ৰঞ্জিতহে কাৰোবাৰ চক্ৰান্তৰ বলী হৈছে।

আৰু এই কথাকে প্ৰমাণিত কৰিবৰ বাবে ৰঞ্জিতৰ মাতৃ সুলোচনা দেৱীয়ে মোক নিয়োগ কৰিছে। মোৰ নিশ্চিত ধাৰণা—ৰঞ্জিতৰ দৰে এজন ভদ্ৰলোকে হত্যাকাৰী হবই নোৱাৰে। আৰু যদি ৰঞ্জিতে হত্যাও কৰিছে আৰু সেইকথা প্ৰমাণও হয়, তেতিয়াও মই ভাবিম—ৰঞ্জিতে কাৰবাৰ ষড়যন্ত্ৰতহে এই কাম কৰিব লগা হ'ল। কিন্তু আইন-কানুনৰ কথা—এনেয়ে ভাবিলেতো নহব—সেইকথা প্ৰমাণ কৰিওতো দেখুৱাব লাগিব।

আৰু সেইবাবেই মই বিচাৰি আহিছো আপোনাৰ সহযোগ—নীতা দেৱী। মই ভাবো—ৰঞ্জিতে কাৰ চক্ৰান্তত পৰি এনে কাম কৰিবলৈ গল—তাৰ এটা সূত্ৰ অন্ততঃ আপুনি মোক দিব পাৰিব।

আপুনি জানি শুনি—একে অবাস্তৱ কথাকে কিয় বাৰে বাৰে কৈ মোক বিৰক্ত কৰিছে। ৰঞ্জিতে কাৰ লগত কিহৰ সম্পৰ্ক পাতিছিল—মই কেনেকৈ জানিম। নে—এই হত্যাৰ লগত মইও জড়িত বুলি আপোনালোকৰ সন্দেহ হৈছে ?

আপুনি কি কয় নীতা দেৱী ? তেনে সন্দেহ মোৰ মনলৈ কিয় আহিব ? আপুনিতো বাদেই—ৰঞ্জিতকো মই হত্যাকাৰী নহয় বুলি প্ৰমাণ কৰিবৰহে চেষ্টা চলাইছো। মই এজন প্ৰাইভেট ডিটেকটিভ। ৰঞ্জিতৰ মাতৃ সুলোচনা দেৱীয়ে মোক নিয়োগ কৰিছে—ৰঞ্জিতক নিৰপৰাধ প্ৰমাণ কৰিবলৈ। বিনিময়ত মই সুলোচনা দেৱীৰ পৰা যথেষ্ট টকাও পাইছো। আৰু সেইবাবেই মোৰ কৰ্তব্যত ত্ৰুটি কৰা নাই।

তদুপৰি পুলিচে যদি ৰঞ্জিতৰ লগতে আপোনাকে এই হত্যাৰ লগত জড়িত কৰিব খোজে তেতিয়াও মোৰ কৰ্তব্য হব—আপোনাক নিৰ্দোষী প্ৰমাণিত কৰাব। কিয়নো আপোনালোকৰ নিৰাপত্তাৰ খাতিৰতে মোৰ নিয়োগ।

কিন্তু পুলিচেইবা এই হত্যাৰ লগত মোক জড়িত কৰিবলৈ যাব কিয় ?

কবতো নোৱাৰি নীতা দেৱী—পুলিচৰ কথা। পুলিচে যদি কিবা প্ৰকাৰে প্ৰমাণ সংগ্ৰহ কৰে যে এই হত্যাৰ লগত আপুনিও জড়িত—তেতিয়াতো আপোনাৰ আৰু ৰক্ষা নাই।

আপুনি কি আবোল তাবোল বকিছে ? মই এই হত্যাকাণ্ডৰ লগত জড়িত বুলি পুলিচে কি প্ৰমাণ কৰিব ?

নাই—মই মানে কব খুজিছো—যদিহে তেনেকুৱা কিবা প্ৰমাণ থাকে। প্ৰমাণ নাথাকিলে চিন্তাৰ কোনো কাৰণেই নাই।

এই ধৰক—ৰঞ্জিতৰ ঘৰত পুলিচে কিছুমান ফটো উদ্ধাৰ কৰিছে। উদ্ধাৰ কৰিছে

এটা ভিডিঅ' কেচেট। আপুনি নিশ্চয় নাজানে নীতা দেৱী—এই ফটোত কি আছে। কিন্তু পুলিচে এই ফটোখনি সংগ্ৰহ কৰি লৈছে—ৰঞ্জিতক হত্যাকাৰীৰূপে প্ৰমাণিত কৰিবলৈ। পুলিচৰ ধাৰণা এই ছবি আৰু ভিডিঅ' কেচেটত আৱদ্ধ ছবিখিনিয়েই ৰঞ্জিতক উত্তেজিত কৰিছিল। ইমান উত্তেজিত যে—ৰঞ্জিতে মধুমতীক হত্যা কৰাৰ দৰে চূড়ান্ত সিদ্ধান্তত উপনীত হোৱাৰদৰে সিদ্ধান্ততো উপনীত হব লগা হৈছিল। আপোনাৰ মনত হয়তো প্ৰশ্ন জাগিছে—নীতা দেৱী, সেই ছবি সমূহতনো কি এনে উত্তেজক দৃশ্য আছিল। কিন্তু দৃশ্য বিয়েই নাথাকক—মনত ৰাখিব নীতা দেৱী—সেই দৃশ্য দেখিয়েই কিন্তু ৰঞ্জিতে হত্যাৰ সিদ্ধান্ত উপনীত হৈছিল।

গতিকে পুলিচে এতিয়া বিচাৰি ফুৰিছে—কোনমানুহে এই ফটো আৰু ভিডিঅ' কেচেট আনি তুলি দিছিল? কিয়নো এই ফটো আনি ৰঞ্জিতক উত্তেজিত কৰি হত্যাকাণ্ড পৰ্য্যন্ত কৰিবলৈ বাধ্য কৰোৱা মানুহজনেই হব—এই হত্যা চক্ৰান্তৰ মুখ্য গতি নিৰ্দ্ধাৰক। এই মানুহজনেই হব মধুমতী হত্যাৰ প্ৰকৃত নায়ক। অৱশ্যে এইয়া পুলিচৰহে কথা—। পুলিচে হেনো এই ৰহস্যাবৃত নায়কক প্ৰায় বিচাৰি উলিয়াইছেই। কেৱল জব্দ কৰিবলৈহে বাকী আছে। তদুপৰি পুলিচৰ মুখে মোৰ এটা কথা শুনিছেন আচৰিত লাগিছে—এই ফটো দেখুৱাই ৰঞ্জিতক উত্তেজিত কৰা মানুহজন পুৰুষ নহয়, এগৰাকী মহিলাহে।

অ' মাই লৰ্ড—এতিয়া মোৰ কি হ'ব?

নীতাই ৰাহি থকা চকীখনতে সংজ্ঞাহীন মানুহৰ দৰে হাউলি পৰিল।

কি হ'ল নীতা দেৱী—আপুনি এনেধৰ কৰিছে কিয়?

মোক আপুনি ৰক্ষা কৰক। বিশ্বাস কৰক মই হত্যাকাণ্ডৰ লগত একেবাৰে জড়িত নহয়।

আপুনি আকৌ এই হত্যাকাণ্ডৰ লগত জড়িত হবলৈ যাব কিয়—নীতা দেৱী? আপোনাক জানো মই এই হত্যাৰ লগত জড়িত বুলি কৈছো?

কিন্তু ফটোখিনিয়ে মইয়েই ৰঞ্জিতৰ হাতত তুলি দিছিলো।

আপুনি তুলি দিছিল? তাৰমানে ভিডিঅ' কেচেটটোও—?

হয়—ভিডিঅ' কেচেটটোও মইয়েই ৰঞ্জিতৰ হাততত তুলি দিছিলো।

তেনেহলেতো সৰ্বনাশ হ'ল—নীতা দেৱী। এইয়া আপুনি কি কৰিলে? তাৰমানে হত্যাৰ লগত জড়িত পুলিচেসন্দেহ কৰা মহিলাগৰাকী আপুনিয়েই? তেনেহলেতো আপোনাৰ আৰু ৰক্ষাৰ কোনো পথ নাই। ফাচী নহলেও চক্ৰান্তত জড়িত বুলি দহবছৰ জেলৰ পৰা আপোনাক আৰু ৰক্ষা কৰোতা নাই।

মোক ৰচাওক। মোক ৰক্ষা কৰক। মই যি কৰিব লাগে তাকে কৰিম। যিমান ধন লাগে সিমান দিম। মোক কেৱল ৰক্ষা কৰক। নীতাই হাও

হাওঁকে কান্দি উঠিল।

পাৰ্থসাৰথি—যাবলৈ বুলি ঠিয় হৈ—নীতালৈ চাই কলে—মই নিৰুপায় নীতা দেৱী, বহুত পলম হ'ল। পুলিচে পুৰা প্ৰমাণ ইতিমধ্যে সংগ্ৰহ কৰিছে। পুৰা প্ৰমাণ—আপোনাৰ বিৰুদ্ধে আছে। এনে অৱস্থাত মই কি কৰিব পাৰো?

নীতাই এইবাৰ পাৰ্থসাৰথিৰ ভৰিহালত উবুৰিখাই পৰিল—মোক ৰচাওক, মোক এনেদৰে অথাই সাগৰত এৰি থৈ নাযাব।

নীতাৰ অগোচৰে পাৰ্থসাৰথিৰ ওঠত এটা ক্ৰুৰ হাঁহি বিৰিঙি উঠিল। এতিয়াহে যদি ছোৱালীজনীয়ে মুখ খোলে। এতিয়াহে যদি ফটোৰ ৰহস্য সন্দেহ উদ্ধাৰ কৰিব পৰা যায়।

পাৰ্থসাৰথিয়ে নিজৰ গাম্ভীৰ্য্যতা বজাই ৰাখিয়েই এইবাৰ নীতালৈ চাই কলে—চাওক নীতা দেৱী, মই এজন প্ৰাইভেট ডিটেক্‌টিভ। মই আপোনাক বাৰে বাৰে কৈছো—আপোনালোকৰ সহায়ৰ বাবেই মোৰ নিয়োগ। তেনেস্থলত যিকোনো মুহুৰ্ত্ততে, যিকোনো পৰিস্থিতিতে মই আপোনাক সহায় কৰিবলৈ প্ৰস্তুত। গতিকে এইমুহুৰ্ত্তত আপনি যদি কিবা বিপদ অনুভৱ কৰিছে—সেই বিপদৰ আশংকা কিয় আপোনাৰ মনলৈ আহিছে মোক খোলাখুলি ভাৱে কওক। মই যদি মোৰ সামৰ্থ্যৰে আপোনাক কিবা প্ৰকাৰে সহায় কৰিব পাৰো--সেই সহায় মই কৰিম। কিন্তু তাৰ আগতে সকলো কথা আপুনি মোক মুকলিকৈ কব লাগিব।

নীতাই চকুপানী টুকি কিবাএটা কব খুজি পাৰ্থসাৰথিলৈ চালে, কিন্তু পিচ মুহুৰ্ত্ততে পুনৰ হুকহুকাই কান্দি উঠিল।

পাৰ্থসাৰথিয়ে নীতাক সাহস দিলে—কওক নীতা দেৱী, আপুনিতো বিদেশত উচ্চশিক্ষা লাভকৰা ছোৱালী, আপুনি এনেদৰে ভাঙি পৰিলে কেনেকৈ হব? মনত সাহস সঞ্চয় কৰক আৰু কওক আপুনি কি কব খুজিছে?

আপুনি বিশ্বাস কৰক মই এই হত্যাকাণ্ডৰ লগত লিপ্ত নহয়।

সেইকথা মই জানো নীতা দেৱী। আপুনি এগৰাকী সম্ভ্ৰান্ত ঘৰৰ জীয়ৰী। পুজিপতি পিতৃৰ একমাত্ৰ কন্যা। আপোনাৰ ৰূপগুণে সকলো আছে। বিদেশত উচ্চশিক্ষিতা। আপুনি কি প্ৰয়োজনত এটা হত্যা ষড়যন্ত্ৰৰ লগত জড়িত হবলৈ যাব? গতিকে কোনোবাই কলেও মই অন্ততঃ সেই কথা বিশ্বাস নকৰো।

কিন্তু নীতা দেৱী ৰাজতৰ হাতত সেই ফটোখিনি তুলি দিছিলাহি আপুনি। ভিডিঅ' কেচেটটোও আপুনিয়েই ৰাজতৰ হাতত দিছিল। আপোনাৰ নিশ্চয় মনত পেলাই দিব নালাগে নীতাদেৱী যে—এই ফটোখিনি দেখিয়েই ৰাজৎ উত্তেজিত হৈছিল, আৰু এই উত্তেজনাৰ বশৱৰ্তী হৈয়েই সেই হত্যাকাণ্ডটো সংঘটিত কৰিছিল।

ফটো আৰু ভিডিঅ' কেচেটটোত কি আছিল আপুনি জানে, নিহত মহন্মতীৰ বিৰুদ্ধে উত্তেজিত কৰিবৰ বাবেই যে—ৰাজতৰ হাতত আপুনি সেই ফটো

আৰু ভিডিঅ' কেছেটটো দিছিল সেইকথা দেখ দেখ প্ৰমাণিত হৈ আছে। আৰু এই দেখ দেখ প্ৰমাণেই আপোনাক জড়িত কৰিছে—মধুমতী হত্যা ষড়যন্ত্ৰৰ লগত।

কিন্তু মই কৈছোঁৱেই—গীতা দেৱী, আপুনিও যে এই হত্যা ষড়যন্ত্ৰৰ লগত জড়িত সেইকথা মই নাভাবো। অথচ পৰিস্থিতিয়ে প্ৰমাণ কৰিছে যে আপুনিও এই ষড়যন্ত্ৰৰ লগত জড়িত। সেয়ে আপুনি কওক আপুনি কাৰ প্ৰৰোচনাত পৰি ৰঞ্জিতৰ হাতত সেই ফটো আৰু ভিডিঅ' কেছেটটো তুলি দিছিল, কিয় তুলি দিছিল?

আপুনি হয়তো নাজানে ৰঞ্জিতৰ লগত মোৰ বিয়াৰ কথাবতৰা চলিছিল। এই ক্ষেত্ৰত সকলোতকৈ আগভাগ লৈছিল ৰঞ্জিতৰ মাতৃ সুলোচনা দেৱীয়ে। সুলোচনা দেৱীয়ে এই বিয়াৰ ক্ষেত্ৰত বৰ আগ্ৰহী আছিল আৰু এই বিয়া যিমান পাৰি সোনকালে হৈ যোৱাতো বিচাৰিছিল। সুলোচনা দেৱীয়ে এই বিয়া লৰালৰিকৈ পাতিবলৈ আগ্ৰহ কৰাৰ কাৰণ হয়তো আপুনিও নজনা নহয়। কাৰণটো হ'ল—ৰঞ্জিতে এগৰাকী নিম্ন পৰ্য্যায়ৰ নৰ্তকীক ভাল পাইছিল। এই নৰ্তকী গৰাকী আকৌ আছিল—এগৰাকী পতিতাৰ ছোৱালী। গতিকে মধুমতী নামৰ সেই বজকুৰা ছোৱালীজনীৰ কবলৰ পৰা ৰঞ্জিতক উদ্ধাৰ কৰিবৰ বাবে ৰঞ্জিতৰ মাতৃ সুলোচনা দেৱীয়ে মোৰ পিচত নেৰানেপেৰাকৈ লাগিছিল, প্ৰথমতে মই কথাতো ইমান গুৰুত্বপূৰ্ণ বুলি ভবা নাছিলো। বিদেশতে মই সৰুৰে পৰা পঢ়াশুনা কৰা। গতিকে সেই দেশবোৰৰ ৰীতি নীতিবোৰেই মই ভাল পাইছিলো আৰু বিশ্বাসো কৰিছিলো। আৰু সেই বিশ্বাসৰেই মই মনতে ধাৰণা কৰি লৈছিলো—ৰঞ্জিতৰ মধুমতীৰ প্ৰতি থকা ভালপোৱা ক্ষন্তেকীয়া। আৰু অৱসৰ বিনোদনৰ বাবেই ৰঞ্জিতে মধুমতীৰ দৰে এগৰাকীৰ সঙ্গ বিচাৰি লৈছে বুলি মই ধাৰণা কৰি লৈছিলো। মোৰ ধাৰণা আছিল—মোৰ বিয়াৰ প্ৰস্তাব পোৱাৰ লগে লগে ৰঞ্জিতে আনন্দৰে গ্ৰহণ কৰিব। কাৰণ মই ৰঞ্জিতৰ উপযুক্ত পাত্ৰী। অৱশ্যে সুলোচনা দেৱীয়ে আগ্ৰহ নকৰাহলে ৰঞ্জিতৰ প্ৰতি মোৰ কোনো আকৰ্ষণ নাছিল। বৰঞ্চ মোৰ দৰে পাশ্চাত্য ঢঙত গঢ় লোৱা ছোৱালীয়ে ৰঞ্জিতৰ দৰে চাধা সিধা লোকৰ প্ৰতি আকৰ্ষিত নোহোৱাতোহে স্বাভাৱিক আছিল।

কিন্তু সুলোচনা দেৱীৰ আগ্ৰহৰ বাবেই ৰঞ্জিতৰ লগত আমাৰ দুয়োৰে বিয়াৰ বিষয়ে আলোচনা কৰিছিলো। কিন্তু ৰঞ্জিতে একে আষাৰে মোৰ প্ৰস্তাৱ প্ৰত্যাখ্যান কৰিছিল। ৰঞ্জিতে মধুমতীকেই জীৱন সঙ্গিনী কৰাৰ ক্ষেত্ৰত বদ্ধ-পৰিকৰ আছিল। এই কথাই মোক মনত জেদ বঢ়াই দিছিল। যদিও ৰঞ্জিতৰ প্ৰতি মোৰ বিশেষ অনাগ্ৰহ নাছিল, তথাপিও দেখ দেখকৈ মোক প্ৰত্যাখ্যান কৰাৰ পিচত, তাকো এগৰাকী নিম্ন পৰ্য্যায়ৰ নৰ্তকীৰ বাবে—মোৰ মনত জেদ বাঢ়িছিল। মই দৃঢ়প্ৰতিজ্ঞ হৈছিলো—ৰঞ্জিতক যেনেতেনে মই পাবই লাগিব। মধুমতীৰ দৰে বংশ মৰ্যাদা, ধন দৌলত, বিদ্যা বুদ্ধি একো নথকা

দৰে বংশ মৰ্য্যাদা, ধন দৌলত, বিদ্যা বুদ্ধি একো নথকা ছোৱালী এজনীৰ সম্মুখত হাৰ মানিবলৈ মই প্ৰস্তুত নাছিলোঁ। মই মনতে আলোচিছিলো— কেনেকৈ মধুমতীৰ কবলৰ পৰা ৰঞ্জিতক আতৰাব পাৰি। শেষলৈ সুলোচনা দেৱী বা মোৰ পিতৃ মাতৃতকৈও ৰঞ্জিতৰ প্ৰতি মোৰহে আকৰ্ষণ বাঢ়ি আছিল। অথচ সেইখিনি সময়ত ৰঞ্জিততকৈ বহুগুণে শ্ৰেয় একাধিক ডেকাই মোক বিয়া কৰাবলৈ আগ্ৰহ প্ৰকাশ কৰিও বিমুখ হব লগা হ'ল—মোৰ মনত গোজপোতা এই জেদৰ বাবেই। মই যেন কোনোপধ্যেই মোৰ মনক সৈমান কৰিব নোৱাৰিলো যে মধুমতীৰ সম্মুখত মোৰ পৰাজয় হৈছে। অথচ এই জেদটো মোৰ মনত উৎপত্তি নহলেই মই মনৰ শান্তিত বাস কৰিব পাৰিলোহেতেন, আজি এই হত্যা ষড়যন্ত্ৰৰ লগত জড়িত হব লগা নহলহেতেন।

আৰু মোৰ মনত গোজপোতা এই জেদৰ বাবেই মই ফটোখিনি আৰু ভিডিঅ' কেচেটটো ৰঞ্জিতৰ হাতত তুলি দিছিলো। আপুনি বিশ্বাস কৰক সেই মুহূৰ্তত মই এবাৰলৈও ভবা নাছিলো যে এই ফটোখিনিয়ে এনে এটা পৰ্য্যায়লৈ ৰঞ্জিতক লৈ যাব। মই কেৱল আশা কৰিছিলো ফটোখিনি দেখাৰ পিচত ৰঞ্জিতে মধুমতীৰ ওপৰত ক্ষীপ্ত হব আৰু মধুমতীৰ কবলৰ পৰা আতৰি আহিব। আৰু সেই মুহূৰ্তটোলৈকে মোৰ আছিল অধীৰ আগ্ৰহ।

কিন্তু ফটোখিনি দেখাৰ পিচত ৰঞ্জিতে যে এনে এক চূড়ান্ত সিদ্ধান্তত উপনীত হব—সেইয়া মোৰ চিন্তাৰ অগোচৰ আছিল, অথচ চিন্তা নকৰা কথাটোৱেই অৱশেষত কাৰ্য্যত পৰিণত হ'ল।

মইও তেনেদৰেই ভাবিছিলো—নীতা দেৱী, আপুনি পৰিণামৰ কথা চিন্তা নকৰাকৈয়ে যে ৰঞ্জিতৰ হাতত ফটোখিনি তুলি দিছিল। গতিকে আপোনাৰ একো দোষ নাই। কিন্তু আপুনি কব লাগিব—সেই ফটোখিনি কোনে আপোনাৰ হাতত সংগ্ৰহ কৰি আনি দিছিল?

নাই নাই সেইকথা নুসুধিব—প্লীজ, সেই কথা মই কব নোৱাৰিম।

আপুনি এইয়া কি কৈছে নীতাদেৱী? যিজন লোকে চক্ৰান্ত কৰি আপোনাৰ হাতত ফটোখিনি তুলি দি আপোনাকো হত্যা ষড়যন্ত্ৰৰ লগত জড়িত কৰালে —সেইজন লোকৰ নাম কবলৈ আপুনি দ্বিধা কৰিছে কিয়? সেইজন লোকৰ পৰিচয় গোপন কৰি ৰখামানে আপোনাৰেই বিপদ। গতিকে নীতা দেৱী বিলম্ব নকৰিব—শীঘ্ৰে কওক সেই ষড়যন্ত্ৰকাৰী লোকজন কোন?

নাই নাই নোৱাৰিম—মই কোনোপধ্যেই সেই নাম কব নোৱাৰিম।

কিন্তু আপুনি মুখ নোখোলাৰ পৰিণাম কি আপুনি জানে নাজানে?

জানো? মধুমতী হত্যা ষড়যন্ত্ৰৰ লগত মইও জড়িত হৈ পৰিম। মোৰ জেল হব, হয়তো ফাচীও হব, যিহয় হওক। মই সকলো শাস্তি গ্ৰহণ কৰিবলৈ প্ৰস্তুত। তথাপিও মই সেই নাম কব নোৱাৰিম।

বুজিছো—বুজিছো নীতা দেৱী, এই ষড়যন্ত্ৰৰ লগত এনে এজন লোক নিশ্চয়

জড়িত যাক আপুনি সন্মান কৰে, যাক আপুনি ভাল পায়। যাৰ অসন্মান হোৱাতো আপুনি নিবিচাৰে। নিজৰ বিপদ বুলি জানিও। তেনে লোক কোন হব পাৰে সেইকথা অনুমান কৰি লোৱাত অৱশ্যে মোৰ অসুবিধা নাই। তথাপিও সেই নাম মই জানিব খোজো আপোনাৰ মুখৰ পৰাই। গতিকে আৰু দেৰী নকৰিব নীতা দেৱী, কওক—সেই ষড়যন্ত্ৰকাৰী লোকজন কোন?

নীতাই পুনৰবাৰ হাও হাওকৈ কান্দি উঠিল। নোৱাৰো, নোৱাৰো—মই কেতিয়াও সেই নাম উচ্চাৰণ কৰিব নোৱাৰো।

ক্ৰন্দনৰতা নীতাক সান্ত্বনা দিবলৈ যেন—পাৰ্থসাৰথি অপ্ৰস্তুত হ'ল। তেওঁ এক মুহূৰ্ত চিন্তা কৰি—এইবাৰ ওঠত এটা চিগাৰেট ললে। তাৰপিচত নীতালৈ চাই কলে—ঠিক আছে, আপুনি এতিয়া একেবাৰে বিহ্বল হৈ পৰিছে। এতিয়া বাৰু নামটো কব নালাগে। আপুনি ধীৰ স্থিৰে চিন্তা কৰি নামটো পিচত কলেও হব।

এতিয়া বাৰু মই আহিছো।

৫

কনফাৰেন্স হলত সমবেত সকলোৱে পুলিচ কমিচনাৰ জগমোহনৰ প্ৰবেশৰ লগে লগে অভিবাদন জনালে।

নিজৰ নিৰ্দিষ্ট আসনত বহি জগমোহনে উপস্থিত সকলোৰে ওপৰত দৃষ্টি বুলাই ধীৰ গম্ভীৰ স্বৰে আৰম্ভ কৰিলে আজি আমি ইয়াত সমবেত হৈছো এটা গুৰুত্ব-পূৰ্ণ বিষয়ৰ ওপৰত আলচ কৰিবলৈ। বিষয়টো কি আপোনালোকে জানে। ইয়াৰ পূৰ্বে নৰ্তকী হত্যা কেচটোৰ সংক্ৰান্তত এই কক্ষতে দুবাৰো আলোচনা হৈ গৈছে। দুয়োবাৰ আলোচনাতে আপোনালোকে অংশ লৈছিল। আপোনা-লোকৰ দিহা পৰামৰ্শমতেই এই হত্যা তদন্ত প্ৰায় শেষ পৰ্য্যায়ত উপনীত হৈছে। সেই তদন্তৰে এটা শেহতীয়া ৰিপৰ্ট তদন্তকাৰী বিষয়া হৃদয়নাথে আপোনালোকৰ ওচৰত ডাঙি ধৰিব। আপোনালোকে তদন্তৰ ধাৰা আৰু অগ্ৰগতি মন দি শুনি কিবা পৰামৰ্শ থাকিলে আগবঢ়াব—যাতে অচিৰেই এই তদন্তৰ শেষ মীমাংসাত উপনীত হব পৰা যায়।

কথাখিনি কৈ পুলিচ কমিচনাৰ জগমোহন এক মুহূৰ্ত ৰ'ল—তাৰপিচত পুনৰ কলে—আপোনালোকৰ অগোচৰ নহয়—একেটা হত্যা তদন্তৰ বাবে প্ৰাইভেট

ডিটেকটিভ পাৰ্থসাৰথিয়েও চেষ্টা চলাই আছে। পাৰ্থসাৰথিৰ বিচক্ষণতা আপোনালোকে জানে। এসময়ত আমাৰ এই বিভাগতে তেওঁ উচ্চ পৰ্য্যায়ৰ বিষয়া আছিল। তেতিয়াৰে পৰাই আজি পৰ্যন্ত তেওঁৰ বিজয় গৌৰৱ অৱনমিত হবলৈ দিয়া নাই।

আপোনালোকে আৰু জানে—নৰ্তকী হত্যা-তদন্তৰ বাবে পাৰ্থসাৰথিক নিয়োগ কৰিছে—হত্যাকাৰী বুলি সন্দেহ কৰা ৰঞ্জিৎকুমাৰৰ পক্ষৰ পৰা। প্ৰাইভেট ডিটেক্টিভ পাৰ্থসাৰথিৰ নিয়োগ, ৰঞ্জিৎকুমাৰৰ আত্মগোপনীয়তা, নৰ্তকী মধুমতীৰ মৃতদেহ অন্তৰ্ধান হোৱা কথাই এই তদন্ত অধিক জটিল কৰি তুলিছে। এই জটিলতা স্বত্ত্বেও আপোনালোকৰ দিহা পৰামৰ্শৰে আমাৰ তদন্তকাৰী বিষয়াই জটিলতা অতিক্ৰম কৰাৰ উপক্ৰম হৈছে। এতিয়া আমি আশা ৰাখিছো—প্ৰাইভেট ডিটেক্টিভ পাৰ্থসাৰথিৰ পূৰ্বেই আমি তদন্তৰ শেষ সিদ্ধান্তত উপনীত হব পাৰিম।

বাৰু—সি যিয়েই নহওক—এতিয়া তদন্তকাৰী বিষয়া হৃদয়নাথৰ মুখে তদন্তৰ শেষ অগ্ৰগতিখিনি আপোনালোকে জানি লওক।

পুলিচ কমিচনাৰ জগমোহনে তেওঁৰ বক্তব্য শেষ কৰি হৃদয়নাথলৈ চালে। হৃদয়নাথেও কমিচনাৰৰ ইঙ্গিত বুজি পাই—সন্মুখৰ টেবুলত পৰি থকা শকত ফাইলটোৰ ওপৰত এক পলক দৃষ্টি দি উপস্থিত সকলোলৈকে চাই কবলৈ ধৰিলে—নৰ্তকী হত্যা তদন্তৰ অগ্ৰগতি ইয়াৰ পূৰ্বে এই কক্ষতে দুবাৰো আলচ হৈছে। তথাপিও মই আৰম্ভৰ পৰাই চমুকৈ কথাখিনি কওঁ।

নৰ্তকী মধুমতী হত্যা—সচৰাচৰ ঘটা সাধাৰণ হত্যাকাণ্ডৰ দৰেই এটা ঘটনা বুলি প্ৰথম দৃষ্টিত আমি ঠাৱৰ কৰিছিলো যদিও—আমাৰ সেই সিদ্ধান্ত সলনি কৰিব লগা হ'ল—যেতিয়া আমি জানিব পাৰিলো—হত্যাকাৰী জন এলাপেচা লোক নহয়। প্ৰথম শ্ৰেণীৰ নাগৰিক, মাৰ্জিত ৰুচিৰ কোটিপতি ব্যৱসায়ী ৰঞ্জিৎকুমাৰেই এই হত্যাকাণ্ড সংঘটিত কৰিছে বুলি কোৱাৰ আগতে আমি একাধিকবাৰ চিন্তা কৰিব লগা হ'ল। আমাৰ এই চিন্তা অধিক বৃদ্ধি পালে—যেতিয়া আমি জানিব পাৰিলো যে—হত্যাৰ পিচ মুহূৰ্ততে নৰ্তকী মধুমতীৰ মৃতদেহ অন্তৰ্ধান হৈছে আৰু লগতে অন্তৰ্ধান হৈছে—হত্যাকাৰী বুলি অভিযুক্ত ব্যক্তি ৰঞ্জিৎকুমাৰ।

তেতিয়াই আমি ধাৰণা কৰি লোৱাত সহজ হ'ল যে—কথাটো যিমান সহজ বুলি ভাবিছিলো—সিমান সহজ নহয়। এই হত্যা সচৰাচৰ হত্যাৰ দৰে সহজ নহয়।

ঘটনা জটিল হব বুলি জানিয়েই আমি পূৰ্ণগতিত তদন্ত আৰম্ভ কৰিলো। এই প্ৰাথমিক তদন্তত এটা কথা আমাৰ দৃষ্টিলৈ আহিল যে—বহু উদ্যোগৰ মালিক কোটিপতি ব্যৱসায়ী ৰঞ্জিৎকুমাৰেই যদি মধুমতীৰ হত্যাকাৰী হয়—

তেওঁ এই হত্যা কিয় কৰিবলৈ গল ? আৰু এই হত্যাৰ পিচত তেওঁ অন্তৰ্ধানেই বা কিয় হ'ল ।

আমি খৰাচ মাৰি ৰঞ্জিৎকুমাৰৰ সকলো আলেখলেখ সংগ্ৰহ কৰিলো । এই সংগ্ৰহৰ পিচত এটা কথা অন্ততঃ আমাৰ স্পষ্ট হ'ল যে—এই হত্যাৰ অন্তৰালত এক ব্যথিত প্ৰেমিকৰ কাহিনী আছে ।

হত্যাকাৰী বুলি প্ৰমাণিত হলেও আমি অৱশ্যে এৰাৰ কথা কব লাগিব যে—ব্যৱসায়ী ৰঞ্জিৎকুমাৰ এজন পৰিচ্ছন্ন ব্যক্তি আছিল । তেওঁৰ কাজকৰ্ম আচাৰ ব্যৱহাৰৰ কোনোক্ষেত্ৰতে খুত নাছিল । দোষ বুলি কলে—তেওঁৰ একমাত্ৰ দোষ হব তেওঁ এগৰাকী নৈশ ক্লাবৰ নৰ্তকীৰ লগত প্ৰেমত পৰাতো ।

ৰঞ্জিৎকুমাৰ মধুমতীৰ কেৱল প্ৰেমিকেই নাছিল—তেওঁ মধুমতীক জীৱন সঙ্গিনী কৰি আনিবৰ বাবেও দৃঢ়প্ৰতিজ্ঞ আছিল ।

এই কথাত ৰঞ্জিতৰ মাতৃ সুলোচনা দেৱী আৰু ৰঞ্জিৎৰ শুভাকাঙ্ক্ষীসকলে ঘোৰ প্ৰতিবাদ কৰিছিল ।

কিন্তু ৰঞ্জিৎ আছিল আকোৰ গোজ । তেওঁ মধুমতীক ভাল পায় । আৰু এই ভালপোৱাই মধুমতীক জীৱন সঙ্গিনী কৰিবৰ বাবে যথেষ্ট । ধন দৌলতে কাৰোবাক বেচাকিনাহে কৰিব পাৰে, কিন্তু ভালপোৱা দিব নোৱাৰে । ভালপোৱা কথাটো সকলোৰে উৰ্দ্ধত ।

ৰঞ্জিতৰ এনে আকোৰগোজ সিদ্ধান্তত মাক সুলোচনা দেৱী ম্ৰিয়মান হ'ল । বাপেক নথকা একমাত্ৰ পুত্ৰৰ ওপৰত তেওঁ কিমান আশা কৰিছিল, এতিয়া পুতেকে তাকেহে কৰিবলৈ ওলাইছেনে ? সুলোচনা দেৱীয়ে মনত আশা পুহি ৰাখিছিল—তেওঁৰ ধনজন বিষয় সম্পত্তিৰে সৰ্বজনপ্ৰিয় পুত্ৰলৈ এনে এগৰাকী বোৱাৰী আনিব—যি গৰাকী বোৱাৰীয়ে তেওঁলোকৰ উৰ্দ্ধমুখী ঘৰখনৰ অধিক জেউতি চৰাব । সম্ভ্ৰান্ত ঘৰৰ, ধনবন্ত ঘৰৰ, শিক্ষা-দীক্ষাৰে উচ্চশিক্ষিতা ৰূপৱতী ছোৱালী যি গৰাকীক লৈ তেওঁলোকে গৌৰৱ কৰিব পাৰিব । কিন্তু সুলোচনা দেৱীয়ে মনত আলচা কথা মনতে নিৰ্বাপিত হোৱাৰ উপক্ৰম হ'ল ।

তেওঁ ভবা নাছিল—তেওঁৰ গুণৰ ন পুত্ৰই যে এনে এটা অপকৰ্ম কৰি বহি থাকিব ।

যেতিয়া সুলোচনা দেৱীয়ে শুনিলে যে—ৰঞ্জিতে তাৰ জীৱন সঙ্গিনী নিৰ্বাচিত কৰিছে—এগৰাকী নৈশ ক্লাবৰ নৰ্তকীক, যাৰ কোনো বংশ পৰিচয় নাই, যাৰ মাতৃ এগৰাকী পতিতা—তেতিয়াই তেওঁ স্বৰগ পৰা মানুহৰ দৰে হ'ল ।

যিহেতু সুলোচনা দেৱীয়ে তেওঁৰ পুত্ৰৰ কথা জানে । ৰঞ্জিৎ হ'ল—আদৰ্শৰ পিচত দৌৰা মানুহ । সৰ্বসাধাৰণ চহকী ডেকালৰাৰ দৰে নহয় যে—অৱসৰ বিনোদনৰ বাবে কোনোবা সুন্দৰীৰ লগত সাময়িক ভাৱে খেলাধুলা কৰিছে, কিন্তু প্ৰয়োজনবোধে নিজৰ মৰ্য্যাদা অক্ষুন্ন ৰাখি খেলৰ পুতলাৰ দৰে তেনে

সুন্দৰীক লঠিয়াই পেলাব। পুত্ৰৰ এই ব্যক্তিত্বৰ কথা জানে বাবেই ৰঞ্জিতৰ মাতৃ অধিক চিন্তিত হ'ল।

তেওঁ প্ৰমাদ গণিলে—ৰঞ্জিতে যেতিয়া এবাৰ সেই নৈশ ক্লাবৰ নৰ্তকী গৰাকীকে জীৱন সঙ্গিনী কৰিম বুলি সিদ্ধান্ত লৈছে—সেই সিদ্ধান্ত আৰু কোনেও লৰচৰ কৰিব নোৱাৰে।

কিন্তু মাতৃ হৈ স্নেহৰ পুত্ৰৰ এনে অধঃপতনো কেনেকৈ সহ্য কৰে? কেনেকৈনো ৰঞ্জিতৰ দৰে সুপুত্ৰৰ বাবে এগৰাকী তলখাপৰ ছোৱালীক আদৰি আনে? স্বাভাৱিকতে সুলোচনা দেৱীৰ সন্মুখত পৰ্বত প্ৰমাণ এক সমস্যা আহি দেখা দিলে।

তেওঁ চিন্তাত তৰাণি নোপোৱা হ'ল, নিশাৰ টোপনি হৰিল—তথাপি তেওঁ ভাবি অন্ত নাপালে কি দৰেনো পুত্ৰক এই যক্ষিনীৰ গৰাহৰ পৰা উদ্ধাৰ কৰিব পাৰে।

অৱশেষত বিমোৰত পৰি সুলোচনা দেৱীয়ে এই সমস্যা সমাধানৰ ক্ষেত্ৰত দিহা পৰামৰ্শ বিচাৰি পৰিয়ালৰ হিতাকাঙ্ক্ষী সকলৰ ওচৰ চাপিল।

ওচৰ চাপিল পৰিয়ালৰ অন্যতম শুভেকাঙ্ক্ষী হৰচান্দৰ। হৰচান্দ টোডী বিখ্যাত ব্যৱসায়ী। টোডী পৰিবাৰৰ সুলোচনা দেৱীৰ লগত যথেষ্ট অন্তৰঙ্গতা আছে। দুয়োটা যেন একেটা পৰিয়ালৰে লোক—তেনে অন্তৰঙ্গতা।

এই হৰচান্দ টোডীৰে সুন্দৰী কন্যা নীতা। নীতা বিদেশত উচ্চশিক্ষিতা। ধ্যান ধাৰণাও পাশ্চাত্য ঢঙতে গঢ়ি উঠা। স্পষ্টবাদী, বেপৰুৱা নীতাক পিচে ৰঞ্জিৎকুমাৰৰ অপছন্দ।

কিন্তু ৰঞ্জিতৰ মাতৃ সুলোচনা দেৱীয়ে নীতাকে ৰঞ্জিতৰ বোৱাৰী কৰি অনাৰ প্ৰতি আগ্ৰহী আছিল। তেওঁৰ এই আগ্ৰহৰ উদ্দেশ্য কেইবাটাও। প্ৰথম কথা হ'ল নীতা আৰু নীতাৰ পৰিবাৰৰ লগত ৰঞ্জিতৰ জনাশুনা আছে। গতিকে নীতাইহে যদি ৰঞ্জিতৰ মধুমতীৰ প্ৰতি থকা মোহভঙ্গ কৰিবলৈ সফল হয়।

কিন্তু ৰঞ্জিতৰ আকোৰগোজ মনোভাব কোনোৱে সলাব পৰা নাছিল। ৰঞ্জিতে নীতাক স্পষ্ট ভাষাতে কৈছিল—তেওঁ মধুমতীৰ বাহিৰে আনৰ কথা কেতিয়াও চিন্তা নকৰে।

এই কথাই নীতাক ক্ষুণ্ণ কৰিছিল। ক্ষুণ্ণ হৈছিল এই বাবেই যে—তাইৰ দৰে সম্ভ্ৰান্ত বংশৰ উচ্চশিক্ষিতা সুন্দৰীক—মধুমতীৰ দৰে নিম্ন শ্ৰেণীৰ এগৰাকীৰ বাবে ৰঞ্জিতে কৰা অৱহেলা।

ৰঞ্জিতৰ এই অৱহেলাই নীতাৰ মনত এক জেদ উদ্ভৱ হৈছিল। নীতা মধুমতীৰ প্ৰতি ঈৰ্ষান্বিত হৈছিল আৰু ৰঞ্জিৎ-মধুমতীৰ সম্পৰ্কত কেনা লগাবলৈ এটা সময়ত উঠিপৰি লাগিছিল।

সুলোচনা দেৱীয়েও নীতাক প্ৰতি মুহূৰ্ততে সকীয়াই আছিল—যিকোনো

প্ৰকাৰে তেওঁৰ একমাত্ৰ পুত্ৰক মধুমতীৰ কবলৰ পৰা উদ্ধাৰ কৰিব লাগে।
সুলোচনা দেৱীৰ উৎসাহ পাই নীতাৰ মনত উদয় হোৱা জেদ বহুগুণে বৃদ্ধি পালে। তাই প্ৰতি মুহূৰ্ত্তেতে এনে এটা সুযোগৰ অপেক্ষাত ব'ল যি সুযোগৰে ৰঞ্জিৎ-মধুমতীৰ প্ৰেম যাতে একেকোবে ধাৰাশায়ী কৰিব পাৰে। আৰু সুযোগ বিচাৰি ফুৰোতে এদিন সুযোগ আহি নীতাৰ সম্মুখত উপস্থিত হ'ল।
নীতাৰ হাতত অকস্মাৎ এনে কেতবোৰ নথি পৰিল যিবোৰ ৰঞ্জিৎ মধুমতীৰ সম্বন্ধত ভাঙোন ধৰোৱাৰ বাবে অস্ত্ৰৰূপে পৰিগণিত হব পাৰে। এই নথি আন একো নহয়—এই নথি হ'ল—কেতবোৰ ফটোগ্ৰাফ আৰু এটা ভিডিঅ' কেচেট। ফটোগ্ৰাফ আৰু কেচেটত জব্দ হৈ আছিল—এগৰাকী পতিতাই বিভিন্ন পুৰুষৰ লগত কৰা অসতৰ্ক মুহূৰ্ত্তৰ কেতবোৰ দৃশ্য। এই পতিতা গৰাকী কোন নিশ্চয় আপোনালোকক বুজাই নকলেও হব। কোৱা বাহুল্য এই ফটোগ্ৰাফৰ দৃশ্যবোৰ চাইয়েই ৰঞ্জিৎকুমাৰে মধুমতীৰ স্বৰূপ বুজি পাইছিল। আৰু মধুমতী হত্যাৰ এইটোৱেই কাৰণ বুলি ধাৰণা কৰি লোৱাত কোনো অসুবিধা নাই। এই কথাই আৰু এটা কথা স্পষ্ট কৰি দিয়ে যে— মধুমতীৰ হত্যাকাৰী কোন? আনহাতে মধুমতী হত্যাৰ পিচ মুহূৰ্ত্তৰ পৰাই যে ৰঞ্জিৎকুমাৰে আত্মগোপন কৰি আছে—সেইকথাইও মধুমতীৰ হত্যাকাৰী যে ৰঞ্জিৎকুমাৰেই তাৰো এটা স্পষ্ট ধাৰণা আনি দিয়ে।
কিন্তু তাতোকৈ স্পষ্ট প্ৰমাণ এটা আমাৰ হাতত পৰিছেহি—সি হ'ল—ৰঞ্জিৎকুমাৰৰ স্বীকাৰোক্তি। ৰঞ্জিৎকুমাৰৰ এনে এক স্বীকাৰোক্তি আমাৰ হাতত পৰিছেহি—যি স্বীকাৰোক্তিত ৰঞ্জিৎকুমাৰে স্বীকাৰ কৰিছে যে—তেৱেঁই মধুমতীৰ হত্যাকাৰী।
পুলিচ কমিচনাৰে—হৃদয়নাথে একেলেথাৰীয়ে কৈ যোৱা মধুমতী হত্যা তদন্তৰ বিবৰণীৰ মাজতে যতি পেলাই সুধিলে—কিন্তু হৃদয় এটা কথা বুজা নাই তোমাৰ তদন্তৰ বিবৰণীয়ে এইটো কথা স্পষ্ট কৰি দিছে যে মধুমতীৰ হত্যাকাৰী হ'ল ৰঞ্জিৎকুমাৰ। হত্যাৰ কাৰণো স্পষ্ট—মধুমতীৰ বিশ্বাসঘাটকতা। যিহেতু ফটোগ্ৰাফখিনি দেখিয়েই ব্যৰ্থ প্ৰেমিক ৰঞ্জিতে মধুমতীক হত্যাৰ কথা মনলৈ আনিছিল। তোমাৰ তদন্তই আৰু এটা কথা স্পষ্ট কৰি দিছে—ৰঞ্জিতৰ স্বীকাৰোক্তিৰে। মোৰ ধাৰণা ৰঞ্জিতৰ বিপক্ষে তুমি যেতিয়া ইমানদূৰ আগবাঢ়িব পাৰিছা—নিশ্চয় তুমি এই কথাও নজনা নহয় যে—ৰঞ্জিতে ক'ত আত্মগোপন কৰি আছে। গতিকে এতিয়া তোমাৰ প্ৰথম কাম হোৱা উচিত— ৰঞ্জিতক জব্দ কৰা। কিন্তু তুমি যিহেতু ৰঞ্জিতক এই পৰ্য্যন্ত জব্দ কৰা নাই সেই ক্ষেত্ৰত তোমাৰ ব্যাখ্যা কি?
হৃদয়নাথে একমুহূৰ্ত্ত কমিচনাৰ জগমোহনলৈ চাই পিচ মুহূৰ্ত্ততে কোৱা আৰম্ভ কৰিলে—ৰঞ্জিতক আমি গ্ৰেপ্তাৰ কৰা নাই কেইবাটাও কাৰণত। অৱশ্যে

বঞ্জিতে আত্মগোপন কৰি থকা ঠাইত বঞ্জিতৰ ওপৰত দৃষ্টি দিবলৈ আমাৰ মানুহ নিয়োগ কৰি ৰখা হৈছে। বঞ্জিতে যাতে আমাৰ চকুত ধূলি মাৰি পলাই যাব নোৱাৰে সেই ব্যৱস্থাও আমি কৰি ৰাখিছো। আচলতে আমি এতিয়া বঞ্জিতক কেন্দ্র বিন্দু কৰি এক জালহে তৰি ৰাখিছো। কব পাৰি এই ক্ষেত্ৰত আমি কিছু সফলো হৈছো।

মোৰ ব্যক্তিগত মত হৈছে—পৰিস্থিতিয়ে বঞ্জিতক হত্যাকাৰী সজাব পাৰে—কিন্তু প্ৰকৃততে বঞ্জিৎ কাৰোবাৰ ষড়যন্ত্ৰহে বলী হৈছে। বঞ্জিত যে কাৰোবাৰ ষড়যন্ত্ৰৰ বলী হৈছে—সেই ধাৰণা আমাৰ মনলৈ আহিছে তলৰ কাৰণ কেইটাৰ পৰা। প্ৰথম কাৰণ হ'ল—যিখিনি ফটোগ্ৰাফ বা ভিডিঅ' কেচেট নীতাই বঞ্জিতৰ হাতত তুলি দিছিল—সেই ফটোগ্ৰাফখিনি নিশ্চয় নীতাৰ সংগ্ৰহ নাছিল। নীতাক কোনোবাই অস্ত্ৰ হিচাপেহে ব্যৱহাৰ কৰিছিল, যদিহে ধৰি লও এই ফটোগ্ৰাফখিনি পৰিণতিৰ কথা চিন্তা নকৰাকৈ বঞ্জিতৰ মাতৃ সুলোচনা দেৱীয়ে নীতাৰ হাতত তুলি দিছিল—তেতিয়াও আমি ধাৰণা কৰি লব পাৰো যে সুলোচনা দেৱীক এই পথেৰে আগবাঢ়িবলৈ অৰ্থাৎ এই পথেৰে মধুমতীৰ কবলৰ পৰা স্নেহৰ পুত্ৰক উদ্ধাৰ কৰিবলৈ কোনোবাই দিহা-পৰামৰ্শ আগবঢ়াইছিল। আৰু সেইজন লোকৰ দিহা-পৰামৰ্শতে পৰিণতিৰ কথা চিন্তা নকৰাকৈয়ে সুলোচনা দেৱী আৰু তেওঁৰ জীয়ৰতে নীতা এই হত্যা ষড়যন্ত্ৰৰ অস্ত্ৰ হৈ পৰিছিল।

বঞ্জিৎ আমাৰ গণ্ডীৰ ভিতৰত আবদ্ধ হোৱাৰ পিচত এতিয়া আমি এই ষড়যন্ত্ৰৰ অন্তৰালত কোন আছে, তেওঁৰ কি উদ্দেশ্য আছে—সেই দিশটোৰ প্ৰতি লক্ষ্য ৰাখিছো।

বঞ্জিৎ যে কাৰোবাৰ ষড়যন্ত্ৰৰ বলী হৈছে আৰু এটা কথাই আমাক প্ৰায় নিশ্চিত কৰি দিছে—সেই কথাটো হ'ল–কোনো অদৃশ্য লোকে আমাক বঞ্জিৎ আত্মগোপন কৰি থকা ঠাইৰ সম্ভেদ দি মধুমতী হত্যাৰ বঞ্জিতে দিয়া স্বীকাৰোক্তিৰ এটা কেচেট আমালৈ পঠিয়াই দিয়াতো।

কেচেটটোত কি আছে ?

কেচেটটোত বঞ্জিতে স্পষ্টভাৱে স্বীকাৰ কৰিছে—তেৱেঁইযে প্ৰকৃততে মধুমতীৰ হত্যাকাৰী। বঞ্জিতৰ এই স্বীকাৰোক্তিয়ে আমাক পুনৰ চিন্তা কৰিবলৈ বাধ্য কৰিছে—বঞ্জিতে এই আত্মগোপন কৰি থকাৰ অন্তৰালত যেন কিবা উদ্দেশ্য আছে। স্বীকাৰোক্তিৰ স্পষ্টতাইও তেনে ধাৰণাই আমাৰ মনলৈ আনে। এই ধাৰণা হোৱাৰ আন এটা কাৰণ হৈছে বঞ্জিৎকুমাৰৰ দৰে প্ৰতিপত্তিশালী কোটিপতি লোক এজনে উত্তেজনা বশতঃ এটা অপকৰ্ম কৰি পেলালেও তেওঁ আত্মগোপন কৰি থকাৰ কোন কাৰণেই থাকিব নোৱাৰে। তেওঁৰ ধন আছে, আইন আছে, তেওঁৰ পিচত থিয় হবলৈ বিচক্ষণ আইনজ্ঞ আছে। তেনে জানিও তেওঁ কিয় আত্মগোপন কৰি থাকিব, তেওঁ কিয় হত্যাকাৰী বুলি স্বীকাৰোক্তি দিব ?

ইয়াৰ ব্যাখ্যা এনেকুৱা হ'ব পাৰে—ৰঞ্জিৎকুমাৰ প্ৰেমৰ ক্ষেত্ৰত আছিল চিবিয়াচ, সেয়ে নিজৰ প্ৰেয়সীক হত্যা কৰি বিবেক দংশনতে তেওঁ ভাগি পৰি নিজে শাস্তি পোৱাতো তেওঁ বিচাৰিছে। অথবা তেওঁৰ পিচত কোনোৱে অভিসন্ধি কৰাৰ উমান পাই তেওঁ এই অভিসন্ধিকাৰী সকলক হাতেলোটে জব্দ কৰাৰ বাবে এনেদৰে আত্মগোপন কৰি আছে, আৰু নিজে হত্যাকাৰী বুলি স্বীকাৰোক্তি দি অভিসন্ধিকাৰী সকলৰ উদ্দেশ্যে ৰহস্যৰ জাল তৰিছে।

আমি এই হত্যা সম্পৰ্কে পচিশ জনৰ জবানবন্দী লৈছো। সকলোৰে জবান বন্দীত ৰঞ্জিৎকুমাৰেই যে মধুমতীৰ হত্যাকাৰী সেইকথা ব্যক্ত হলেও—আমি কৰা অনুমান অৰ্থাৎ এই হত্যাৰ পিচতযে কাৰোবাৰ ষড়যন্ত্ৰ আছে—সেই কথাও ওলাই পৰিছে। বিশেষকৈ ৰঞ্জিতৰ মাতৃ সুলোচনা দেৱী, নীতা আৰু তেওঁৰ পিতৃ হৰচান্দৰ জবানবন্দীত সেইকথাই স্পষ্ট হয়। ৰঞ্জিতৰ ড্ৰাইভাৰ জনে এই হত্যাৰ আৰলত আন কাৰবাৰ হাত আছে বুলিহে কব খোজে।

ৰঞ্জিতৰ ড্ৰাইভাৰে কয়—মধুমতীৰ হত্যাৰ নিশা সি তাৰ মালিকক এটা বেলেগ ৰূপত দেখিছিল। হাতত এটা ৰিভলভাৰো দেখিছিল। মালিকে যেন সেইদিনা কিবা মানসিক যন্ত্ৰণাত চটফট কৰিছিল। আৰু সেয়ে কিবা অঘটনঘটি যাব পাৰে বুলি—সি নাইট ক্লাবত ৰঞ্জিৎকুমাৰক নমাই দি গাড়ীৰ চাবি হস্তান্তৰ কৰাৰ পিচতো সি মালিকৰ চাল চলনৰ ওপৰত লক্ষ্য ৰাখিবলৈ আলেঙে আলেঙে তেওঁৰ পিচত আছিল। আনকি ৰঞ্জিৎকুমাৰে নাইট ক্লাবৰ পৰা ওলাই গাড়ী চলাই যাওঁতেও ড্ৰাইভাৰটোৱে হেনো এখন টেক্সিৰে তেওঁৰ পিচ লৈছিল। মধুমতীৰ ঘৰ পাই ৰঞ্জিতে একেজাপে গাড়ীৰ পৰা নামি হাতত ৰিভলভাৰ লৈ ভিতৰলৈ দৌৰী গৈছিল। কিন্তু ৰঞ্জিতে মধুমতীৰ ঘৰত প্ৰৱেশ কৰাৰ আগ মুহূৰ্তত ড্ৰাইভাৰটোৱে দেখিছিল—এখন ক'লা এম্বেচেডৰ অতি বেগেৰে সেই ঠাইৰ পৰা আতৰি গৈছে।

ৰঞ্জিতে গাড়ীৰ পৰা নামি যিটো গতিৰে ভিতৰলৈ গৈছিল, সেই গতিৰেই পিচ মুহূৰ্ততে ভিতৰৰ পৰা দৌৰী আহি গাড়ীত উঠি গাড়ী এৰি দিছিল। অকস্মাতে হোৱা এই হুৰাহুৰিত ড্ৰাইভাৰে ৰঞ্জিতৰ পিচ লবলৈ সমৰ্থ হোৱা নাছিল যদিও সেইখিনি সময়ৰ ভিতৰত সি কোনো গুলিৰ শব্দ শুনা নাছিল। ড্ৰাইভাৰৰ মতে মধুমতীক যদি হত্যাই কৰা হৈ'ছ—সেই হত্যা ৰঞ্জিতে কৰা নাই, সেই হত্যা কৰিছে সেই কলা এম্বেচেডৰৰ আৰোহী সকলে। তেওঁলোকেই মধুমতীৰ মৃতদেহো উধাও কৰিছে।

গতিকে ড্ৰাইভাৰৰ জবানবন্দীৰ ওপৰত নিৰ্ভৰ কৰিলে দেখা যায়—এই হত্যা তদন্তৰ এটা দিশ এতিয়াও আমাৰ বাবে ৰহস্যাবৃত হৈ আছে। যি ৰহস্যৰ এটা সমাধানত উপনীত নোহোৱালৈকে আমাৰ তদন্তও সম্পূৰ্ণ নহব। আৰু সেই বাবেই ৰঞ্জিতক এতিয়াও আমি জব্দ কৰা নাই। ৰঞ্জিৎ যিহেতু আমাৰ আৰক্ষৰ ভিতৰতে নজৰবন্দী হৈ আছে—গতিকে আমাৰ তদন্তৰ বাকী থকা খিনিও

একেবাৰে শেষ কৰি এই হত্যাৰ মোখনি মাৰিব খুজিছো ।
তদন্তকাৰী বিষয়া হৃদয়নাথে কথাখিনি কৈ—সন্মুখত পৰি থকা টেপ ৰেকৰ্ডাৰটোলৈ হাত আগবঢ়ালে আৰু পুলিচ কমিচনাৰলৈ চাই ক'লে—এতিয়া মই আপোনালোকক শুনাব খুজিছো—বাঞ্ছিতে দিয়া স্বীকাৰোক্তি ।

# ৬

নিশা তেতিয়া দোভাগ ।
চৌদিশ আন্ধাৰে গিলি থৈছে ।
গোটেই দিন জুৰি একেলেথাৰিয়ে দিয়া চিপচিপীয়া বৰষুণ অলপ আগতেহে শেষ হৈছে ।
বোধহয় সেই থেকনিছিগা বৰষুণ এতিয়া এৰিলেও—বৰষুণৰ বাবেই চৌদিশ নিঝুম পৰি গৈছে ।
সচৰাচৰ এই এলেকাত এনে দোভাগ নিশাও মানুহৰ আহযাহ থাকে যদিও আজি কিন্তু জনসমাগম একেবাৰে নাই ।
দুই এটা চেকুৰাই—ক্ষুধাৰ জ্বালাত সেই নিৰ্বিবিলিৰ সুযোগত ক'ৰবাত কিবা পেলনীয়া সিহঁতৰ বাবে ৰৈছে নেকি বিচাৰি ক্ষুৰাৰ বাহিৰে চৌদিশ নিমাওমাও ।
অকস্মাৎ দেখা গল সেই আন্ধাৰ ফালি এটা যেন ছায়ামূৰ্তি ক্ৰমান্বয়ে আগবাঢ়ি আহিছে ।
বৰষুণ নাই যদিও—ছায়ামূৰ্তিৰ সমগ্ৰ দেহ ৰেইনকোটৰে ঢাকখোৱা ।
এনেয়ে চৌদিশে অন্ধকাৰ, তাতেই ৰেইন কোটৰে আবৰা ছায়ামূৰ্তিটোক সতকায় দৃষ্টিত নপৰে ।
ছায়ামূৰ্তিটোৱে খৰগতিৰে ইটো গলিৰ পৰা সিটো ঠেক গলিৰে আগবাঢ়িছে ।
আৰু অৱশেষত এটা পুৰণি দুমহলীয়া ঘৰ এটাৰ সন্মুখত থমকি ৰ'ল ।
ছায়ামূৰ্তিয়ে সতৰ্কতাৰে এবাৰ আগপিচ চাই—ক্ষীপ্ৰগতিৰে এইবাৰ ওপৰ মহলাৰ জৰাজীৰ্ণ চিৰি বগাবলৈ ধৰিলে ।
ছায়ামূৰ্তিটোৱে চিৰি বগোৱা আৰম্ভ কৰোতেই সিফালে ওপৰ মহলাৰ জ্বলি থকা লাইট লগে লগে নুমাই গল ।
ছায়ামূৰ্তিটোৱেও হাতৰ পেঞ্চিল টৰ্চৰ পোহৰ পেলাই অধিক খৰগতিৰে ওপৰলৈ উঠিব ধৰিলে ।

আৰু সেই মুহূৰ্ত্ততে আন্ধাৰ ফালি ওপৰৰ পৰা নামি অহা এটা মানুহে সম্মুখত ছায়ামূৰ্ত্তিটো দেখি থতমত খাই তললৈ দৌৰ মাৰিলে।

ছায়ামূৰ্ত্তিটোৱে এক মুহূৰ্ত্ত বৈ ওপৰৰ পৰা এইমাত্ৰ নামি অহা মানুহটোৰ পিচ লবনে—অভীষ্ট বস্তুটোৰ সন্ধানত ওপৰলৈকে যাব চিন্তা কৰি খপজপকৈ ওপৰলৈ উঠি গল।

ওপৰ পাই ছায়ামূৰ্ত্তিটোৱে দেখিলে—সম্মুখৰ দুৱাৰখন ভেজা দিয়া।

পেঞ্চিল টৰ্চ্চৰ পোহৰ পেলাই ছায়ামূৰ্ত্তিটোৱে অতি সাৱধানে কমটোৰ ভিতৰত ভৰি দি পুনৰ থমকি ৰ'ল।

কিবা এটা ৰহস্যই কমটোৰ ভিতৰত যেন থমথম কৰিছে।

ছায়ামূৰ্ত্তিটোৱে আৰু দোখোজ মান আগবাঢ়ি অনুভব কৰিলে ভৰিত যেন কিবা এটা লাগিছে।

টৰ্চ্চৰ পোহৰ পেলাই ছায়ামূৰ্ত্তিটো উচপখাই উঠিল।

ফ্ল'ৰত দেখোন তেজৰ ডোঙা।

অলপ আগতে কমটোত এটা হত্যাকাণ্ড হৈ গৈছে। তেজৰ ডোঙাই সেই কথাই প্ৰমাণ কৰিছে।

ছায়ামূৰ্ত্তিটোৱে সন্ধানী দৃষ্টিৰে আৰু দোখোজ মান আগবাঢ়োতেই দৃষ্টিত পৰিল—এটা সদ্যমৃত দেহ।

তলমূৰকৈ পৰি থকা মৃতদেহটোৰ দেহৰ পৰা এতিয়াও তেজ নিগৰিছে।

কোনো সন্দেহ নাই—এইমাত্ৰ এই হত্যা সম্পন্ন হৈছে। সম্ভৱতঃ তললৈ দৌৰ মৰা মানুহটোৱেই এই হত্যা সম্পন্ন কৰি পলাই গৈছে।

ছায়ামূৰ্ত্তিটোৱে পেঞ্চিল টৰ্চ্চৰ ক্ষীণ পোহৰত এইবাৰ আৱিষ্কাৰ কৰিলে—মৃতদেহটো কোনো মহিলাৰ।

আৰু সেই আৱিষ্কাৰৰ পিচতে ছায়ামূৰ্ত্তিটো তৎপৰ হৈ লাইটটো জ্বলাবৰ বাবে চুইচ বৰ্ডৰ সন্ধানত ইফালে সিফালে চাওঁতেই অকস্মাৎ ছায়ামূৰ্ত্তিটোৰ ওপৰত একাধিক লোক জপিয়াই পৰিল।

# ৭

আপুনি এটা কথাত অন্ততঃ নিশ্চিত হব পাৰে ৰঞ্জিৎকুমাৰ এই শিবৰামৰ কবলত পৰিলে সতকাই আপুনি আৰু নিস্তাৰ নাপায়। আপুনি এটা কথা অন্ততঃ বুজিছে—আপুনি আত্মগোপন কৰি থকা যিখিনি ঠাই পুলিচে বিচাৰি

উলিয়াব পৰা নাই—সেই ঠাই বিচাৰি যোঁতিয়া মই উলিয়াব পাৰিছো—আপুনি নিজেই ঠিৰাং কৰি লওক—মোৰ হাত কিমানখিনি দীঘল।

কিন্তু তোমাৰ আগমনৰ উদ্দেশ্য ?

উদ্দেশ্য মহৎ ৰঞ্জিৎকুমাৰ। মোৰ নাম হ'ল শিৱৰাম। একেবাৰে দুজন ঈশ্বৰ মোৰ নামত জোট বান্ধিছে। যাৰ নাম দুজন ঈশ্বৰৰ নামৰে—সেইজন লোক কিমান মহৎ হব আপুনি নিজেই ভাবি চাওক। ধৰিৰ পাৰে আপোনাৰ উপকাৰ সাধনৰ বাবেই মোৰ এই আগমন।

ৰবা—শিৱৰাম। মই বৰ দুশ্চিন্তাত দিন কটাইছো। গতিকে অবান্তৰ কথা শুনি থকাৰ ধৈৰ্য্য মোৰ নাই। তুমি যিহেতু মোৰ এই গোপন ঠাই বিচাৰি উলিয়াবলৈ সমৰ্থ হৈছাই—নিশ্চয় তুমি এই কথাও জানা কিহৰ বাবে মই এনেদৰে আত্মগোপন কৰি আছো। গতিকে পোনপটীয়াকৈ কোৱা তোমাৰ আগমনৰ উদ্দেশ্য কি ?

মইতো কৈছোৱেই—মোৰ আগমনৰ উদ্দেশ্য মহৎ। অৱশ্যে মোৰ উদ্দেশ্য ব্যাখ্যা কৰাৰ আগতে কব লাগিব—মোৰ ব্যৱসায় কি, মানে মোৰ উপাৰ্জ্জনৰ পথ কি। একে আষাৰে কবলৈ হলে—মোৰ ব্যৱসায় খবৰ বিক্ৰী কৰা।

তাৰ মানে ?

তাৰ মানে—ৰঞ্জিৎকুমাৰ মই আপোনাক কেইটামান খবৰ দিব পাৰো।

কি খবৰ ?

যি খবৰে—আপোনাক এই হত্যা অপৰাধৰ পৰা ৰেহাই পোৱাত সহায় কৰিব।

কোৱা—কি খবৰ দিব খুজিছা ?

ওহো—তেনেদৰে নহয়। মইতো কৈছোৱেই মোৰ ব্যৱসায় হ'ল খবৰ বিক্ৰী কৰা।

তেনেহলে ?

প্ৰথমতে টকাৰ বন্দবস্ত—তাৰ পিচতহে খবৰ।

টকা ?

ও—টকা। টকাৰ বাবেই বহু প্ৰয়াসেৰে মই খবৰ সংগ্ৰহ কৰো। আৰু সেই খবৰ যাৰ প্ৰয়োজন তাক মই উচ্চদামত বিক্ৰী কৰো। যিহেতু খবৰ বিক্ৰী কৰাই যে—মোৰ ব্যৱসায়।

কিন্তু মোৰ কোনো খবৰৰ প্ৰয়োজন নাই।

আছে, আছে—ৰঞ্জিৎকুমাৰ, আপোনাৰ খবৰৰ প্ৰয়োজন নাথাকিব কিয়। মই যি খবৰ কাঢ়িয়াই আনিছো সেই খবৰ আপোনাৰ বাবে প্ৰয়োজন হবই—সেই ক্ষেত্ৰত মই নিশ্চিত।

নাই মোক কোনো খবৰ নালাগে।

খবৰৰ প্ৰয়োজন আপোনাৰ নহব কিয় ? চথতটো আপুনি মানুহ হত্যাৰ

অপৰাধটলে এই ঠাইত আত্মগোপন কৰি থকা নাই। আপোনাৰ এই সময়ত মনত সৃষ্টি হোৱা ধুমুহাৰ উমান মই পাও। হত্যা নকৰাকৈয়ে আপুনি হত্যাৰ অপৰাধী।

হত্যা নকৰাকৈয়ে? তুমি কি কব খুজিছা শিববাম। মধুমতীক মই হত্যা কৰিছো। মইয়েই হত্যাকাৰী।

ওহো—আপুনি কলেও মই বিশ্বাস নকৰো—আপুনি যে হত্যাকাৰী।

কিয়?

কাৰণ আপুনি অন্ততঃ মানুহ হত্যা কৰিব নোৱাৰে। আৰু যদি কিবা পৰিস্থিতিত পৰি মানুহ হত্যা কৰিবলৈ সমৰ্থও হয়, মধুমতী অৰ্থাৎ আপোনাৰ ভালপোৱা পাত্ৰীক আপোনাৰ দ্বাৰাই হত্যা হোৱাতো আৰু অসম্ভৱ। তদুপৰি আপুনি মধুমতীক হত্যা কৰা হলে এনেদৰে আত্মগোপন কৰি কেতিয়াও নাথাকিল হেতেন।

তুমি কি কব খুজিছা?

মই কব খুজিছা—আপুনি হত্যাকাৰী নহয়। আপোনাৰ দৰে কোটি-পতিয়ে সচাকৈয়ে হত্যাকাণ্ডত লিপ্ত হোৱাহলে টকাৰ বলত নিজকে নিৰ্দোষী সাব্যস্ত কৰিবলৈ চেষ্টা কৰিলেহেতেন। কিন্তু আপুনি তাৰ সলনি এই ঠাইত আত্মগোপন কৰি আছে, যিহেতু আপোনাৰ এই আত্মগোপনৰ অন্তৰালত উদ্দেশ্য আছে।

উদ্দেশ্য? কি উদ্দেশ্য?

আপোনাৰ কি উদ্দেশ্য আছে—তাৰ ব্যাখ্যা জানো মোৰ মুখৰ পৰাই শুনিব খোজে?

শুনক ৰাজকুমাৰ—পুলিচে মধুমতী হত্যা তদন্তৰ ইতিমধ্যে প্ৰায় শেষ পৰ্য্যায়ত উপনীত হৈছে। ২৫ জন লোকৰ জবান বন্দী ৰেকৰ্ড কৰিছে। আপোনাৰ স্বীকাৰোক্তিৰ টেপ ৰেকৰ্ডো পুলিচৰ হাতত পৰিছে। সকলোৱে একমত যে—মধুমতীৰ হত্যাকাৰী আপুনিয়েই। সকলো সাক্ষী বাদীয়ে আপোনাকেই হত্যাকাৰী সজোৱাত সহায় কৰিছে। আপুনি নিজেও একা-ধিকবাৰ স্বীকাৰ কৰিছে—মধুমতীক হত্যা কৰিছে আপুনি। পুলিচে নজনা নহয়—আপুনি ক'ত আত্মগোপন কৰি আছে। চাওক আপোনাৰ বিৰুদ্ধে ইমানখিনি তথ্যপাতি থকাৰ পিচতো আপোনাক পুলিচে এতিয়াও কিয় গ্ৰেপ্তাৰ কৰা নাই?

কিয়?

কাৰণ পুলিচেও জানে—আপুনি মধুমতীক হত্যা কৰিব নোৱাৰে।

তেনেহলে মধুমতীক কোনে হত্যা কৰিছে?

সেইজনলোকে—যিজন লোকৰ অপেক্ষাত আপুনি ইয়াত আত্মগোপন কৰি আছে।

মই বুজা নাই।
বুজিবলৈ কিটো আছে—মই আপোনাৰ মনৰ কথাহে কৈ আছো।
কিন্তু—শিবৰাম, তুমিয়েইবা ইমানবোৰ কথা কেনেকৈ জানিলা?
যিহেতু সেইয়া মোৰ ব্যৱসায়। মানুহৰ মনৰ খবৰ লৈ ফুৰাটোৱেই মোৰ পেশা বা কব পাৰে নীচা। গতিকে মই জানো—আপুনি কাৰ অপেক্ষাত কিয় এনেদৰে হত্যাকাৰীৰ অভিনয় কৰি আত্মগোপন কৰি আছে। খবৰ বিক্ৰী কৰাটোৱেই যে মোৰ ব্যৱসায়।
ঠিক আছে শিবৰাম—তুমি কি খবৰ মোক দিবলৈ আনিছা কোৱা?
আপুনি পাহৰি গৈছে ৰঞ্জিৎকুমাৰ—খবৰ বিক্ৰী কৰাতো মোৰ পেশা। গতিকে প্ৰথমতে দৰদাম।
কিন্তু তুমি যি খবৰ মোক বিক্ৰী কৰিবলৈ আহিছা—সেই খবৰ মোৰ প্ৰয়োজন আছেনে নাই, মই কেনেকৈ জানিম?
অবাবত সময় খৰচ কৰা লোক এই শিবৰাম নহয়। শিবৰামৰ কাম সদায় নিখুত। গতিকে ধৰিব পাৰে মই যি খবৰ বিক্ৰী কৰিবলৈ আহিছো সেই খবৰ আপোনাৰ প্ৰয়োজন হবই।
ওহো—কি খবৰ তোমাৰ হাতত মজুত আছে—তাৰ আভাষ নোপোৱালৈকে মই একো কব নোৱাৰো।
তেনেহলে শুনক, মোৰ হাতত মজুত আছে এনে এটা খবৰ যি খবৰে আপোনাক জানিবলৈ দিব—মধুমতীৰ প্ৰকৃত হত্যাকাৰী কোন। আপুনি জানে ৰঞ্জিৎকুমাৰ আপোনাক এই হত্যাত লিপ্ত কৰিবৰ বাবে কোনোৱে এক সুদূৰ প্ৰসাৰী ষড়যন্ত্ৰৰ জাল তৰিছিল। সেই ষড়যন্ত্ৰৰ আৰত ষড়যন্ত্ৰকাৰী সকলৰ এক কু-উদ্দেশ্য আছিল। সেই ষড়যন্ত্ৰকাৰী দল এতিয়া উৎফুল্লিত যিহেতু তেওঁলোক নিশ্চিত যে—আপোনাক মধুমতীৰ হত্যাকাৰীৰূপে প্ৰতীয়-মান কৰাত কোনো অসুবিধা নাই। আৰু এই কথাত নিশ্চিত হোৱাৰ পিচত তেওঁলোকৰ উদ্দেশ্যও ইতিমধ্যে প্ৰকট হৈ পৰিছে।
এতিয়া কওক ৰঞ্জিৎকুমাৰ—এই দুটা খবৰ মানে মধুমতীৰ হত্যাকাৰী কোন আৰু এই হত্যা ষড়যন্ত্ৰকাৰী কোন সেই খবৰৰ আপোনাৰ প্ৰয়োজন আছেনে নাই?
আছে শিবৰাম—আছে। তুমি ঠিকেই কৈছা—এই খবৰৰ বাবেই মই আগ্ৰহৰে আৰু ধৈৰ্য্যৰে বিবেকৰ দংশন সহ্য কৰি এই অঠাইত আত্মগোপন কৰি আছো।
কোৱা—শিবৰাম, এই দুটা খবৰৰ বাবে তোমাক কিমান টকা লাগিব?
চাওক ৰঞ্জিৎবাবু—মই দুখীয়া মানুহ। মোৰ নামত দুজন ঈশ্বৰৰ সংযোগ। অথচ মই দাৰুণ দৰিদ্ৰ। কোনোমতে খবৰ বিক্ৰী কৰিয়েই পেট প্ৰৱৰ্তাই থাকো। বিশ্বাস কৰক—এই দুখী পেটটোৰ বাবে—মানুহ দুই এটাও হত্যা কৰিছো।

কি কৰিব – টকাৰ বাবেই সকলো কৰিব লগা হৈছে—বুজিছে।
তুমি মানুহো হত্যা কৰিছা ?
কলোৱেইতো টকাৰ বাবেই সকলো কৰিব লগা হৈছে।
শিবৰামৰ দীঘলীয়া পাতনিত ধৈৰ্য্য-চ্যুতি হৈ ৰঞ্জিৎকুমাৰ গৰ্জি উঠিল – শীঘ্ৰে ক কিমান টকা লাগে ?
ধীৰে বন্ধু ধীৰে। খং দেখুৱালে কোনো কাম নহয়। সকলো শীতল পৰিবেশত হলেহে সহজে কাৰ্য্য সিদ্ধি হয়।
অ' কি কৈছিলে—মনত পৰিছে টকাৰ কথা। শুনক ৰঞ্জিৎবাবু—মই সাধাৰণ মানুহ! বেচি টকাৰ প্ৰয়োজন মোৰ নাই। আপুনি কোটিপতি মানুহ। মই জানো—এই খবৰ দুটাৰ বাবে মই যি ধন বিচাৰো সেই ধন দিবলৈকে আপুনি ৰাজী হব। কিন্তু মই সুবিধাবাদী নহয়। সুবিধা পালো বুলি কিবা এটা অদ্ভুত কৈ বহি থাকিম সেই বদ অভ্যাস মোৰ নাই। মোৰ এই পেটটোক চম্ভালিবৰ বাবেহে—সামান্য কিবা অলপ দিলেই মোৰ বাবে যথেষ্ট।
শীঘ্ৰে কোৱা কিমান টকা লাগে ?
দুটা খবৰৰ বাবে—মোক দহলাখ টকা দিলেই হব।
দহলাখ ?
অ' নগদ—বাকীৰ কাৰবাৰ এই শিবৰামৰ নাই।
ৰঞ্জিতে একমুহূৰ্ত কিবা এটা চিন্তা কৰি শিবৰামলৈ চালে—তাৰ পিচত ওঠত সামান্য বেকা হাঁহি বিৰিঙাই কলে—ঠিক আছে, দহলাখেই দিয়া হব। এতিয়া খবৰ দুটা কোৱা।
ওহো নগদ। নগদ ধন হাতত পৰিলেহে খবৰ।
কিন্তু শিবৰাম—মই এই পানীৰ মাজত ভগ্নস্তূপ সদৃশ এই জাহাজত আত্ম-গোপন কৰি আছো।
গতিকে এই পানীৰ মাজত তোমাক দহলাখ টকা দিও কেনেকৈ—তাকে কব খুজিছে—নহয় জানো ৰঞ্জিৎবাবু ? মই মূৰ্খ নহয়—তাৰ ব্যৱস্থাও মোৰ হাতত আছে। এইয়া কাগজ পেন—আপুনি আপোনাৰ মাতৃলৈ একলম লেখি দিলেই হ'ল—টকা মই ঠিকেই আদায় কৰি লম।
কিন্তু মোৰ টকাৰ লেনদেনটো মা নকৰে, মই মোৰ মেনেজাৰলৈ চিঠি দিব পাৰো।
ওহো টকাৰ বাবে আপুনি চিঠি দিব লাগিব—আপোনাৰ মাকলৈ।
মালৈ কিয় ? তুমি টকাহে পাব লাগে—মেনেজাৰলৈ দিলেও তুমি টকা পাবাই।
টকা মই আপোনাৰ মাতৃৰ পৰাহে লম। মেনেজাৰৰ পৰা নহয়।
কিন্তু কিয় ?
তাৰ ব্যাখ্যা মই দিব নোখোজো। মুঠতে মোৰ পোনপটীয়া কথা হ'ল –

খবৰৰ বাবে মোক দহলাখ টকা লাগে—সেই টকা মই আপোনাৰ মাতৃৰ পৰাহে গ্ৰহণ কৰিম।

মই বুজা নাই শিবৰাম তুমি টকাখিনি মাৰ হাতৰ পৰাহে লোৱাৰ ক্ষেত্ৰত গুৰুত্ব দিছা কিয়? তুমি খবৰ বিক্ৰী কৰিবা। বিনিময়ত দহলাখ বিচাৰিছা। তুমি টকা পালেই হ'ল। মাৰ হাতৰ পৰা লোৱা মেনেজাৰৰ হাতৰ পৰা লোৱা কথা একেই। কিন্তু তুমি মাৰ হাতৰ পৰা টকাখিনি লোৱাতহে জোৰ দিছা কিয় সেই ব্যাখ্যা যদি তুমি মোক দিব পাৰা তেতিয়াহে তোমাৰ কথামতে মই কাম কৰিব পাৰিম।

কিন্তু ৰঞ্জিৎবাবু সেই ব্যাখ্যা দিবৰ বাবে এই মুহূৰ্তত মই প্ৰয়োজন বোধ কৰা নাই।

তেনেহলে মইও তোমাক টকা দিবলৈ অপাৰগ।

ৰঞ্জিৎৰ কথাত এইবাৰ শিবৰামে উচ্চস্বৰত হাঁহিবলৈ ধৰিলে। হাঁহি যেন তাৰ থমকিবই নোখোজে।

এক মুহূৰ্ত।

পিচ মুহূৰ্ততে শিবৰাম গৰ্জি উঠিল ৰঞ্জিৎকুমাৰ — তই এই শিবৰামৰ পৰিচয় নাজান, নহলে তই এনেদৰে সময় অপব্যয় কৰি মোৰ মূৰ গৰম নকৰি-লিহেতেন। শুন — মানুহ হত্যা কৰিবলৈ মোৰ এটা মুহূৰ্তও চিন্তা কৰিবলৈ প্ৰয়োজন নাই। মোৰ ৰিভলভাৰৰ গুলি তোৰ কপাল বিন্ধিবলৈ যিকোনো মুহূৰ্ততে উদ্যত হৈ পৰিব পাৰে—সেই চিন্তা জানো তোৰ নাই?

নাই—সেই চিন্তা মোৰ নাই শিবৰাম। ৰঞ্জিৎকুমাৰে স্বাভাৱিক সুৰতে কৈ গল—সেই চিন্তা মোৰ নাই এই বাবেই যে—তুমি ব্যৱসায়ী লোক। টকাৰ বাবে মানুহ হত্যা কৰা, টকাৰ বাবে খবৰ বিক্ৰী কৰা তোমাৰ পেশা। মোক খবৰ বিক্ৰী কৰিলে তুমি পাবা দহলাখ টকা—তেনেস্থলত তুমি মোক হত্যা কৰি দহলাখ টকা হেৰুৱাবলৈ যাবা কিয়? গতিকে মই বিশ্বাস নকৰো—তুমি যে মোক ইমান সহজে হত্যা কৰিব পাৰিবা। সি যিকি নহওক শিবৰাম তুমি মোক যি খবৰ বিক্ৰী কৰিব খুজিছা — সেই খবৰ যিহেতু মোৰ প্ৰয়োজন আছে, মোৰ নিজৰ স্বাৰ্থ পূৰণৰ বাবেই তোমাৰ কথা মই মানি ললো। মই দহলাখ টকাৰ বাবে মালৈ চিঠি দিম—যিকথা তুমি বিচাৰিছা। অৱশ্যে মাৰ পৰা তুমি কেনেকৈ টকা আদায় কৰা সেইয়া তোমাৰ দায়িত্ব।

শিবৰামৰ খং ক্ৰমান্বয়ে কমি আহিল—এইয়াহে ভদ্ৰলোকৰ কথা। আৰু বিলম্ব নকৰিব ৰঞ্জিৎকুমাৰ — এইয়া কাগজ আৰু পেন।

# ৮

সুলোচনা দেৱীৰ আগমনৰ লগে লগে প্ৰকাণ্ড হল ঘৰটোত সমবেত সকলো ঠিয় হ'ল।

সুলোচনা দেৱীৰ মুখাবয়বত গভীৰ চিন্তাৰ বেশ। দুশ্চিন্তাই খুলি খুলি খোৱা তেওঁৰ চকুৰ পৰা যেন যিকোনো মুহূৰ্ততে চকুপানী নিগৰি ওলাব। একমাত্ৰ পুত্ৰ সন্তান ৰঞ্জিৎকুমাৰ বংশৰ মান মৰ্য্যাদা অবনমিত কৰা কেলেংকাৰীতে নহয়, সি আজি হত্যাকাৰী আখ্যাও পাইছে। মাতৃ হৈ পুত্ৰৰ এনে অধঃপতন কেনেকৈনো সহ্য কৰে। যিটো কেতিয়াও আশা কৰা নাছিল—সেই টোকেই এতিয়া হবলৈ ওলাইছে তেওঁৰ দুজনীয়া পৰিয়ালত। অথচ তেওঁৰ কি নাছিল? ধন সম্পত্তি, মান মৰ্য্যাদা একোৰে অভাব নাছিল। তেওঁৰ পুত্ৰৰ গুণগ্ৰাহীতাইও তেওঁৰ অন্তৰ ভৰাই ৰাখিছিল। অথচ আজি তেওঁৰ সেই গুণবাণ পুত্ৰৰ কীৰ্তিকলাপৰ বাবেই শিৰ নত হ'ল। বংশৰ একমাত্ৰ প্ৰতিনিধি ৰঞ্জিৎকুমাৰ আজি এক হত্যাকাণ্ডৰ লগত জড়িত হৈ নিখোজ। ৰঞ্জিতৰ লগতে এই হত্যাৰ লগত আৰু কোন জড়িত হৈ পৰে তাৰেইবা কি ঠিকনা। এনেবোৰ দুশ্চিন্তাই সুলোচনা দেৱীৰ চকুৰ নিদ্ৰাহৰণ কৰিছে। তেওঁ বেদনাত জৰ্জৰিত হৈছে। যি গৰাকী মানুহে সম্মানৰ মুকুট পিন্ধি সসম্মানে শিৰ তুলি চলাফেৰা কৰিছিল—সেই গৰাকী মানুহলৈকে আজি সকলোৱে আঙুলি টোৱাই কব—হত্যাকাৰী পুত্ৰৰ মাতৃ। এই ভাটি বয়সত সুলোচনা দেৱীৰ দৰে সম্ভ্ৰান্ত মহিলাৰ বাবে ইয়াতকৈ অধিক অপমান কি হব পাৰে।

ৰঞ্জিৎ নিখোজৰ দিন ধৰি সুলোচনা দেৱী মৌন হৈ পৰিছে। তেওঁ পৰাপক্ষত মাতবোল কৰা বন্ধই কৰিছে। আনকি অতি প্ৰয়োজন নহলে—তেওঁ কোনো-লোকৰ লগত দেখাও নকৰে।

তথাপিও তেওঁ আজিৰ এই আলোচনা সভালৈ আহিছে। এক প্ৰকাৰ বাধ্যত পৰিয়েই আহিছে। মধুমতী হত্যা সংক্ৰান্তীয় ঘটনাত ৰঞ্জিতৰ ভূমিকাৰ বিষয়ে তদন্ত কৰিবলৈ তেওঁ বিজন বিচক্ষণ লোক নিয়োগ কৰিছে সেই প্ৰাইভেট ডিটেকটিভ পাৰ্থসাৰথিৰ অনুৰোধতে সুলোচনা দেৱীয়ে বাধ্য হৈ এই সমবেত সকলোৰে আগত উপস্থিত হৈছে।

সুলোচনা দেৱীয়ে আসন গ্ৰহণ কৰাৰ পিচতে প্ৰাইভেট ডিটেকটিভ পাৰ্থ-সাৰথিয়ে সমবেত সকলোৰে ওপৰত দৃষ্টি দি আৰম্ভ কৰিলে—কবলৈ গলে আজিৰ এইখন এখন আলোচনা সভাহে। আলোচনাৰ বিষয়বস্তু সকলোৰে জনা। সেয়ে এই পৰিয়ালৰ সকলো হিতাকাঙ্ক্ষীকে মই উপস্থিত থাকিবলৈ

অনুৰোধ জনাইছিলো। মোৰ অনুৰোধ ৰক্ষা কৰি সকলো উপস্থিত থকাত মই সকলোলৈকে ধন্যবাদ জনাইছো। নীতা দেৱী আৰু নীতা দেৱীৰ পৰিয়াল অৰ্থাৎ পিতৃ মাতৃ। ৰঞ্জিৎকুমাৰৰ ব্যৱসায়ৰ বিশিষ্ট সহযোগী কৰ্মচাৰী সকল, ৰঞ্জিতৰ গাড়ীচালক আদি এই পৰিয়ালৰ সকলো হিতাকাঙ্ক্ষীকে আজিৰ এই আলোচনাত উপস্থিত থাকিবলৈ অনুৰোধ জনাইছিলো। সেইমতে সকলো উপস্থিত আছেও। মই সকলোকে ধন্যবাদ জনাই এতিয়া আৰম্ভ কৰিম—আমি ইয়াত সমবেত হোৱাৰ উদ্দেশ্য।

পাৰ্থসাৰথি এক মুহূৰ্ত ৰ'ল। তেওঁৰ প্ৰসন্ন মুখখনত এইবাৰ এটা চিগাৰ লগালে।

ওঠত সামান্য যেন দিগ্বীজয়ৰ হাঁহি বিৰিঙাই এমুখ ধোঁৱা শূন্যলৈ এৰি দি পাৰ্থসাৰথিয়ে সুলোচনা দেৱীৰ ওপৰত দৃষ্টি নিবদ্ধ কৰি কলে—তেনেহলে আমি এতিয়া আৰম্ভ কৰিব পাৰো নেকি ?

সুলোচনা দেৱীৰ মুখত দেখা দিয়া প্ৰতিক্ৰিয়াত পাৰ্থসাৰথিয়ে যেন আমোদ পালে। আৰু তেওঁ কিবা কোৱা বা ইঙ্গিতলৈ অপেক্ষা নকৰি আৰম্ভ কৰিলে—মোৰ নাম পাৰ্থসাৰথি। মই এজন প্ৰাইভেট ডিটেকটিভ। মধুমতী হত্যা সংক্ৰান্তত মোৰ নিয়োগ এই পৰিয়ালৰ হিতৰ বাবে। সুলোচনা দেৱীৰ নিশ্চিত ধাৰণা তেওঁৰ পুত্ৰ ৰঞ্জিৎ এজন হত্যাকাৰী হব নোৱাৰে। মধুমতীকে ৰঞ্জিতে হত্যা কৰা নাই। ৰঞ্জিৎ কাৰোবাৰ চক্ৰান্তৰহে বন্দী।

মোৰ দায়িত্ব আছিল—ৰঞ্জিতে প্ৰকৃততে মধুমতীক হত্যা কৰিছেনে নাই সেই সত্য উদ্ঘাটন কৰা। সেই অনুক্ৰমেই মোৰ তদন্তও আৰম্ভ হৈছিল।

মধুমতীৰ লগত ৰঞ্জিতৰ সম্পৰ্ক আছিল মধুৰ। যদিও এই সম্পৰ্ক পৰিয়ালৰ তৰফে গ্ৰহণযোগ্য নাছিল। আৰু কাৰো মনঃপুত নাছিল বাবেই কোনোৱে আশা নকৰা এনে এটা দুৰ্ঘটনা সংঘটিত হ'ল।

মধুমতী নিহত হ'ল। আৰু এই হত্যাৰ লগত জড়িত হৈ পৰিল ৰঞ্জিৎকুমাৰ। পুলিচে তদন্ত আৰম্ভ কৰিলে, ইফালে আমিও এই হত্যা অনুসন্ধানত লাগিলো। পুলিচে বহুতো সাক্ষীৰ জবানবন্দী ললে। সকলোৰে একেটাই কথা যে—মধুমতীক হত্যা কৰা হৈছে আৰু হত্যা কৰিছে ৰঞ্জিৎকুমাৰে। আনকি পুলিচে ৰঞ্জিৎৰ স্বীকাৰোক্তি পৰ্যন্ত সংগ্ৰহ কৰিলে– যি স্বীকাৰোক্তিত ৰঞ্জিতেই মধুমতীৰ হত্যাকাৰী বুলি স্বীকাৰ কৰিছে।

পুলিচে ৰঞ্জিৎৰ বিৰুদ্ধে ইমানখিনি প্ৰমাণ সংগ্ৰহ কৰাৰ পিচতো আমি কিন্তু কোনোপধ্যেই প্ৰত্যয় যোৱা নাছিলো যে ৰঞ্জিতেই মধুমতীৰ হত্যাকাৰী কিন্তু আমাৰ ধাৰণা প্ৰতিষ্ঠিত কৰিবলৈ আৱশ্যক প্ৰমাণৰ।

সেয়ে প্ৰথমেই আমাৰ মনলৈ আহিল আমি প্ৰথমতে নিশ্চিত হব লাগিব কিয় ৰঞ্জিতে মধুমতীক একেবাৰে নিঃশেষ কৰি দিয়া কথা চিন্তা কৰিলে।

ৰঞ্জিৎ সম্ভ্ৰান্ত ঘৰৰ লৰা। চহকী। কিন্তু মধুমতী আছিল—তাৰ সম্পূৰ্ণ

বিপৰীত। মধুমতী আছিল সাধাৰণ ঘৰৰ। দৰিদ্ৰ। তাতেই তেওঁৰ উপাৰ্জনৰ পথ বৰ সুবিধাৰ নাছিল। অন্ততঃ দহে সেই উপাৰ্জন ভাল দৃষ্টিৰে গ্ৰহণ নকৰিছিল।

সেয়ে সুলোচনা দেৱীকে আদি কৰি ৰঞ্জিতৰ হিতাকাঙ্ক্ষী সকলোৱে মধুমতীৰ লগত সম্পৰ্কৰ কথাতো সন্তোষ মনেৰে লোৱা নাছিল।

পোনপটীয়াকৈ আওপকীয়াকৈ সকলোৱে চেষ্টা কৰিছিল—ৰঞ্জিতেঁএই ছোৱালী-জনীৰ গৰাহৰ পৰা আতৰি অহাৰ বাবে।

কিন্তু ৰঞ্জিৎ নিজৰ সিদ্ধান্তত নিজেই অতল আছিল। এইখিনি কথা ইয়াত উপস্থিত সকলোৱেই জানে। মই কেৱল পুনৰ দোহাৰিছো—ইয়াৰ পিচৰ কথাখিনিৰ অৱতাৰণা কৰিবৰ বাবেহে।

মধুমতীক কেন্দ্ৰ কৰি গঢ় লৈ উঠা অসুস্থ পৰিবেশত ৰঞ্জিতে নিজেও বিৰক্ত হৈ পৰিছিল।

আৰু তেনে এক অসুস্থ পৰিবেশতে ৰঞ্জিতক লগ পালে আহিল নীতা দেৱী। নহয় জানো নীতা দেৱী? পাৰ্থসাৰথিয়ে কথাষাৰ কৈ নীতালৈ চাই একমুহূৰ্ত ৰ'ল। কিন্তু নীতাৰ কোনো সহাৰি নেদেখি পাৰ্থসাৰথিয়ে পুনৰ আৰম্ভ কৰিলে—সেইদিনা নীতাই ৰঞ্জিতক লগ পাইছিল একান্ত ব্যক্তিগত ভাৱে। কোৱা বাহুল্য সেইদিনা নীতা আৰু ৰঞ্জিতৰ আলোচনাৰ বিষয় আছিল—

ৰ'ব, নীতাই সম্মুখত বহি থকা পাৰ্থসাৰথিলৈ চাই প্ৰায় চিঞৰি উঠিল—মোৰ সম্মুখতে দহ জনৰ উপস্থিতিত মোৰ ব্যক্তিগত কথা আলোচনা কৰাৰ আপোনাৰ কোনো অধিকাৰ নাই।

কিন্তু নীতা দেৱী, আপুনি পাহৰি গৈছে ইয়াত আমি সমবেত হৈছো—মধুমতী হত্যা সম্পৰ্কীয় কথা আলোচনাৰ বাবেহে। আপুনি মিছাকৈয়ে ক্ষুণ্ণ হৈছে—নীতা দেৱী। আমি সকলোৱে আশা কৰিছো—ৰঞ্জিতক নিৰ্দোষী প্ৰমাণৰ বাবে। কিন্তু তাকে কৰিবলৈ যাওঁতে আমাৰ মাজত জানো খোলোচাকৈ আলচ কৰিব নালাগিব?

পাৰ্থসাৰথিৰ কথাত অসন্তুষ্ট মনেৰেই নীতা বহি ৰ'ল।

পাৰ্থসাৰথিয়ে পুনৰ আৰম্ভ কৰিলে—মোৰ কথাত কোনোবা ক্ষুণ্ণ হলেও উপায় নাই, কিন্তু সকলো কথা খৰচি মাৰি কলেহে আপোনালোকে বুজিব পাৰিব—তদন্তৰ গতি এতিয়া কোন ফালে। কিজানিবা মধুমতীৰ হত্যাকাৰী ৰঞ্জিৎকুমাৰ নহয়—আমাৰ মাজতে সেই হত্যাকাৰী বহি আছে?

এইবাৰ নীতাৰ পিতৃ হৰচান্দ টোডীয়ে প্ৰতিবাদ কৰি উঠিল—আপুনি কি আবোল তাবোল বকিছে,—আমাৰ মাজত মধুমতীৰ হত্যাকাৰী থাকিবলৈ যাব কিয়? ৰঞ্জিৎকুমাৰ মধুমতীৰ হত্যাকাৰী বুলি ইতিমধ্যে প্ৰমাণিত হৈছে। ৰঞ্জিতে নিজেই স্বীকাৰোক্তি দিছে—মধুমতীক তেৱেঁই হত্যা কৰিছে বুলি—তাৰ পিচত এই হত্যাৰ লগত ভদ্ৰলোকক টনাটনি কৰাৰ কি অৰ্থ হব পাৰে?

নাই, মইতো কাকো নিৰ্দ্দিষ্টকৈ হত্যাকাৰী বুলি কোৱা নাই। মই কেৱল কব খুজিছো নিৰ্দ্দিষ্ট প্ৰমাণ নোপোৱাকৈ হত্যাকাৰী বুলি কাকো দোষী সাব্যস্ত কৰিব পৰা নাযায়।

কাৰণ ৰঞ্জিতক হত্যাকাৰী বুলি সিদ্ধান্তত উপনীত হোৱাৰ আগতে সকলো দিশৰে গম গতি লবৰ বাবে আমি যি তদন্ত আৰম্ভ কৰিছিলো সেই তদন্তৰ গতি-প্ৰগতিয়ে আৰু বহুতো লুকাই থকা তথ্য আমাৰ দৃষ্টি গোচৰলৈ আনিছে। আৰু এইবোৰ তথ্যৰ ওপৰতে ভিত্তি কৰি মই মত প্ৰকাশ কৰিছো যে—মধুমতীৰ হত্যাকাৰী ৰঞ্জিৎ নহৈ আন কোনোবাও হব পাৰে।

এতিয়া শুনক মোৰ তদন্তত প্ৰাধান্য লাভ কৰা সন্দেহজনক কথাবোৰ।

কোৱা বাহুল্য যে—ৰঞ্জিৎকুমাৰ মধুমতীৰ বিৰুদ্ধে উত্তেজিত হৈছিল—নীতা দেৱীৰ লগত হোৱা কথোপকথনৰ পিচত। নীতাই ৰঞ্জিতৰ হাতত কেতবোৰ ফটোগ্ৰাফ অৰ্পণ কৰিছিল। যিবোৰ ফটোগ্ৰাফত পঞ্জীবদ্ধ হৈ আছিল—মধুমতীৰ পৰপুৰুষৰ লগত থকা সম্পৰ্কৰ স্বাক্ষৰ। তদুপৰি নীতাই ৰঞ্জিতৰ হাতত অৰ্পণ কৰিছিল এটা ভিডিঅ' কেচেট। এই কেচেট আৰু ফটোবোৰ চাই ৰঞ্জিৎ উত্তেজিত হৈছিল আৰু মধুমতীৰ এনে প্ৰতাৰণাৰ শাস্তিৰূপে গুলিবিদ্ধ কৰি নিঃশেষ কৰি দিয়াৰ কথাটোৱেই খণ্ডৰ ভমকত প্ৰথমে মূৰলৈ আহিছিল।

এতিয়া দেখা গল—ৰঞ্জিতে মধুমতীক নিঃশেষ কৰি দিয়া সিদ্ধান্তত উপনীত হোৱাৰ বাবে এই ফটোগ্ৰাফ বা ভিডিঅ' কেচেটটো ৰঞ্জিতৰ হাতত অৰ্পণ কৰা হৈছিল।

নহয়, কেতিয়াও নহয়, ফটোগ্ৰাফ আৰু ভিডিঅ' কেচেটটো মইয়েই ৰঞ্জিতৰ হাতত তুলি দিছিলো যদিও মই কেতিয়াও ভবা নাছিলো যে-ৰঞ্জিতে ফটোখিনি দেখি এনেদৰে উত্তেজিত হৈ হত্যা পৰ্য্যন্ত কৰি পেলাব। কথাখিনি কওঁতে নীতাৰ চকু প্ৰায় চলচলীয়া হৈ পৰিল।

পাৰ্থসাৰথিয়ে একেই গাম্ভীৰ্য্যৰে নীতাৰ কথাৰ ওপৰতে কলে—এতিয়া ভবা নভবাৰ প্ৰশ্ন নাহে, মুঠতে ছবিখিনি বা ভিডিঅ' কেচেটটো চাই ৰঞ্জিৎ উত্তেজিত হৈছিল আৰু উত্তেজনাৰ বশবৰ্তী হৈ আগপাচ নুগুণি মধুমতীক হত্যা কৰিবলৈ ঢাপলি মেলিছিল। অৰ্থাৎ মধুমতী হত্যাৰ প্ৰথম আৰু প্ৰধান কাৰণ হ'ল এই ফটোগ্ৰাফ আৰু ভিডিঅ' কেচেট। এই উত্তেজনাৰ সামগ্ৰীখিনি ৰঞ্জিতৰ হাতত প্ৰথমে তুলি দিছিল নীতা দেৱীয়ে। গতিকে এই হত্যাৰ পিচত যি ষড়যন্ত্ৰ লুকাই আছে, যি ষড়যন্ত্ৰৰ বলী হ'ল ৰঞ্জিৎকুমাৰ সেই ষড়যন্ত্ৰৰ প্ৰথম দৃষ্টিত পৰা নায়িকা হ'ল—এই নীতা দেৱী।

পাৰ্থসাৰথিৰ কথাত নীতাই প্ৰায় উচুপি উচুপি কান্দিবলৈ ধৰিলে।

পাৰ্থসাৰথিয়ে নীতালৈ চাই গহীনাই কলে—ৰ'ব নীতা দেৱী, অধৈৰ্য নহব, তদন্তৰ পৰবৰ্তী স্তৰৰ কথা শুনি লওক। মই একাধিকবাৰ কৈছো—মোক প্ৰাইভেট ডিটেকটিভ হিচাপে দায়িত্ব দিয়া হৈছে ৰঞ্জিৎ আৰু পৰিবাৰৰ আন

সকলৰ নিৰাপত্তাৰ। গতিকে আপোনালোকক দোষী সাব্যস্ত কৰাতো মোৰ উদ্দেশ্য নহয়, আপোনালোকক নিৰ্দোষী বুলি প্ৰতিষ্ঠা কৰিবলৈ চেষ্টা কৰাতোহে মোৰ উদ্দেশ্য। মই কেৱল মোৰ তদন্তৰ ধাৰা বিৱৰণহে এফালৰ পৰা বৰ্ণাই গৈছো।

মই অৱশ্যে যুক্তিৰে পতিয়ন গৈছো—নীতা দেৱীয়ে নিশ্চয় মধুমতীক হত্যা কৰক বুলিয়েই ফটো আদি সমলখিনি ৰঞ্জিতৰ হাতত তুলি দিয়া নাছিল। পুলিচে অৱশ্যে কি ভাবিছে নাজানো। কিন্তু ফটোগ্ৰাফ খিনিৰ বাবেই যে এই অথন্তৰ হবলৈ পালে—তাত দ্বিমত হোৱাৰো যুক্তি নাই। নীতা দেৱীয়ে আনহলেও এটা কথা অন্ততঃ ভাবিছিল সেইটো হ'ল--ৰঞ্জিতৰ দৃষ্টিত মধুমতীৰ স্বৰূপ উদঙাই দেখুওৱা। নীতাই হয়তো ভাবিছিল—ফটোগ্ৰাফত মধুমতীৰ পৰিচয় পাই ৰঞ্জিতৰ নিশ্চয় তাইৰ প্ৰতি ঘৃণা উপজিব—আৰু ঘৃণাই মধুমতীৰ সংস্পৰ্শৰ পৰা ৰঞ্জিতক আতৰ কৰিব। নহয় জানো নীতা দেৱী—আপোনাৰ মনত জানো তেনেভাবেই নাছিল?

পাৰ্থসাৰথিৰ আকস্মিক প্ৰশ্নত নীতাই অপ্ৰস্তুত হোৱাদি কলে--হয়, ৰঞ্জিতে যে অকস্মাৎ এনে এটা পৰ্যায় পাবগৈ মই ভবা নাছিলো। মই আশা কৰিছিলো—ৰঞ্জিতক মধুমতীৰ প্ৰতি বিৰূপ জন্মাই আতৰাই আনিব পাৰিম।

কিন্তু দুখৰ কথা হ'ল—আইন আদালতে আপোনাৰ সৰলতাতকৈ আপোনাৰ কপটতত্তাকহে প্ৰকট কৰি তুলিব। তেওঁলোকে প্ৰতিষ্ঠা কৰিবলৈ চেষ্টা কৰিব—আপুনি ৰঞ্জিতক উত্তেজিত কৰিছিল—মধুমতীক হত্যা কৰিবৰ বাবেই।

তেওঁলোকৰ মনত এই চিন্তা উদয় হোৱাৰ লগে লগে—আন এটা কথাও মনলৈ আনিব—সেই কথাটো হ'ল—ৰঞ্জিতৰ হাতত তুলি দিয়া মধুমতীৰ বিভিন্ন পৰপুৰুষৰ সংস্পৰ্শৰ দৃশ্যাবোৰ আপোনাৰ দ্বাৰা সংগ্ৰহ হয়নে নহয়? কিন্তু কোনোৱে আচনি কৰি সম্মুখত এটা উদ্দেশ্য লৈ—দিঘলীয়া সময়ৰ ব্যৱধানতহে এনে ছবি যিহেতু সংগ্ৰহ কৰিবলৈ সমৰ্থ হব—গতিকে ছবি সংগ্ৰহৰ কামটো নীতাৰ দ্বাৰাই সম্ভৱ হৈছে বুলি ভবাৰ যুক্তি নাই।

কোনো অদৃশ্য শক্তিয়ে নীতাক এই ষড়যন্ত্ৰৰ এটা হেতু হিচাপেহে ব্যৱহাৰ কৰাৰ যুক্তিযুক্ততা আছে। গতিকে সততে প্ৰশ্ন উঠিব এই অদৃশ্য শক্তি কোন?

সুলোচনা দেৱীয়ে স্বীকাৰ কৰামতে তেওঁৰ নিৰ্দেশতে এই ছবিবোৰ সংগ্ৰহ হৈছিল। আনকি ভিডিঅ' কেচেটটোও। সুলোচনা দেৱীয়েও নিশ্চয় মধুমতীক হত্যা কৰি পুত্ৰ হত্যাকাৰী হওক বুলি বাঞ্ছা কৰা নাছিল। তেওঁও মধুমতীৰ কবলৰ পৰা পুত্ৰ আতৰি অহাৰ বাবেই নিশ্চয় এনে আচনিত সম্মতি দিছিল। কিন্তু ভিডিঅ' কেচেটটোত সন্নিবিষ্ট বিষয়বস্তুৰ কথা গমপোৱাৰ পিচত এই কথা সহজেই মনলৈ আহিব যে—সুলোচনা দেৱী বা

নীতা দেৱীৰ উদ্দেশ্য যিয়েই নহওক এই আচাঁনৰ অন্তৰালত এনে কোনো ব্যক্তি আছে—যি ঠাণ্ডা মগজৰে এই আচাঁন তৈয়াৰ কৰিছে। যি সুলোচনা দেৱী, নীতা দেৱী আনকি ৰঞ্জিৎকুমাৰৰ সবলতাধিনিক কামত লগাইছে—মধুমতীক চিৰকালৰ বাবে ইহ জগতৰ পৰা আতৰোৱাৰ বাবে। তেওঁৰ উদ্দেশ্য এহাতে মধুমতীক আতৰ কৰা আৰু আনফালে ৰঞ্জিৎকুমাৰক হত্যাকাৰী ৰূপে মৃত্যু দণ্ডৰে দণ্ডিত কৰা। এইজন ব্যক্তিয়ে সুলোচনা দেৱীক প্ৰত্যয় নিয়াইছিল যে—ৰঞ্জিতক মধুমতীৰ কবলৰ পৰা আতৰ কৰাৰ একমাত্ৰ পথ হ'ল—তেওঁৰ মধুমতীৰ প্ৰতি যি কোনো প্ৰকাৰে ঘৃণা উপজোৱা। অথচ এই ব্যক্তিজনে জানিছিল—মধুমতীৰ এই অধঃপতনৰ দৃশ্য দেখিলে ৰঞ্জিতে নিশ্চয় এনে এটা কাণ্ড কৰি বহিব—যি কাণ্ডই এই ব্যক্তিজনৰ উদ্দেশ্য সফল কৰি তুলিব।

সেই উদ্দেশ্য লৈয়ে এই ব্যক্তিজনে সুলোচনা দেৱীৰ সম্মতি আদায় কৰি এই আচাঁন গঢ়ি তুলিছিল। সুলোচনা দেৱীৰ অৰ্থৰে তেওঁ এখন চুটি ছবি নিৰ্মাণ কৰাইছিল—যিখন ছবিত ৰঞ্জিতৰ অগোচৰে মধুমতীক নায়িকাৰূপে লৈ এনে কেতবোৰ দৃশ্যত অভিনয় কৰাইছিল—যিবোৰ দৃশ্য ৰঞ্জিতক উত্তেজিত কৰাৰ বাবে কামত লগাইছিল।

এই কথাই এটা কথা স্পষ্ট কৰি দিয়ে যে—সতকাই দৃষ্টিলৈ নহা এই ব্যক্তিজনে ৰঞ্জিতক শলঠেকত পেলাবলৈ এনে সুন্দৰভাৱে, সাৱধানে গঢ়ি তুলিছিল যে—তেওঁ আশাকৰা মতেই ৰঞ্জিতে তেওঁ পতা ফাণ্ডত ভৰি দিছিল।

এইখিনি কথাই আমাক এটা কথা নিশ্চিত কৰি দিলে যে—ৰঞ্জিতৰ মনত প্ৰতিহিংসাৰ ভাব জগাব পৰা মধুমতীৰ পৰপুৰুষৰ লগত অশালীন দৃশ্যবোৰ পৰিকল্পিত ভাৱেই গ্ৰহণ কৰা হৈছিল, এই ছবি গ্ৰহণ কৰিবলৈ নিৰ্দেশ দিয়া বা অৰ্থৰ যোগান ধৰা সুলোচনা দেৱীয়ে, বা ছবিখিনি ৰঞ্জিৎৰ হাতত তুলি দি উত্তেজিত কৰা নীতা দেৱীয়ে এই আচাঁন কৰোতাৰ অন্তৰালৰ উদ্দেশ্যৰ কথা জনা নাছিল। তেওঁলোকক বুজাই দিয়া হৈছিল—মধুমতীৰ অন্ধকাৰ দিশটোৰ পৰিচয় ৰঞ্জিতে পালে—ৰঞ্জিৎ আপোনা আপুনি মধুমতীৰ কবলৰ পৰা আতৰি আহিব। তেওঁলোকে ভুলতো ভবা নাছিল ৰঞ্জিতে যে উত্তেজিত হৈ এনে এটা অপকৰ্ম কৰি বহিব। এইটো হ'ল প্ৰথম কথা।

কিন্তু সেয়ে হলেও—ৰঞ্জিতে ইমান অবিবেচকৰ দৰে কাম কৰিবলৈ গল কিয়? সিটো এবাৰলৈ হলেও ভাবিব লাগিছিল—এনেবোৰ ফটোগ্ৰাফ কাৰোবাৰ বন্ধ ঘৰৰ ভিতৰত কেনেকৈ লোৱাতো সম্ভৱ? আৰু সেইকথা সময়মতে ৰঞ্জিতৰ মনত উদয় হোৱাহলে ৰঞ্জিতে কেতিয়াও এনে এটা অপকৰ্ম ইমান হুৰমুৰকৈ কৰিবলৈ আগবাঢ়ি নগলহেঁতেন। অৰ্থাৎ সাময়িক উত্তেজনাই ৰঞ্জিতক এনেদৰে বশ কৰিছিল যে—সেই সময়ত ৰঞ্জিতৰ বিচাৰ বুদ্ধি লোপ পাইছিল। গতিকে এই আচাঁনিবে ৰঞ্জিতক ষড়যন্ত্ৰৰ জালত পেলাবলৈ ষড়যন্ত্ৰকাৰী জনে কৰা চেষ্টা সফলকাম হ'ল।

আমাৰ তদন্তৰ এইখিনি পৰ্য্যায়ত উপনীত হোৱাৰ পিচত আমাৰ প্ৰয়োজন—এই ষড়যন্ত্ৰকাৰী জন কোন আৰু তেওঁৰ আৰব উদ্দেশ্য কি ?

ষড়যন্ত্ৰকাৰী জনক আমি বিচাৰি উলিওৱাত অসুবিধা নহ'ল। সুলোচনা দেৱীয়েই আমাক সেই সন্ধেদ দিলে।

কিন্তু ষড়যন্ত্ৰকাৰী জনৰ উদ্দেশ্যটোহে কি—সেই কথা আমি পৰিষ্কাৰ ভাবে এতিয়াও জানিব পৰা নাই।

পাৰ্থসাৰথিৰ কথাৰ মাজতে—হৰচান্দ টোডী অৰ্থাৎ নীতাৰ পিতৃ উচাৎ মাৰি ঠিয় হ'ল, আৰু তেওঁ কাকো কৈফিয়ৎ দিয়াৰ প্ৰয়োজন বোধ নকৰাকৈ প্ৰৱেশ পথৰ ফালে আগবাঢ়িল।

পাৰ্থসাৰথিয়ে অলপ ৰূঢ় ভাবেই চিঞৰি উঠিল—ৰ'ব মিঃ টোডী, আপুনি এনে ভাবে এই আলোচনাৰ পৰা আতৰি যাব নোৱাৰে। আলোচনাত আপোনাৰ মন্তব্যৰ প্ৰয়োজন হবও পাৰে ?

মই ইয়াত বহি থাকিবলৈ বাধ্য নহয়—টোডীৰ হুতা উত্তৰ।

হয়তো বাধ্য নহয়—কিন্তু আপোনাক ৰঞ্জিৎ বা সুলোচনা দেৱীৰ হিতাকাংক্ষী বুলিয়েই ইয়ালৈ মতা হৈছে। গতিকে আপোনাৰ মন্তব্যৰ আৱশ্যক আছে।

তদুপৰি—

তদুপৰি কি ?

পুলিচ ইন্সপেক্টৰ হৃদয়নাথ অলপ পিচতে এইখিনি আহি পাবহি। সম্ভৱ তেওঁৰো প্ৰয়োজন আপোনাৰ লগত হব পাৰে ?

পুলিচ ? পুলিচৰ লগত মোৰ কি সম্বন্ধ ?

পুলিচৰ কাক কেতিয়া প্ৰয়োজন হয়—কোনেওটো কব নোৱাৰে।

হৰচান্দ টোডীয়ে অধিক কোনো উচ্যবাচ্য নকৰি পুনৰ নিজৰ আসনখনত বহি পৰিল। অৱশ্যে ভাবভঙ্গীত তেওঁ যে অতিশয় অৱসন্ন হৈছে—সেই কথা স্পষ্টকৈ প্ৰকাশ পালে।

পাৰ্থসাৰথি একমুহূৰ্ত ৰ'ল—চিগাৰেটত হোপা মাৰি পুনৰ আৰম্ভ কৰিলে—অ'কি কৈছিলো ষড়যন্ত্ৰকাৰীৰ ষড়যন্ত্ৰৰ কাৰণ আমাৰ বাবে স্পষ্ট নহল যদিও ষড়যন্ত্ৰকাৰীজন কিন্তু আমাৰ দৃষ্টিলৈ আহিল।

আপোনালোকে হয়তো জানিবলৈ ইচ্ছুক এই ষড়যন্ত্ৰকাৰীজন কোন ?

উদ্বেগৰ কাৰণ নাই। সময় প্ৰায় হৈ আহিছেই। ষড়যন্ত্ৰকাৰীজনে আপোনালোকৰ সন্মুখত সময় হলেই নিজেই ধৰা দিব।

যিহেতু তেওঁ ইতিমধ্যে জানিব পাৰিছে যে ৰঞ্জিৎকুমাৰ যে মধুমতীৰ হত্যাকাৰী নহয়—তাৰ প্ৰমাণ আমি অৰ্থাৎ মোৰ আৰু পুলিচৰ তদন্ত প্ৰমাণত পোৱা গৈছে।

ৰঞ্জিৎ হত্যাকাৰী নহয়—? সুলোচনা দেৱীয়ে পাৰ্থসাৰথিক উদ্দেশী উত্তেজিত স্বৰে চিঞৰি উঠিল।

পাণ্ডসাৰাথয়েও বিশ্বজিৎৰ হাঁহি ওঁঠত বুলাই গহীনাই কলে—ৰঞ্জিৎ হত্যাকাৰী নহয়।

তেনেহলে ৰঞ্জিতে আত্মগোপন কৰি আছে কিয় ?

ষড়যন্ত্ৰকাৰী অৰ্থাৎ মধুমতীৰ প্ৰকৃত হত্যাকাৰীক কবায়ত্ত কৰিবলৈ—পুলিচৰ নিৰ্দেশতে ৰঞ্জিতে আত্মগোপন কৰি আছে, আৰু হত্যাকাৰীক পোহৰলৈ আনিবলৈকে আমাৰ নিৰ্দেশতে ৰঞ্জিতে মধুমতীৰ হত্যাকাৰী বুলি স্বীকাৰোক্তিও দিছিল।

ৰঞ্জিতৰ লগত লগলাগি পুলিচে পতা এই ফান্দত মধুমতীৰ হত্যাকাৰী যে সহজেই ধৰা দিলে, যিহেতু তেওঁ নিশ্চিত আছিল যে—ৰঞ্জিতে হত্যা অপৰাধৰ পৰা ৰেহাই পোৱাৰ কোনো উপায় নাই। যিহেতু সকলো প্ৰমাণ ৰঞ্জিতৰ বিপক্ষেই।

হত্যাকাৰীয়ে যিদৰে ঠাণ্ডা মগজৰে মধুমতীৰ অশালীন ছবিৰে ৰঞ্জিতক উত্তেজিত কৰাৰ পৰিকল্পনা লৈ সফলকাম হৈছিল, তেনেদৰেই সফলকাম হৈছিল মধুমতীৰ হত্যাকাৰী বুলি ৰঞ্জিতৰ বিৰুদ্ধে একাধিক প্ৰমাণ সফলতাৰে ঠিয় কৰোৱাত।

কিন্তু তেওঁ ভবা নাছিল—তেওঁৰ এই নিখুঁত পৰিকল্পনাত যে খুঁত ওলাব। ৰঞ্জিতৰ গুলিত যি কাল অমানিশা মধুমতী হত্যা হোৱা বুলি এই হত্যা অভিসন্ধি গঢ়ি তোলা হৈছিল—সেইদিনা মধুমতী নিহত হোৱা নাছিল, সেইদিনা মধুমতী নিহত হোৱাৰ কেতবোৰ প্ৰত্যক্ষ প্ৰমাণ ৰাখি, মধুমতীৰ সংজ্ঞাহীন দেহ ষড়যন্ত্ৰকাৰী সকলে অপহৰণ কৰি নিছিল। তেওঁলোক ঘটনাটো ইমান নিখুঁত ভাবে সজাইছিল যে কাৰো সন্দেহৰ অৱকাশ নাথাকিল যে—মধুমতীক হত্যা কৰি লাচ অপহৰণ কৰি নিয়া হৈছে। আৰু এই হত্যা কৰিছে ৰঞ্জিৎকুমাৰে।

আমাৰ তদন্তত মধুমতীৰ মৃতদেহ উধাও হোৱা কথাটোৱে ৰেখাপাত কৰিলে আমি অধিক বিচাৰ বিবেচনাৰে যেতিয়া তদন্ত কৰিলো—তেতিয়া আমাৰ মনলৈ আহিল আন এক চিন্তা যে মধুমতী হত্যাৰ আগতেই অপহৰণ হবও পাৰে। আমাৰ মতামত পুলিচে কৰা তদন্তইও সমৰ্থন জনালে।

ৰঞ্জিতে আত্মগোপন কৰি থকা ঠাইত আমি যোগাযোগ কৰিবলৈ সমৰ্থ হোৱাৰ পিচত আমি প্ৰায় নিশ্চিত হলো যে—মধুমতীৰ হত্যা এটা পৰিকল্পিত ঘটনা। আৰু আমাৰ এই সন্দেহ সত্য প্ৰমাণিত কৰিলে মধুমতীয়ে নিজেই।

মধুমতীয়ে ?? তাৰ মানে মধুমতী এতিয়াও জীৱিত ?

নাই মৃত। দুখৰ কথা হ'ল সেইটোৱেই আমি জানিব পাৰিছিলো, পুলিচেও জানিব পাৰিছিল যে মধুমতী সেই দিনা নিহত হোৱা নাছিল। এই আচনিৰ ষড়যন্ত্ৰকাৰী সকলে মধুমতীক কবৰাত বন্দী কৰি ৰাখিছে। আমি এই সন্দেহ আহৰণ কৰাৰ পিচত জোৰ তদন্ত চলাইছিলো—যিকোনো প্ৰকাৰে মধুমতীক

জীৱিত অৱস্থাত উদ্ধাৰৰ বাবে। মধুমতী জীৱিত অৱস্থাত উদ্ধাৰ হোৱা হ'লে আমাৰ সকলো সমস্যাৰে সমাধান হলহেতেন। বহুতো আধৰুৱা প্ৰশ্নৰ উত্তৰ পাবলৈ সমৰ্থ হলোহেতেন।

কিন্তু দুৰ্ভাগ্য—আমি সেইক্ষেত্ৰত সফলকাম নহলো। সামান্য ব্যৱধানৰ বাবে—মধুমতীয়ে ষড়যন্ত্ৰকাৰীৰ হাতত প্ৰাণ হেৰুৱাব লগা হ'ল।

ঠেক অন্ধকাৰ গলিৰ যিটো জৰাজীৰ্ণ দুমহলীয়া ঘৰত মধুমতীক বন্দী কৰি-ৰখা হৈছিল, সেই ঘৰতে মধুমতীক হত্যাও কৰা হৈছিল। কেইমিনিট মানৰ ইফাল সিফালত মই যদি সেই জৰাজীৰ্ণ ঘৰটোৰ সন্ধান পালোহেতেন তেতিয়া হয়তো মধুমতীয়ে মৃত্যুৰ পৰা ৰেহাই পালেহেতেন। কিন্তু মই যেতিয়া সেই ঘৰত উপস্থিত হৈছিলো—তেতিয়া সদ্যমৃতা মধুমতীৰ দেহৰ তপত তেজৰ সোঁত পূৰ্ণগতিত বৈ আছিল। মোৰ অনুতাপ হৈছিল—অলপ সময়ৰ বাবে—মই ছোৱালীজনীক বচাব নোৱাৰিলো অৱশ্যে নিহতকাৰী দলটো আছিল যথেষ্ট শক্তিশালী। মোৰ অসাৱধানতাৰ সুযোগত সিহঁতে মোৰ ওপৰত জাপিয়াই পৰিছিল। মই প্ৰতিৰক্ষাৰ সামান্যতমো সুযোগ সেইদিনা গ্ৰহণ কৰিব পৰা নাছিলো। মধুমতীৰ দেহৰ কাষতে মোৰ সংজ্ঞাহীন দেহ পিচত উদ্ধাৰ কৰিছিল—পুলিচৰ লোকেহে। অৱশ্যে সিহঁতে কিয় মোক প্ৰাণে নামাৰিলে কব নোৱাৰিলো। সম্ভব সেই মুহূৰ্ত্তত পুলিচ আহি পাইছিল। মধুমতীৰ মৃতদেহ উদ্ধাৰৰ পিচত এটা কথাত অন্ততঃ নিশ্চিত হব পৰা গল যে —মধুমতী সেই দিনা নিহত হোৱা নাছিল। নিহতৰ পৰিকল্পিত পৰিবেশৰ সৃষ্টিহে কৰা হৈছিল। এই কথাই আৰু এটা কথা নিশ্চিত কৰিলে যে—ৰঞ্জিৎকুমাৰ হত্যাকাৰী নহয়।

মোৰ তদন্তৰ প্ৰথম দায়িত্বই আছিল ৰঞ্জিতক নিৰ্দ্দোষী প্ৰমাণ কৰা। সেই কামত যেতিয়া মই সিদ্ধহস্ত হলো—মোৰ বাকী কাম থাকিল—ৰঞ্জিতক হত্যাকাৰী সজাবলৈ ষড়যন্ত্ৰ কৰা এই ষড়যন্ত্ৰকাৰীজন কোন আৰু তেওঁৰ উদ্দেশ্য কি সেই তথ্য উদ্ধাৰ কৰা।

মই আজি আনন্দিত যে—আপোনালোকক মই গৌৰৱে কবলৈ সমৰ্থ হৈছো —সেইজন লোক ইতিমধ্যে আমাৰ দৃষ্টিলৈ আহিছে, তেওঁৰ উদ্দেশ্যও ইতি-মধ্যে আমি জানিব পাৰিছো।

সুলোচনা দেৱীয়ে উদগ্ৰীৱ চিত্তে প্ৰায় চিঞৰি উঠিল—শীঘ্ৰে কোৱা তেওঁ কোন?

ৰঞ্জিতে অচল জাহাজত আত্মগোপন কৰি থকা অৱস্থাত ৰঞ্জিতৰ এজন বিশ্বস্ত কৰ্মচাৰীয়ে ৰঞ্জিতক কেইবাবাৰো লগ পাইছিল। ৰঞ্জিতে এই কৰ্মচাৰীজনক লগ পাবলৈ ইচ্ছা কৰিছিল, সেইবাবেই তেওঁৰ আত্মগোপনৰ অৱস্থিতিৰ উমান দি ৰঞ্জিতে এই কৰ্মচাৰীজনক মাতি পঠিয়াইছিল। প্ৰকৃততে এই সন্দেহ-জনক ব্যক্তিজন—আমাৰ সন্দেহৰ আবেষ্টনীত ধৰা দিছিল। সেয়ে দেখাত

ৰঞ্জিতৰ বিশ্বস্ত কৰ্মচাৰীজন প্ৰকৃততে সন্দেহ কৰিবলগীয়া ব্যক্তি হয়নে নহয় সেইকথা গমি চাবলৈ আমাৰ নিৰ্দেশতে ৰঞ্জিতে তেওঁক মাতি পঠিয়াইছিল। আমাৰ সন্দেহ এইজন ব্যক্তিৰ ক্ষেত্ৰত সচা প্ৰমাণিত হৈছিল আৰু সেয়ে আমি এইজন ব্যক্তিৰ ওপৰত সততে দৃষ্টি ৰাখিছিলো।

এইজন ব্যক্তিৰ সকলো দিশ চালিজাৰি চাই আমি নিশ্চিত হৈছিলো যে—মধুমতী হত্যাৰ পৰিকল্পিত আচনিৰে এই জন ব্যক্তিয়ে ৰঞ্জিতক হত্যাকাৰী সজাব খুজিছিল। অৱশ্যে মধুমতীক সেইদিনা হত্যা নকৰিব ব্যক্তিজনে হত্যাৰ মেৰজাল তৰি, পিচত আকৌ মধুমতীক কিয় হত্যা কৰিবলৈ গল সেই কথাৰ আতহে আমি বহু পলমকৈ অনুমান কৰিলো।

এই জন ব্যক্তিয়েই পিচত হলেও মধুমতীক হত্যা কৰাই নহয়, ঘটনা বেগতিক দেখি ৰঞ্জিতকো একেবাৰে নিঃশেষ কৰি দিয়া বাবে এজন প্ৰফেশ্যনেল কীলাৰক নিয়োগ কৰিছিল।

পিচে ৰঞ্জিতে আত্মগোপন কৰি থকা ঠাইত সততে পুলিচৰ সতৰ্ক দৃষ্টি আছিল বাবে—ৰঞ্জিত নিহত হোৱাৰ পৰা কথমপি ৰক্ষা পৰিল। শিবা নামৰ সেই প্ৰফেশ্যনেল কীলাৰ জন পানীত জাপিয়াই পৰি পুলিচৰ হাতৰ পৰা সাৰি গল যদিও—পুলিচেও জানিব পাৰিলে এই ৰহস্যৰ অন্তৰালত কাৰ প্ৰশস্ত হাত আছে।

এতিয়া আপোনালোক হয়তো উদগ্ৰীৱ হৈ আছে—সেই ব্যক্তিজনৰ পৰিচয় জানিবৰ বাবে। সেই ব্যক্তিজন আমাৰ সকলোৰে পৰিচিত। আমাৰ সম্মুখতে বহি আছে।

যি মুহূৰ্তত হত্যাকাৰীৰ পৰিচয় পাবলৈ সকলো উত্ৰাৱল ঠিক সেই মুহূৰ্ততে সকলোকে স্তম্ভিত কৰি পাৰ্থসাৰথি ফ্ৰ'ৰত জাপিয়াই পৰিল।

আৰু তৎ মুহূৰ্ততে সকলোৱে শুনিলে এটা গুলিৰ শব্দ।

উপস্থিত সকলোৱে কিংকৰ্তব্য বিমূঢ় হৈ পৰিল। কোনোৱে উৱাদিহ নাপালে কি ঘটিবলৈ গৈছে।

লগে লগে বাহিৰৰ পৰা দুটা গুলি আহি বিভলভাৰ লৈ উদ্যত হৈ থকা দেবু বাৰ্মাৰ হাতত বিন্ধিলে। দেবু বাৰ্মাৰ হাতৰ পৰা বিভলভাৰ খহি পৰিল। হৃদয়নাথৰ নেতৃত্বাধীন একাধিক পুলিচ নিমিষতে দেবু বাৰ্মাৰ ওপৰত জাপিয়াই পৰিল।

দেবু বাৰ্মা সহজেই কৰায়ত্ত হ'ল।

দেবুৰ হাতত হেণ্ডকাফ লগাই পুলিচ ভানত তোলা হ'ল। পুনৰ লগপোৱাৰ প্ৰতিশ্ৰুতিৰে হৃদয়নাথে সদলবলে ধৃত দেবু বাৰ্মাক লৈ প্ৰস্থান কৰিলে।

পুলিচৰ প্ৰস্থানলৈ চাই থাকি উপস্থিত বাকী সকলে স্বস্তিৰ নিশ্বাস পেলালে। সুলোচনা দেৱীয়ে পাৰ্থসাৰথিলৈ চাই কলে—ঈশ্বৰলৈ ধন্যবাদ—আপোনাৰ যে একো ক্ষতি নহল।

পাৰ্থসাৰথিয়ে মুখত হাঁহি বিৰিঙাই কলে—দেবু বাৰ্মাই যে এনে এটা কাণ্ড কৰিব তাৰ বাবে মই সাৱধান হৈয়েই আছিলো। সেয়ে তেওঁ গুলি চলোৱাৰ আগতেই মই তৎপৰ হবলৈ সুযোগ পালো। অৱশ্যে পুলিচৰ দল নিৰ্দিষ্ট সময়ত উপস্থিত নোহোৱা হলে অধিক ঘটনাৰ সম্ভাৱনা আছিল। সেই ক্ষেত্ৰত ঈশ্বৰ অৱশ্যে আমাৰ সহায় হ'ল।

কিন্তু দেবুক—মধুমতী হত্যাৰ ষড়যন্ত্ৰকাৰী বুলি আপুনি সন্দেহ কৰিলে কিয় ?

ঘটনাৰ আদ্যোপান্ত খৰচি মাৰি যেতিয়া আমাৰ ধাৰণা হ'ল যে এই সকলো সম্ভৱ ৰঞ্জিৎকুমাৰক ওচৰৰ পৰা জনা লোকৰ দ্বাৰাইহে। গতিকে ৰঞ্জিৎৰ লগত ওচৰ সম্বন্ধ সকলোৰে আগপিচ আমি খৰচি মাৰি চালো। আৰু আমাৰ সন্দেহ কেন্দ্ৰীভূত হ'ল—দুজন লোকৰ ওপৰত। ৰঞ্জিৎৰ দুজন সহকাৰী বেদভূষণ আৰু দেবু বাৰ্মাৰ ওপৰত। দুয়োজনকে সতৰ্কতাৰে পৰীক্ষা কৰি চোৱা হ'ল। টোপ দিয়া হ'ল। প্ৰলোভনৰ জাল তৰা হ'ল। বেদভূষণ পৰীক্ষাত উত্তীৰ্ণ হ'ল। যদিও দেবু বাৰ্মা সম্পৰ্কে ৰহস্যৰ অঁত বান্ধিলে।

কিন্তু তেতিয়াও আমি নিশ্চিত হব নোৱাৰিলো যে—মধুমতী প্ৰকৃততে নিহত হৈছেনে নাই, আৰু যদি হৈছে নিহতকাৰী ৰঞ্জিত হয়নে নহয় ?

আৰু নিশ্চিত হব পৰা গল—সেইদিনা যিদিনা মধুমতীৰ সদ্যমৃতা দেহটো অন্ধকাৰ গলিত উদ্ধাৰ কৰাতো সম্ভৱ হ'ল।

সেই বধ্য গৃহত ধৃত ব্যক্তিৰ জবানবন্দীত যদিও নিশ্চিত হব পৰা গল যে—মধুমতী হত্যাত ৰঞ্জিতৰ হাত নাই তথাপিও আমি স্থিৰ সিদ্ধান্তত উপনীত হব নোৱাৰিলো যে—দেবু বাৰ্মাৰ এই ক্ষেত্ৰত ভূমিকা কি।

সেয়ে অধীৰ অপেক্ষাত, সতৰ্কতাৰে আমি দেবু বাৰ্মাৰ পিচত লাগি ৰলো।

কিন্তু দেবুৱে ৰঞ্জিৎক এনেদৰে প্ৰতাৰণা কৰিবলৈ গল কিয় ?

হয়তো লোভ। আত্মসাৎৰ লোভ। দেবু বাৰ্মা আছিল—ৰঞ্জিৎৰ ব্যক্তিগত সচিব। ৰঞ্জিতে দেবুক বিশ্বাস কৰিছিল। অন্তৰ উজাৰি সকলো কথা কৈছিল। দিহা পৰামৰ্শ লৈছিল, বিশ্বাসেৰে ধনজনৰ লেনদেন কৰিবলৈ সুবিধা দিছিল।

ৰঞ্জিৎৰ এই অটল বিশ্বাসেই দেবু বাৰ্মাক প্ৰলোভিত কৰিলে। তেওঁ অলপ অলপকৈ ৰঞ্জিৎৰ সৰলতাৰ সুযোগ ললে। তেওঁৰ দিনে দিনে লোভ প্ৰসাৰিত হ'ল।

আৰু এই সঞ্চাৰিত প্ৰলোভনেই তেওঁৰ মনত উদয় কৰালে—এক পৰিকল্পিত অভিসন্ধিৰ।

এই অভিসন্ধিৰ প্ৰধান উৎস হ'ল—ৰঞ্জিৎ আৰু মধুমতীৰ প্ৰেম। যি প্ৰেমক কোনোৱে ভাল চকুৰে চোৱা নাছিল। যি প্ৰেমৰ এক বিষময় পৰিণতিৰ বাবে সকলো শঙ্কিত হৈছিল—সেই প্ৰেমেই দেবু বাৰ্মাক সবল মনৰ ৰঞ্জিতক, সবল

মনৰ সুলোচনা দেৱীক প্ৰতাৰণাৰ এক পথ মুকলি কৰি দিলে।
সতৰ্ক খোজেৰে দেবু আগবাঢ়িল।
সকলো কাম পৰিকল্পিত ভাৱেই সম্পন্ন হ'ল।
দেবু বাৰ্মাই আশা কৰিছিল—ৰঞ্জিৎক মধুমতীৰ হত্যাকাৰী সজাবলৈ সমৰ্থ হব। ৰঞ্জিৎ হত্যাকাৰী বুলি প্ৰমাণিত হোৱাৰ পিচত ৰঞ্জিতৰ অবিহনে তেওঁৰ সকলো সা-সম্পত্তিৰ তদাৰকৰ দায়-দায়িত্ব নিশ্চয় দেবুৱেই পাব। তাৰ পিচত আচনি মতে কাম।
কিন্তু দেবুৱে ভুল কৰিলে প্ৰথম সুযোগতে মধুমতীক হত্যা নকৰি।
প্ৰথম সুযোগত মধুমতীক হত্যা নকৰি কিডনাপ কৰা, হত্যাৰ পটভূমি ৰচনা কৰি ৰঞ্জিৎক হত্যাকাৰী সজাবলৈ কৰা চেষ্টাৰ অন্তৰালত কাৰণ এটাই থাকিব পাৰে—দেবুৱে হয়তো মধুমতী হত্যা হোৱাতো বিচৰা নাছিল। মধুমতীক মূলধন কৰি তেওঁ অধিক লাভবান হোৱাৰ সপোন দেখিছিল। অথচ ৰঞ্জিৎক মধুমতীৰ হত্যাকাৰী বুলি প্ৰতিষ্ঠা কৰাৰ প্ৰয়োজন আছিল। সেয়ে এই হত্যাৰ নাটক সাৱধানেৰে সম্পন্ন কৰা হৈছিল।
কিন্তু দেবু বাৰ্মাই যেতিয়া উপলব্ধি কৰিলে যে—মধুমতী জীয়াই থকাতো তেওঁৰ বাবে নিৰাপদ নহয় আনহাতে ৰঞ্জিৎ মধুমতীৰ হত্যাকাৰী বুলি একাধিক প্ৰমাণ পুলিচে সংগ্ৰহ কৰিছেই—গতিকে দ্বিতীয় বাৰৰ বাবে দেবু বাৰ্মাৰ মনত উদয় হ'ল—মধুমতীক হত্যা কৰাতো প্ৰয়োজন।
পাৰ্থসাৰথিৰ কথা শেষ হবলৈ নাপালে।
সকলোৰ দৃষ্টি আকৰ্ষিত হ'ল—এখন গাড়ী ৰোৱাৰ শব্দত।
গাড়ীৰ পৰা নামি আহিল ৰঞ্জিৎকুমাৰ।
তেওঁৰ মুখাবয়বত বেদনাৰ ছা।
মধুমতীৰ স্মৃতিয়ে যেন তেওঁৰ বেদনা কঢ়িয়াই আনিছে।......
কিন্তু ৰঞ্জিতৰ আগমণত আন সকল উৎফুল্লিত হৈ পৰিল।

———

ববষুণৰ মাত্ৰা ক্ৰমান্বয়ে বৃদ্ধি হৈছিল।

এই বৃহৎ মহানগৰীখন ববষুণৰ প্ৰাবল্যতাত যেন ঢুই নিকা হৈছে।

শাৰী শাৰী যানবাহন থেক নিছিগাকৈ আহযাহ কৰিছে। বিৰামহীন ভাৱে·

কাৰো যেন জিৰণিৰ সময় নাই।

সকলো চলিছে নিজৰ গতিত। সুশৃঙ্খল ভাবে।

থেকনিচিগা গাড়ীৰ শাৰীৰ মাজতে পূৰ্ণগতিত আগবাঢ়িছে—এখন দুইৰঙী গাড়ী।

গাড়ীখন পুৰণি, জৰাজীৰ্ণ, কিন্তু গতিত কোনো ব্যতিক্ৰম নাই।

এখন আলিৰ কাষৰ কফিবাৰৰ সম্মুখত পূৰ্ণগতিত আহি থকা গাড়ীখন একাষৰীয়া হৈ হঠাৎ ৰ'ল।

গাড়ী চালকজন ধীৰে সুস্থিৰে গাড়ীৰ পৰা নামিল।

মধ্যমীয়া স্বাস্থ্যৰ মানুহটোৰ সাজ কাপোৰ অবিন্যস্ত।

মুখত কেইবাদিনো নুখুৰুৰা দাঢ়ি।

আধা পকা আধা কেচা দাঢ়ি, আউল বাউল চুলি, অসংলগ্ন সাজ পোচাক স্বত্ত্বেও মানুহজনৰ ব্যক্তিত্বত প্ৰথমেই চকু পৰে। মানুহজনৰ দৃষ্টিত যেন সাগৰৰ গভীৰতা।

ধীৰ পদক্ষেপে মানুহজন আগবাঢ়িল কফি হাউচটোৰ ফালে।

কিন্তু কফি হাউচত নোসোমাই মানুহজন কফি হাউচৰ কাষতে থকা পাবলিক টেলিফোন বুথটোত প্ৰৱেশ কৰিলে।

টেলিফোন বুথৰ আয়না লগোৱা দুৱাৰখন বন্ধ কৰি ববষুণৰ পৰা যেন ৰক্ষা পাবলৈ চেষ্টা কৰিলে।

কিন্তু—ইতিমধ্যে গাড়ীৰ পৰা টেলিফোন বুথলৈ যাওতেই মানুহজনক ববষুণে প্ৰায় বুৰাই পেলাইছিল।

টেলিফোনৰ ৰিচিভাৰটো ডাঙিলৈ মানুহজনে ডায়েলিং নকৰি—টেলিফোনৰ তলত কিবা বিচৰাতহে লাগিল।

কিন্তু টেলিফোনৰ তলত একো নাপায় মানুহজন যেন সামান্য বিমৰ্ষ হ'ল।

আৰু কি কৰিম কি নকৰিম ভাবি থাকোতেই হঠাতে তেওঁৰ দৃষ্টিত পৰিল—টেলিফোন বুথৰ ফ্লৰত এটা খালি চিগাৰেটৰ পেকেট পৰি আছে।

পেকেটটো বুটলি লৈ—মানুহজনৰ চকুত আশাৰ সঞ্চাৰ হ'ল। কোনো সন্দেহ নাই। চিগাৰেট পেকেটৰ পিঠিত তেওঁ বিচৰা ঠিকনাটোৱেই আছে। এতিয়া আৰু তেওঁৰ অভীষ্ট মানুহজনক লগপাওতে কোনো অসুবিধা নহয়।

অৱশ্যে প্ৰতিটো খোজেই পেলাব লাগিব সাৱধানে। কিয়নো তেওঁ যিজন মানুহক এতিয়া লগ পাবলৈ ঢাপলি মেলিব—সেইজন লোক এলাপেচা নহয়।

নিৰ্দ্দিষ্ট সংকেত পাই নাইট গাৰ্ডে যেতিয়া মান্দাৰাচৰ সন্মুখত মোক উপস্থিত কৰাইছিল – তেতিয়া বুৰ্ধ আছিল এগৰাকী সুন্দৰীৰ প্ৰেমত মচগুল।
এটা মুকলি হাঁহি মাৰিয়েই মান্দাৰাচে মোক অভিবাদনজনাই কুশলবাৰ্ত্তা ললে।
মই যি ভয় কৰি—সাৱধানী খোজৰে মান্দাৰাচৰ এই গোপন কক্ষত উপস্থিত হৈছিলো – সেই ভয় মোৰ ক্ৰমান্বয়ে আতৰি গল।
মইও নিসংকোচে মান্দাৰাচৰ কুশলবাৰ্ত্তা ললো।
মান্দাৰাচে কলে - সন্মানিত অতিথি। তোমাৰ আগমনত মই আনন্দিত হৈছো। বাৰু কোৱাচোন তুমি মোৰ অস্তিত্ব কেনেকৈ উদ্ধাৰ কৰিলা ?
নিৰ্দ্দিষ্ট ঠাইতে তোমাৰ ঠিকনা পালো। কেৱল বিলম্ব হ'ল এটা কুকুৰ নেচীয়াৰ বাবে।
কুকুৰ নেচীয়া ?
অ' এফ. বি. আইৰ এজন চৰ মোৰ পিচত লাগিছিল।
টেলিফোন বুথত তোমাৰ ঠিকনা সংগ্ৰহ কৰি যেতিয়া মই বাহিৰ ওলাইছিলে —বাহিৰত দেখো ৰেইন কোট পিন্ধা এজন মানুহ ঠিয় হৈ আছে।
বৰষুণৰ বাবে টেলিফোন বুথৰ আয়নাত বগা আবৰণৰে বাহিৰখন দেখা নগৈছিল। সেয়ে মই মানুহজনৰ উপস্থিতি উমান পোৱা নাছিলো। সেয়ে মই বিশেষ সজাগ হৈও থকা নাছিলো।
মানুহজনৰ আকস্মিক আক্ৰমণতহে মই সচকিত হলো। অৱশ্যে মানুহজনক কাবু কৰোতে বিশেষ কঠিন নহল।
এফ. বি. আইৰ কুকুৰ নেচীয়া এই ঠাইত ভৰি পৰিছে। সিহঁতে যেন দৃঢ়প্ৰতিজ্ঞ হৈছে যিকোনো প্ৰকাৰে আমাৰ অস্তিত্ব নিপাৎ কৰাত। সেয়ে আমি প্ৰতি মুহূৰ্ততে শেষ ৰণৰ বাবে প্ৰস্তুত থকাটো আৱশ্যক।
মান্দাৰাচে এইবাৰ ভদ্ৰতা কৰি কলে—বাৰু প্ৰথমতে পানীয়ৰে ওঠ দুটা তিয়াই লোৱা যাওক। তাতেই তুমি বৰষুণত তিতি বুৰি অহাই নহয়, এফ. বি. আইৰ কুকুৰ নেচীয়াৰ লগত যুজ বাগৰো কৰি আহিছা।
এওঁক চিনাকি কৰি দিছো। এওঁ হ'ল পেট্ৰিচিয়া। মোৰ গাৰ্ল ফ্ৰেণ্ড। এটা নাইট ক্লাবৰ নৰ্তকী।
কিন্তু আমাৰ অন্ধকাৰ পৃথিবী খনৰ লগতো এওঁৰ পৰিচয় আছে। বন্দুক, বাৰুদ চলোৱাতো প্ৰশিক্ষণ আছে। . কুংফুত পাৰ্গত।
পিচে কিটিৰ পৰা আমাৰ সকলোতকৈ সহায় হয়—খবৰ সংগ্ৰহত। একে আষাৰে কবলৈ গলে—কিটি পাৰ্গত স্পাই।
এইবাৰ মান্দাৰাচে মুকলি হাঁহি এটা মাৰি কিটিলৈ চাই কলে—মুখৰ আগতে

প্ৰশংসা বহুত হ'ল। এতিয়া মদ পৰিবেশন কৰা।

মই মান্দাৰাচৰ নাৰীৰ প্ৰতি থকা দুৰ্বলতাৰ কথা জানো—আৰু কিটিৰ ভাব-ভংগী দেখিয়েই মোৰ ধাৰণা হৈছে—গভীৰ পানীৰ মাছ।

মান্দাৰাচৰ ইংগিতত কিটিয়ে মোলৈকো মাৰ্টিনি আৰু নুইচা-জৰ্জৰ ককটেইল আগবঢ়ালে।

তাইৰ ওঁঠত মনভুলোৱা হাঁহি।

মহ জোৰকৈ কিটিৰ প্ৰায় উদং দেহটোৰ পৰা দৃষ্টি আঁতৰাই পানীয় গ্ৰহণ কৰিলোঁ।

কিটিয়ে মোৰ কপালত সাগ্ৰহৰে ওঁঠ দুটা লগালে।

মই মান্দাৰাচৰ উদ্দেশ্য বুজি পালোঁ—আৰু বাহিৰত কিটিৰ যৌৱনৰ উত্তাল মাদকতাই যেন মোক বিহ্বল কৰি তুলিছে—মই তেনে ভাব প্ৰকাশ কৰিলোঁ। মান্দাৰাচে ক্ষন্তেক নীৰবে পানীয়ত চুমুক দিলে। তাৰ পিছত ধীৰে ধীৰে আৰম্ভ কৰিলে ঃ এচ. কে. জি! আজি মই তোমাৰ লগত শেষ সিদ্ধান্তত উপনীত হ'ব খোজোঁ। মই জানো—স্মাগলিং, স্পায়িং, খুন, কিডনাপ আদি একাধিক কামত তোমাৰ অপূৰ্ব পাৰদৰ্শিতা আছে। মই জানো, তুমি অপাৰেচন ভাৰ্জিনিয়াৰ লুপ্ত তথ্য উদ্ধাৰত বিশেষভাৱে জড়িত হৈ পৰিছা। কিন্তু অপাৰেচন ভাৰ্জিনিয়াৰ এই পৰ্যন্ত উদ্ধাৰ নোপোৱা ছিক্ৰেট ডকুমেণ্ট উদ্ধাৰ কৰা এনে একো কঠিন কাম নহয়, যদিহে মই তোমাৰ লগত সহযোগ কৰোঁ। এচ কে. জি! তুমি নিশ্চিন্ত থাকিব পাৰা, যে অপাৰেচন ভাৰ্জিনিয়াৰ কাম সমাধানৰ ক্ষেত্ৰত তুমি মোৰ পৰা পূৰ্ণ সহযোগ পাবা যদিহে তুমি কিউ. বি. ডোৰিনাত বন্দী হৈ থকা আমাৰ বিশ্বস্ত সহযোগী জিৱান সাজদালানীক উদ্ধাৰ কৰিব পাৰা।

ঃ কিউ. বি. ডোৰিনা ??

অঁ, এচ. কে. জি! কিউ. বি. ডোৰিনা আৰু কেইদিনমানৰ ভিতৰতে পোৰ্ট চৈয়দ পাবহি আৰু তাৰপিছত বেংগুণ অভিমুখে যাবগৈ। তোমাক নিশ্চয় বিস্তৃতভাৱে ক'ব নালাগিব যে—কিউ. বি. ডোৰিনা এই তীব্ৰ গতিবেগৰ সাগৰীয় জাহাজ খনৰ একমাত্ৰ কাম সকলোধৰণৰ অবৈধ সামগ্ৰী এঠাইৰ পৰা আন ঠাইলৈ সৰবৰাহ কৰা। গোপন অস্ত্ৰ-শস্ত্ৰ, চোৰাং সোণ, ডায়মণ্ড, হাছিছ, মাৰিজুৱানা কঢ়িওৱা কিউ. বি. ডোৰিনাৰ দৈনন্দিন কাম। এই সাগৰীয় জাহাজৰ দলপতি এলেন ৰ'ব এটা ভয়াবহ জলদস্যু। এলেনৰ শিয়ান দৃষ্টিত ধূলি মাৰিব পৰা লোকহেনো আজিকোপতি জন্মাই নাই। এলেন ৰ'বৰ সহযোগী সুন্দৰী বিল্লী জিনৰ নৃশংসতাৰ কথাও সকলোৰে জনা কথা। তেনেস্থলত মই আশাকৰোঁ, এচ. কে. জি., এলেন ৰ'বক এটা সমুচিত শিক্ষা দিয়াৰ সামৰ্থ্য আছে তোমাৰ, তুমিহে এলেন ৰ'বৰ সমকক্ষ। তোমাৰ অবিহনে কিউ. বি. ডোৰিনাত আবদ্ধ জিৱান সাজদালানীক উদ্ধাৰ কৰা কাৰো পক্ষে

সম্ভৱ নহয়।

মোৰ ওঁঠত ফুটে হাঁহি।

মাই দিয়াৰ মান্দাৰাচ—তোমাৰ উদ্দেশ্য জানো—কেৱল কিউ· বি· ডোবিনাত বন্দী জিব্রানক উদ্ধাৰ কৰা? কোতিয়াও নহয়—শুনা মান্দাৰাচ আফ্লাক—তুমি স্পষ্টভাৱে ন'কলেও মই ঠিকেই জানো—জিব্রান সাজদালানীৰ নিচিনা তোমাৰ এজন সামান্য সহযোগী কিউ· বি· ডোবিনাৰ পৰা উদ্ধাৰ নাপালেও তোমাৰ একো হানি নহয়। জিব্রানক উদ্ধাৰৰ অন্তৰালত তোমাৰ কি উদ্দেশ্য নিহিত আছে সেইয়া মোৰ অজ্ঞাত নহয়। এলেন ৰ'বে কিউ· বি· ডোবিনাত কাঢ়িয়াই অনা ডায়মণ্ডৰ ওপৰত মোৰো দৃষ্টি আছে। গতিকে মান্দাৰাচ—তুমি নিশ্চিন্তে থাকা, ডায়মণ্ডৰ এটা অংশ তোমাক মই দিম। কিন্তু এটা চৰ্ত—বিনিময়ত তুমি মোক গেব্রিয়েলৰ অস্তিত্বৰ কথা ক'ব লাগিব।

মোৰ কথাত মান্দাৰাচে উচ্চস্বৰে হাঁহিবলৈ ধৰিলে—গেব্রিয়েল? হুঁ বাৰু এচ· কে· জি!—তোমাৰ দেখিছোঁ গেব্রিয়েলক বিশেষ প্ৰয়োজন। কিন্তু কিয়? তাৰমানে তুমিও নজনা নহয় যে—অপাৰেচন ভাৰ্জিনিয়াৰ এতিয়াও উদ্ধাৰ নোপোৱা ডকুমেণ্টৰ শুংসূত্ৰ দিব পাৰিব একমাত্ৰ গেব্রিয়েলে। কিন্তু তুমি কেনেকৈ জানিলা এচ· কে· জি· যে গেব্রিয়েলে কোনো চৰ্ত নথকাকৈ তোমাক অপাৰেচন ভাৰ্জিনিয়াৰ ডকুমেণ্টৰ সন্ধান দিব? শুনা এচ· কে· জি—গেব্রিয়েলৰ তোমাৰ লগত সহযোগ কৰাত কোনো আপত্তি নাই—যদিহে তুমি এলেন ৰ'ব আৰু নৃশংস বিপ্লবী জিনৰ সৰ্তক দৃষ্টিত ধূলি মাৰি কিউ· বি· ডোবিনাৰ পৰা ডায়মণ্ড অপহৰণ কৰি মোৰ হাতত অৰ্পণ কৰিবলৈ সমৰ্থ হোৱা আৰু লগতে—লগতে জিব্রান সাজদালানীৰ মুক্তি। তেতিয়াহে তোমাক গেব্রিয়েলে তোমাৰ বহু আকাংক্ষিত ছিক্ৰেট ডকুমেণ্টৰ সন্ধান দিব।

মই বুজি পালোঁ—মান্দাৰাচ আফ্লাকক ইমান সহজে পতিয়ন নিয়াটো কঠিন। মোৰ মনতে হাঁহি উঠিল—যি গেব্রিয়েলক লৈ মান্দাৰাচে ইমান সুদৃঢ় জাল তৰিছে—সেই গেব্রিয়েলৰ প্ৰাণ হৰিবলৈ লণ্ডনৰ বিট্‌জ কাৰ্লটনত যে ৰুকশানাৰ টেলিস্ক'পিক কাৰবাইন উদ্যত হৈ আছে—সেই কথা মান্দাৰাচে হয়তো কল্পনাও কৰিব পৰা নাই। মই এইবাৰ মান্দাৰাচক উপলক্ষ্য কৰি শেষ অস্ত্ৰ প্ৰয়োগ কৰিবলৈ সাজু হ'লোঁ।...

কিন্তু সেই মুহূৰ্ত্তে মান্দাৰাচৰ কক্ষত বিপদ সংকেত ধ্বনি শুনা গ'ল। আকস্মিক বিপদ সংকেতত মান্দাৰাচ হতভম্ব হৈ পৰিল। উত্তেজনাত মোৰ উপস্থিতিও যেন পাহৰি গ'ল, মুখাবয়বত কি কৰিম কি নকৰিম ভাব। আৰু এবাৰ তীব্ৰ পদক্ষেপে কোনোবা ফালে গতি কৰিলে।

মই বুজি পালোঁ নিশ্চয় কিবা এটা অঘটন হৈছে। হয়তো ইতিমধ্যে গেব্রিয়েল ৰুকশানাৰ কণাৰ টেলিস্কপিক ২০/২০ কাৰবাইনৰ গুলীত ধৰাশায়ী হৈছে।

বিপদ সংকেতৰ ধ্বনি আৰু মান্দাৰাচৰ উৎকণ্ঠালৈ লক্ষ্য কৰি কিটিয়ে হয়তো কিবা এটা ধাৰণা কৰি লৈছিল। তাই ৰূপৰ পোহাৰ মেলি মান্দাৰাচ আফ্রাকে উৰ্ভাত নহা পর্যন্ত মোক সেই ৰুমতে আবদ্ধ কৰি ৰাখিবলৈ প্ৰয়াস কৰিলে। কিন্তু সেই মুহূৰ্তত কিটিৰ দেহ সৌন্দৰ্যই মোক টলাব পৰা নাছিল। মই নিশ্চিত হৈছিলো—ৰুকশানাৰ ৰুগাৰ কাৰবাইনৰ তীব্ৰ গুলীত যদি গেব্রিয়েল ধৰাশায়ী হৈছে—তেতিয়াহ'লে ইহঁতে মোকো সহজে ৰেহাই নিদিব। গতিকে মই মান্দাৰাচ আফ্রাকৰ বুৰ্দোষ্ট্ৰীটৰ এই অট্টালিকাৰ পৰা পলাবলৈ উদ্যত হ'লো।

মই অনুমান কৰিলো আৰ্লি এয়াৰপৰ্টৰপৰাই মোক এখন ৰঙা ৰঙৰ পোজিও গাড়ীয়ে পিছ লৈছে।

তাৰমানে শত্ৰুদল মোৰ উপস্থিতিৰ কথা ইতিমধ্যে উমান পালেই।

মহানগৰী পাৰ হোৱাৰ পৰা মোৰ পিছ লোৱা ৰঙা পোজিও গাড়ীখন নেদেখা হ'লো।

মই মাডিচন এভিনিউৰ হোটেল ৰিট্জ কাৰ্লটনৰ লিফ্টত যেতিয়া ভৰি দিলো—তেতিয়াই যেন মই বিপদৰ গোন্ধ পালো, ষষ্ঠ মহলাত লিফ্ট ৰ'ল। এইয়া ৰিট্জ কাৰ্লটনৰ ষষ্ঠ মহলাৰ লাউঞ্জ, তাৰপিছত এটা ঠেক কৰিডৰ—তাৰপিছত এই ৰুমটো।

মই ৰুমত ৰুকশানাৰ কোনো অস্তিত্বই বিচাৰি নাপালো। মই হতভম্ব হ'লো—যেতিয়া দেখিলো—ৰুমটোত ৰুকশানাৰ ব্যৱহৃত সামগ্ৰীসমূহ চাৰিওফালে চেদেলী ভেদেলী হৈ আছে।

লণ্ডনৰ সবাতোকৈ জাক্‌জমকীয়া নাইট ক্লাব—'ইডেন ৰকৰ' বিপৰীতে এই ৰিট্জ কাৰ্লটন হোটেল। মাত্ৰ চাৰিদিন আগলৈকে এই ৰিট্জ কাৰ্লটনত মই আৰু ৰুকশানাই থিতাপি লৈছিলো।

আমি গেব্রিয়েলৰ অনুসন্ধানতে এই ৰিট্জ কাৰ্লটনত আছিলো। কিয়নো গেব্রিয়েল আছিল লণ্ডনৰ অপৰাধ জগতৰ অন্যতম নায়ক। এই গেব্রিয়েলে লণ্ডনৰ মনোৰম নাইট ক্লাব 'ইডেন ৰক'ত প্ৰায় প্ৰত্যেক দিনাই এভুমুকি মাৰিছিল। 'ইডেন ৰক'ত গেব্রিয়েলৰ অন্যতম আকৰ্ষণ আছিল বেলীডেন্সাৰ ব্ৰচেনি। অনিন্দ্যসুন্দৰী ব্ৰচেনিক এদিনৰ বাবে নাপালেও গেব্রিয়েল উদ্ৰাৱল হৈ পৰিছিল।

আমি ব্ৰচেনিক কৌশলেৰে হাত কৰিছিলো আৰু ব্ৰচেনিৰ সহায়ত গেব্রিয়েলৰ পৰা অপাৰেচন ভাৰ্জিনিয়াৰ এই পৰ্যন্ত উদ্ধাৰ নোহোৱা ডকুমেণ্টৰ সন্ধান পাবলৈ চেষ্টা চলাইছিলো।

কিন্তু গেব্রিয়েল আছিল অতিশয় শিয়ান বুদ্ধিৰ। গেব্রিয়েলে সম্ভৱতঃ

আমাৰ উদ্দেশ্যৰ উমান পাইছিল।

অৱশেষত আমাৰ মনত এটা আইডিয়া উদ্ভৱ হৈছিল—আমি ধাৰণা কৰিছিলোঁ—গেব্ৰিয়েলক নিঃশেষ কৰিব নোৱাৰিলে অপাৰেচন ভাৰ্জিনিয়াৰ ডকুমেণ্ট উদ্ধাৰ কৰা কঠিন হ'ব।

সেয়ে আমি গেব্ৰিয়েলক হত্যা কৰাৰ আঁচনি লৈছিলোঁ।

ৰিট্‌জ কাৰ্লটনৰ সতকাই দৃষ্টিত নপৰা মহলাৰ এই ৰুমটোৰ খিৰিকীত ৰুকশানাৰ ৰুগাৰ টেলিস্কোপিক কাৰবাইন দুদিন ধৰি 'ইডেন ৰক'লৈ গেব্ৰিয়েলৰ আগমনৰ বাবে উদ্যত হৈ আছিল।

গেব্ৰিয়েলৰ মেৰুণ ৰঙৰ চেভ্ৰলেথন নিৰ্দিষ্ট সময়তে দুয়োদিনেই ইডেন ৰকৰ সন্মুখত থিয় হৈছিল যদিও গেব্ৰিয়েল ৰুকশানাৰ কাৰবাইনৰ লক্ষ্যত পৰা নাছিল।

মোৰ মনত এটা নতুন আইডিয়া উদ্ভৱ হৈছিল।

মই গেব্ৰিয়েলক হত্যা কৰাৰ দায়িত্ব ৰুকশানাৰ ওপৰত দি মধ্যপ্ৰাচ্যলৈ ৰাওনা হৈছিলোঁ।

সেয়ে যোৱা নিশা ব্ৰুদেষ্ট্ৰীটৰ মান্দাৰাচ আফ্লাকৰ শোৱনী কোঠাত বিপদ সংকেত ধ্বনিত হওঁতে মই অনুমান কৰি লৈছিলোঁ যে—ইডেন ৰকৰ সন্মুখত গেব্ৰিয়েল নিশ্চয় ৰুকশানাৰ কাৰবাইনৰ চিকাৰ হৈছে। কিয়নো গেব্ৰিয়েল আছিল মান্দাৰাচৰ সংগী। গতিকে সংগীৰ মৃত্যুত মান্দাৰাচ হতভম্ব হোৱাটোৱেই স্বাভাৱিক।

কিন্তু এইমাত্ৰ ৰিট্‌জ কাৰ্লটনত ৰুকশানাৰ অনুপস্থিতি আৰু ৰুমটোৰ হাৱভাৱলৈ চাই মোৰ ধাৰণা হ'ল ৰুকশানাক নিশ্চয় কোনোবা চয়তানে অনুসৰণ কৰিছে।

ৰুকশানা ইতিমধ্যে কোনো বিপদৰ সন্মুখীন হোৱাটোও অসম্ভৱ নহয়।

মোৰ মনত চিন্তাৰ উদয় হ'ল।

তেনেহলে উপায় ?

মই হতভম্ব হৈ পৰিলোঁ।

মই ক্ষীপ্ৰ গতিত চিন্তা কৰিবলৈ ধৰিলোঁ—মই এতিয়া কি কৰিম ? যিমানদূৰ সম্ভৱ ৰুকশানা কোনো শক্তিশালী শত্ৰুৰ কবলত পৰিছে—নহ'লে ৰুকশানাৰ শক্তি আৰু সাহসৰ ওপৰত মোৰ বিশ্বাস আছে। কৌশলেৰে বশ কৰিব নোৱাৰিলে ৰুকশানাক সতকাই পৰাভূত কৰা কঠিন।

মই গভীৰ চিন্তাত পৰিলোঁ।

সেই মুহূৰ্ততে ৰুমৰ ফোনটো সজোৰে বাজি উঠিল—বৈ বৈ তিনিবাৰ ৰিং কৰি ফোনটো ৰ'ল—মোৰ বুজিবলৈ বাকী নাথাকিল, এই মুহূৰ্ততে মই ইডেন ৰকলৈ গতি কৰিব লাগিব। যিহেতু তিনিবাৰ ৰিং কৰি ফোনটো বলে—ইডেন ৰকলৈ মোক আহ্বান কৰাটো বুজায়।

নিশা অগ্ৰসৰ হৈছিল। উত্তেজনাত মোৰ ঘাম বিৰিঙিছিল। মই কেতিয়া গৈ ইডেন বকৰ অভ্যন্তৰত ভৰি দিলোঁগৈ নিজেই ক'ব নোৱাৰিলোঁ। তেতিয়া মোৰ মনত চিন্তাৰ ধুমুহা।

ইডেন বকৰ সুন্দৰী ওৱেট্ৰেছ গৰাকী যেতিয়া মোৰ সম্মুখত থিয় হৈছিল—তেতিয়াহে মই বাস্তৱ জগতলৈ উভতি আহিলোঁ।

ওৱেট্ৰেছ গৰাকীয়ে হয়তো মোৰ অন্যমনস্কতা বেচ উপভোগ কৰিছিল।

ইপিনে মনোলোভা ব্ৰচেনিৰ ষ্ট্ৰিপট্ৰিজৰ উত্তাল চিম্ফনিয়ে সুৰপায়ী দৰ্শক সকলক উৰাউল কৰি তুলিছিল।

মই ওৱেট্ৰেছলৈ চাই ব্ৰাডীমেৰিৰ অৰ্ডাৰ দিলোঁ।

কেইমুহূৰ্তমান অতিবাহিত হ'ল।

মই ব্ৰাডীমেৰিত ডুব দি যথেষ্ট সকাহ পালোঁ।

এইবাৰ আচল কাম।

চকুৰ ইংগিতেৰে ওৱেট্ৰেছক মাতি ব্ৰচেনিক দিবলৈ এখন শ্লিপ দিলোঁ। লগতে কেইবা ডলাৰো লগত লৈ যাতে নৃত্যৰ শেষত ব্ৰচেনিয়ে মোৰ বাবে অপেক্ষা কৰে।

ৰুকশানাৰ অন্তৰ্ধান সম্পৰ্কে মই সঁচাকৈয়ে চিন্তিত।

ওৱেট্ৰেছে শ্লিপ লৈ হাঁহিমুখে প্ৰস্থান কৰিলে।

মই আকৌ চিন্তাত ডুব দিলোঁ—বিটুজ কাৰ্লটনৰ আমাৰ ৰুমত ফোনটো তিনিবাৰ ৰিং কৰি বৈ গৈছিল, অৰ্থাৎ আগন্তুকে মোক ইডেন বকত লগ ধৰাৰ কথা।

যদি এঘণ্টাৰ ভিতৰত কোনো আগন্তুকে মোক ইডেন বকত লগ নধৰে তেতিয়াহ'লে মই পৰবৰ্তী এঘণ্টাত ক্ৰাইটিৰিয়ন থিয়েটাৰৰ সম্মুখত আগন্তুকক লগ ধৰিবলৈ চেষ্টা কৰিব লাগিব।

ইডেন বকৰ ডেন্সিং ফ্ল'ৰত সুন্দৰী ব্ৰচেনিৰ হিয়া উদঙোৱা নৃত্য এসময়ত শেষ হৈছিল।

মই পানীয়ত চুমুক দি আৰু কিছুসময় অতিবাহিত কৰিলোঁ।

কিন্তু তথাপিতো ওৱেট্ৰেছ গৰাকিয়ে ব্ৰচেনিৰ পৰা কোনো মেছেজ লৈ উভতি নাহিল।

আৰু ব'বৰ মোৰ ধৈৰ্য নহ'ল—মই থিয় হ'লোঁ আৰু ধীৰ পদক্ষেপে ইডেন বকৰ অন্তৰ্ভাগলৈ গতি কৰিলোঁ।

ডেন্সিং ফ্ল'ৰৰ ভিতৰফালে সতকাই দৃষ্টিত নপৰা এটা কোণত কেইবাটাও ড্ৰেছিংৰুম।

সাধাৰণতে ড্ৰেছিংৰুমলৈ যোৱা কৰিড'ৰটোৰ সম্মুখত এটা সশস্ত্ৰ গাৰ্ড অহৰহ থাকে। কিন্তু আজি ইয়াৰ ব্যতিক্ৰম দেখি মোৰ সন্দেহ হ'ল।

তথাপিতো মই ধীৰ পদক্ষেপে ব্ৰচেনিৰ সন্ধানত ড্ৰেছিংৰুমৰ ফালে গতি কৰিলোঁ।

এটা ড্ৰেছিংৰুমৰ পোহৰ বাহিৰত বিৰিঙি পৰিছে। সম্ভৱতঃ এইটো ৰুমতে অলপ আগতে নৃত্যৰ সামৰণি মাৰি ব্ৰচেনিয়ে সাজ-সজ্জা কৰিছে।

মই এক মুহূৰ্ত্তও অপেক্ষা নকৰি স্প্ৰিঙৰ দুৱাৰ ঠেলি ড্ৰেছিংৰুমত প্ৰবেশ কৰিলোঁ।

কিন্তু কিন্তু এইয়া মই কি দেখিছোঁ! ব্ৰচেনিয়ে দেখোন নৃত্যৰ সাজ-সজ্জাৰেই চোফাত শুই পৰিছে। অসময়ত এনে ভাবে...???

কিন্তু মোৰ জোতাৰ তলত এইয়া কি?

অ' মাই লৰ্ড? এইয়া দেখোন তেজ? ফ্ল'ৰত তেজৰ সোঁত বৈছে—তাৰ মানে ব্ৰচেনি?

মই ব্ৰচেনিৰ কাষ চাপিলোঁ—পিঠিত চুৰিবিদ্ধ হৈ ব্ৰচেনিৰ প্ৰাণবায়ু কাহানিবাই উৰি গৈছে।

ইডেন ৰকৰ ডেন্সিং ফ্লৰ'ত ব্ৰচেনিৰ নৃত্যৰ সামৰণি মৰা খুউব বেছি পাঁচ মিনিটৰ ব্যৱধান।

তাৰ ভিতৰতে এই নৃশংস হত্যাকাণ্ড।

কিন্তু ব্ৰচেনিক হত্যাৰ কাৰণ কি? ইয়াত কাৰ কি উদ্দেশ্য থাকিব পাৰে?

হয়তো হত্যাকাৰী গেব্ৰিয়েলৰ দলৰ লোক? হত্যাকাৰীয়ে সম্ভৱতঃ জানিছিল ব্ৰচেনিয়ে আমাৰ লগত সহযোগ কৰাৰ কথা।

হয়তো ব্ৰচেনিয়ে আমাৰ লগত কৰা সহযোগৰ এইয়া পৰিণাম?

হঠাত মই সচকিত হ'লোঁ—ব্ৰচেনিৰ মৃতদেহ সন্মুখত লৈ ইয়াত এক মুহূৰ্ত্তও পলম কৰাটো উচিত নহ'ব। যিকোনো মুহূৰ্ত্তেতে ব্ৰচেনিৰ সন্ধানত মানুহ আহি পৰিব পাৰে। গতিকে তাৰ আগতেই এই ঠাই ত্যাগ কৰাটো বুদ্ধিমানৰ কাম হ'ব। মই আৰু এক মুহূৰ্ত্তও অপেক্ষা নকৰিলোঁ।

ব্ৰচেনিৰ হত্যাকাণ্ডই মোক হতাশ কৰি তুলিলে। তাৰ মানে ৰুকশানাৰ অন্তৰ্ধানৰ ৰহস্য উদ্ধাৰ কৰাটো অধিক কঠিন হৈ পৰিল। সম্ভৱতঃ গেব্ৰিয়েলৰ দলেই ব্ৰচেনিক মৃত্যুৰ মুখলৈ ঠেলি দিলে।

মোৰ মনত প্ৰশ্ন হ'ল—ইডেন ৰকত মোক সাক্ষাৎ কৰিবলৈ ব্ৰচেনিয়ে জানো ৰিটজ কাৰ্লটনৰ আমাৰ ৰুমত ফোনত তিনিবাৰ ৰিং কৰি মোক ইংগিত দিছিল? নহ'বওতো পাৰে।

যদি নহয়, তেতিয়া হ'লে মই পৰবৰ্তী এঘণ্টাৰ ভিতৰত ক্লাইটবিৰন থিয়েটাৰৰ সন্মুখত আগন্তুকক লগ ধৰিব লাগিব।

মোৰ ৰেনো স্পৰ্ট'ছ কাৰখন তীব্ৰগতিত অগ্ৰসৰ হ'ল।

ডিনষ্ট্ৰীট অতিক্ৰম কৰি মই এডেন ট্ৰাফালগাৰ স্কোৱেৰত প্ৰৱেশ কৰিলোঁ।

ইৱৰ্ক-মিনিষ্টাৰ পাই মোৰ হঠাতে মনত পৰিল এঘণ্টা অতিক্ৰম কৰিবলৈ হাতত সময় যথেষ্ট আছে—এবাৰ লা-বেলচি নাইট ক্লাবত ভুমুকি মাৰি যোৱাটো আৱশ্যক। কিয়নো লা-বেলচি নাইট ক্লাব আৰু বেৰউইক ষ্ট্ৰীটৰ ক্ৰছ-ভি-

ছেদেস্ক কেবাবেত সাধাৰণতে আমাৰ দলৰ লোক সম্মিলিত হয়।

মোৰ বেনো স্পৰ্টছ কাৰ লা-বেলচিৰ সন্মুখত ৰাখিলোঁ।

নিশা যথেষ্ট অগ্ৰসৰ হৈছে।

লা-বেলচিত গ্ৰাহকৰ সংখ্যা নিচেই তাকৰ। মাত্ৰ দুই-এক সুৰাপায়ী এতিয়াও সুৰাত মগন হৈ আছে।

নিচেই কম পৰিধানেৰে আবৃত্ত এগৰাকী সুন্দৰী ওৱেট্ৰেছ মোৰ সন্মুখত থিয় হ'ল। দৃষ্টিত কামনাৰ বহ্নি।

ঃ ছেম্পেইন ভয়েভ ক্লিকে চিলতে প্লে!

ওৱেট্ৰেছৰ দৃষ্টিত আশ্চৰ্যৰ চিন প্ৰকাশ পালে, কিয়নো এই মাজনিশা সাধাৰণতে গ্ৰাহকে ছেম্পেইনৰ সোৱাদ লবলৈ নাহে—অহাৰ উপলক্ষ এটাই থাকে—ছুইট ছিক্সটিনৰ সংগ।

ওৱেট্ৰেছ গৰাকীৰ প্ৰতি মোৰ নিৰুৎসাহজনিত আচৰণত সুন্দৰী ওৱেট্ৰেছ গৰাকী যেন বিমৰ্ষ হ'ল।

অলপ পিছতে এটা বয়সীয়াল ওৱেটাৰ ছেম্পেইন লৈ হাজিৰ হ'ল। মই ভাবিলোঁ—ওৱেট্ৰেছ গৰাকীয়ে নিশ্চয় মোক ছুইট ছিক্সটিনৰ সন্ধানতে লা-বেলচিলৈ আগমন বুলি ভাবিছিল। কিন্তু ওৱেট্ৰেছ গৰাকীয়ে যদি জানিলেহেতেন ৰুকশানাৰ অন্তৰ্ধানে মোৰ মনত এতিয়া কেনে ধৰণৰ ধুমুহাৰ সৃষ্টি কৰিছে।

মই ছেম্পেইনত চুমুক দি সন্তৰ্পণে লা-বেলচিৰ সকলো ফালে দৃষ্টি দিলোঁ—আমাৰ দলৰ কাৰো উপস্থিতি অনুমান ন'হল। আৰু দেৰি কৰিলে নচলিব।

মই থৰখেদাকৈ ছেম্পেইন একে ঢোকে গিলি উঠি পৰিলোঁ। লক্ষ্য ক্ৰাইটিৰিয়ন থিয়েটাৰ।

পিকাডেলী চাৰ্কাচৰ এডোখৰ আওহতীয়া ঠাইত মোৰ বেনো স্পৰ্টছ কাৰখন থিয় কৰাই মই ক্ৰাইটিৰিয়ন থিয়েটাৰ অভিমুখে যাত্ৰা কৰিলোঁ।

লণ্ডনত এতিয়াও তীব্ৰ শীতৰ পয়োভৰ হোৱা নাই। তথাপিতো কুঁৱলীয়ে গোটেই মহানগৰীকে যেন গিলি থৈছে।

কভেনট্ৰি ষ্ট্ৰীট অতিক্ৰম কৰি যেতিয়া মই ক্ৰাইটিৰিয়ন থিয়েটাৰৰ সন্মুখ পালোঁগৈ তেতিয়া মহানগৰীৰ এই অঞ্চলটো একেবাৰে নিজম।

মই এডোখৰ আওহতীয়া ঠাইত থিয় হৈ সতৰ্ক দৃষ্টি ৰাখিলোঁ। ভালেমান সময় অতিক্ৰম কৰিও মই কোনো জনপ্ৰাণী অহাৰ সম্ভাৱনা নেদেখিলোঁ। মই সঁচাকৈয়ে হতাশ হৈ পৰিলোঁ।

হঠাতে মোৰ মনত উদয় হ'ল—কিজানি ৰুকশানা ইতিমধ্যে আমি থকাপি লোৱা ৰিট্‌জ কাৰ্লটন হোটেললৈ উভতি আহিছেই।

মোৰ মনত এই চিন্তা উদয় হোৱাৰ লগে লগে মই চেণ্টপল কেথিড্ৰেল বাছষ্টপৰ কাষতে থকা টেলিফোন বুথত সোমাই পৰিলোঁ।

ৰিট্জ কাৰ্লটনৰ ৰিছেপচন কাউণ্টাৰত টেলিফোন বহু সময় ৰিং কৰাৰ পিছত এজনে দ্বিধাজড়িত কণ্ঠৰে টেলিফোন ধৰিলে। সম্ভৱতঃ এই মাজনিশা গ্ৰাহকৰ কোনো সম্ভাৱনা নেদেখি ৰিট্জ কাৰ্লটনৰ ৰিছেপচনিষ্ট জন শুই পৰিছিল। মই পওল ড্ৰেক অথবা এমিল ডাফেৰাজিলৰ নামত কিবা মেছেজ আছে নেকি সুধিলোঁ। কিয়নো এই দুই নামৰেই মোৰ আৰু ৰুকশানাৰ নাম ৰিট্জ কাৰ্লটনৰ ৰেজিষ্টাৰত পঞ্জীবদ্ধ হৈছে।

ৰিছেপচনিষ্টে তেনে কোনো মেছেজ নাই বুলি জনালে।

তেনেহলে এতিয়া কি কৰিম?

মই কোনো উৱাদিহ নোপোৱা হ'লোঁ।

মই টেলিফোন ৰুথৰ পৰা ওলাবলৈ উদ্যত হৈছোঁ মাত্ৰ,—সেই মুহূৰ্ত্ততে কোনো আগন্তুকৰ খোজৰ শব্দত মই উচপ খাই উঠিলোঁ। মোৰ হাতত কল্টকত্ৰা—যি কোনো মুহূৰ্ত্তত প্ৰয়োজন হ'ব পাৰে।

ধীৰ পদক্ষেপে আগন্তুক মোৰ ফালে আগবাঢ়ি আহিছে। কিন্তু···কিন্তু······

আগন্তুক দেখোন এগৰাকী যুৱতী?

আগন্তুক মোৰ নিচেই কাষ চাপিল!

এইবাৰ বিস্ময়ত মই হতবাক—অ' মাই লৰ্ড'! এইয়া মই কি দেখিছোঁ? মোৰ চকুকে যেন মই বিশ্বাস কৰিব পৰা নাই।

মাত্ৰ কিছুসময়ৰ আগতে ইডেন ৰকৰ ড্ৰেছিংৰুমত চুৰিবিদ্ধ ব্ৰচেনিৰ মৃতদেহ মই স্বচক্ষুৰে দেখি আহিছোঁ। তেনেস্থলত এইয়া অসম্ভৱ?

এইয়া কেতিয়াও ব্ৰচেনি নহয়?

কিন্তু যুৱতী ব্ৰচেনিৰ বাহিৰে আন কোনো হ'ব নোৱাৰে—সেই একেই খোজ কাটল, ওঁঠত সেই একেই মন জুৰুৱা হাঁহি, একেই দেহ সৌষ্ঠৱ আৰু গালত দুটা ডিম্পল, ডিঙিত মুক্তাখচিত হাড়।

তেনেহলে····· তেনেহলে····· ইয়াৰ অন্তৰালৰ ৰহস্য কি? মৃত ব্ৰচেনি কেনেকৈ পুনৰ জীৱিত হ'ল? ...মোৰ মনত প্ৰশ্নৰ জাউৰি উঠিল।...

কিউ. বি. ডোৰিনাই ক্ষন্তেক আগতে সাগৰত পাৰি দিলে।

তীব্ৰবেগী কিউ. বি. ডোৰিনাৰ কেবিনত বহি এলেন ৰ'ব প'কাৰ খেলাত ব্যস্ত। ওক কাঠৰ ঘূৰণীয়া টেবুলখনত বিল্লী, এলিয়াচ ফেৰাজিলি, ৰফিক ৰিদা। সকলোৰে হাতে হাতে ৰেড ৱাইন।

নৃশংস জলদস্যু এলেন ৰ'বে নিবিষ্টমনেই প'কাৰ খেলাত মনোনিবেশ কৰিবলৈ চেষ্টা কৰিছে যদিও বাৰে বাৰে এলেন ৰ'ব যেন অন্যমনস্ক হৈ পৰিছে।

এলেন ৰ'বে চিন্তা কৰিছে আজি কিয় প'কাৰত মন বহুৱাব পৰা নাই।

কেতিয়াওতো এনে নহয় ? নে অলপ আগতে হাইফাৰ পৰা পোৱা ৰাতিৰটোৰে এলেনৰ মনত এনেদৰে প্ৰতিক্ৰিয়া কৰিছে ?

বিল্লী জিনৰ দৃষ্টিক এলেন ফাঁকি দিব নোৱাৰিলে। বিল্লী জিনে ঠিকেই ধৰি পেলালে। এলেন! আজিৰ বাবে বোধহয় খেলা বন্ধ ৰখাটোৰেই ভাল হ'ব। যিহেতু তুমি খেলাত একেবাৰে মন বহুৱাব পৰা নাই।

এলিয়াচ ফেৰ্বাজলিয়েও বিল্লীৰ কথাৰ সমৰ্থন জনালে।

বিল্লীয়ে ক'লে—এলেন! তুমি হয়তো সেই খবৰটোকে লৈ ব্যতিব্যস্ত হৈ পৰিছা—হাইফাত এছ. কে. জিৰ আৱিৰ্ভাবৰ কাৰণ কি? কিন্তু এলেন—মই চিন্তাৰ কোনো কাৰণ দেখা নাই। সেই দুৰ্ধৰ্ষ এছ. কে. জি. এসময়ত বেইৰুট, হংকং, ইস্তাম্বুল আৰু মধ্যপ্ৰাচ্যৰ অন্যান্যত দ্বিগ্বীজয়ৰ শীৰ্ষবিন্দুত ৰ'লেও তুমি নিশ্চয় নাভাবা যে এছ. কে. জিৰ পূৰ্বৰ প্ৰতিপত্তি এতিয়াও আগৰদৰেই আছে।

বৰঞ্চ এছ. কে. জিৰ অনুপস্থিতিত কম সময়ৰ ভিতৰতে এনেবোৰ ঠাইত বহুতো শক্তিশালী দল গঢ়ি উঠিল—যিবোৰ দলে আইনৰ চকুত ধূলি মাৰি অবৈধ কাৰ্যকলাপৰে মধ্যপ্ৰাচ্যক অচিৰেই অপৰাধীৰ ভূস্বৰ্গত পৰিণত কৰিছে।

গতিকে এছ. কে. জিয়ে আগৰ ক্ষমতা পুনৰ উদ্ধাৰ কৰিব পাৰিব বুলি মোৰ মনে নধৰে।

তদুপৰি এলেন!—তুমিওতো কোনোপধ্যেই কম নোহোৱা—ইমানদিনে সাগৰীয় জলদস্যু এলেন ৰ'বৰ অবৈধ কাৰ্যক বাধা দিবলৈ কোনোবা জানো সক্ষম হৈছে ?

এই তীব্ৰবেগী সাগৰীয় জাহাজ ডোৰিনাই গোপন অস্ত্ৰ-শস্ত্ৰ, চোৰাং সোণ, ডায়মণ্ড, হাছিছ, মাৰিজুৱানা আদি সদায়েই এঠাইৰপৰা আনঠাইলৈ সৰবৰাহ কৰিবই লাগিছে। কিন্তু জলদস্যু এলেন ৰ'বক জানো কোনোবাই জোকাই লবলৈ সাহস কৰিছে ?

এলেন ৰ'বে বিল্লীৰ কথাত এটা বক্ৰ হাঁহি মাৰিলে—তাৰপিছত ওক কাঠৰ টেবুলখনত পৰিথকা পাৰফেক্টো ফিনছ ছিগাৰেটৰ পেকেটটো তুলি এটা ছিগাৰেট ওঁঠত ল'লে—স্বস্তিৰে এমুখ ধোঁৱা এৰি দি বিল্লীলৈ চালে—বিল্লী! চিন্তাৰ কাৰণ হয়তো নাই আৰু আমাৰ এই অভিযানৰ লগত এছ. কে. জিৰ কোনোসম্পৰ্কও নাই। এছ. কে. জি. এই মধ্যপ্ৰাচ্যত দেখা দিছে এখন ছিক্ৰেট ডকুমেণ্টৰ অনুসন্ধানত।

কিন্তু আমাৰ এই কিউ. বি ডোৰিনাৰ ওপৰত দৃষ্টি আছে জেণ্ডাৰ বুদেষ্টীটৰ সেই স্কাউণ্ডেলটোৰ। সেই স্কাউণ্ড্ৰেস মাহ্দাবাচ আফ্লাকৰ লুভীয়া চকু এতিয়া কিউ. বি. ডোৰিনাৰ ষ্ট্ৰংৰুমত থকা সেই ডায়মণ্ডৰ ওপৰত।

এংলে লেভানত বেংকৰ ষ্ট্ৰংৰুমৰপৰা এই ডায়মণ্ড লুট কৰাটো সহজ সাধ্য নাছিল। সেয়ে এংলে লেভানত বেংকৰপৰা এই ত্ৰিশলাখ পাউণ্ড মূল্যৰ ডায়মণ্ড

উধাও কৰোঁতে আমাৰ নিৰাপত্তাৰ বাবে আমি মান্দাৰাচ আফ্লাকৰ দলৰ সহায় লৈছিলোঁ। সেয়ে মান্দাৰাচ আফ্লাকৰ অজ্ঞাত নহয় যে কিউ. বি. ডোবিনাই এইবাৰ ত্ৰিশলাখ পাউণ্ডৰ ডায়মণ্ড লৈ আগবাঢ়িছে।

কিন্তু এলেন কিউ. বি. ডোবিনাই অবৈধ ডায়মণ্ড কঢ়িওৱাটো একো নতুন কথা নহয়। মান্দাৰাচ আফ্লাকে নিশ্চয় ভালদৰেই জানে—কিউ. বি. ডোবিনা এই তীব্ৰবেগী সাগৰীয় জাহাজখনৰ একমাত্ৰ কাম অবৈধ সামগ্ৰী এঠাইৰপৰা আনঠাইলৈ সৰবৰাহ কৰা।

গোপন অস্ত্ৰ-শস্ত্ৰ, চোৰাং সোণ, ডায়মণ্ড, হাছিছ, মাৰিজুৱানা, কোকেন কঢ়িওৱা কিউ. বি. ডোবিনাৰ দৈনন্দিন কাম। আনকি ইউনাইটেড ষ্টেটছ ব্যুৰ' অব নাৰ্কটিকছ, ইণ্টাৰ'পলৰ চতুৰ দৃষ্টি. আনকি ৱেষ্টাৰ্ন লিয়েজনৰ শতবাধা নেওচি এই কিউ. বি. ডোবিনাই অবৈধ কাৰ্য নিৰ্ভয়ে চলাই আছে। মান্দাৰাচ আফ্লাকে নিশ্চয় তোমাৰ সশস্ত্ৰ শক্তিশালী নিৰাপত্তা বাহিনীৰ কথা জানে।

এলেন নিশ্চন্তভাৱে ছিগাৰেটত টান দি ক'লে—তাৰ কাৰণ আছে, বিল্লী। তুমিওতো জানা, এংলে লেভানত বেংকৰপৰা এই ত্ৰিশলাখ পাউণ্ড মূল্যৰ ডায়মণ্ড উধাও কৰোঁতে মান্দাৰাচ আফ্লাকে বিশেষভাৱে সহায় কৰিছিল।

এংলে লেভানত বেংকৰ ষ্ট্ৰংৰুম ভাঙি অন্ততঃ সাতজন লোক নিহত কৰি, এটা শক্তিশালী ছিকিউৰিটি ফোৰ্জৰ বৃহৎ ক্ষতি সাধন কৰি যেতিয়া আমি এই ত্ৰিশলাখ পাউণ্ডৰ ডায়মণ্ড হস্তগত কৰিছিলোঁ, তেতিয়া মান্দাৰাচে আগবঢ়োৱা সহায়ৰ বিনিময়ত অপহৃত ডায়মণ্ডৰ আধা দাবী কৰিছিল।

যেতিয়া মই মান্দাৰাচৰ দাবী হাঁহি উৰুৱাই দিছিলোঁ, তেতিয়া মান্দাৰাচে বলপূৰ্বকভাৱে এই ডায়মণ্ড উদ্ধাৰ কৰিবলৈ মান্দাৰাচৰ একান্ত সহযোগী জিব্ৰান সাজদালানীৰ নেতৃত্বত এটা সশস্ত্ৰ শক্তিশালী দল প্ৰেৰণ কৰিছিল।

সেই নৃশংস সংঘৰ্ষত আমাৰো কেইবাজনো লোক নিহত হৈছিল। আমাৰ দলৰ দুৰ্ধৰ্ষ লবো সেই সংঘৰ্ষতে নিহত হৈছিল।

অৱশ্যে সেই সংঘৰ্ষত আমি জিব্ৰান সাজদালানীক বন্দী কৰিছিলোঁ।

অৱশ্যে সেই সংঘৰ্ষৰ সময়ত তুমি আৰু মই লাপোচ দ্বীপত আছিলোঁ। সেয়ে সেই সংঘৰ্ষত আমি এজনেও অংশ লবলৈ সুযোগ নাপালোঁ। কিউ. বি. ডোবিনাৰ সশস্ত্ৰ বাহিনীৰ ব্যৱহৃত অত্যাধুনিক মৰণাস্ত্ৰৰ আগত মান্দাৰাচৰ দল চেদেলী ভেদেলী হৈ পৰিছিল।

বিল্লী, তুমি নজনা নহয় সেই সংঘৰ্ষৰ পিছতে আমি লাপোচ দ্বীপত ইমানদিন তাপমাৰি বৈছিলোঁ।

তেতিয়াৰেপৰা মান্দাৰাচ আফ্লাকৰ আমাৰ প্ৰতি, কিউ. বি. ডোবিনাৰ প্ৰতি প্ৰতিশোধৰ ভাব গা কৰি উঠিছে।

আমি বাতৰি পাইছোঁ—মান্দাৰাচ আফ্লাকে কিউ. বি. ডোবিনাৰ এইবাৰৰ

যাত্রাত সেই উদ্ধাৰ হোৱা ত্রিশলাখ পাউণ্ডৰ ডায়মণ্ড লাপোচ দ্বীপৰ আমাৰ গোপন আড্ডাৰপৰা নিৰ্দিষ্ট ঠাইলৈ সৰবৰাহ কৰা হৈছে বুলি জানিব পাৰিছে।

তেনেস্থলত মান্দাৰাচ আফ্লাকে আমাৰ এই কিউ· বি· ডোবিনাৰ ওপৰত অকস্মাৎ আক্রমণ চলাই ডায়মণ্ড অপহৰণৰ চেষ্টা চলোৱাৰ সম্ভাবনা নথকা নহয়।

লানি নিছিগাকৈ এলেন ৰ'বে কোৱা কথা শুনি এইবাৰ এলিয়াচ ফেৰ্বাজিলিয়ে মাত দিলে—কিন্তু কিউ· বি· ডোবিনাৰ সুসজ্জিত জল-দস্যু বাহিনী আৰু মেছিনগানক অবজ্ঞা কৰি মান্দাৰাচে জানো আমাক পৰাভূত কৰিব পাৰিব ?

এলেন ৰ'বৰ ওঁঠত ক্রুৰ হাঁহি—শক্তিৰ ফালেদি মান্দাৰাচে এই এলেন ৰ'বক টুকুৰিয়াই লবলৈ সাহস নকৰিব।

কিন্তু সেই দুৰ্ধৰ্ষ মানুহটো যদি মান্দাৰাচৰ লগ লাগে—তেতিয়া কিন্তু ভয়ৰ কথা।

ৰফিক ৰিদাই শেহতীয়াকৈ যি খবৰ সংগ্রহ কৰি আনিছে, সেইয়া যদি সত্যত পৰিণত হয়, তেতিয়াহলে সেই ধুৰন্ধৰ এছ· কে· জিয়ে মান্দাৰাচ আফ্লাকৰ লগত হাত মিলোৱাৰ সম্ভাবনাই বেছি। যদি সেয়ে হয়, আমি আমাৰ নিৰাপত্তাৰ ক্ষেত্রত অধিক সতৰ্ক দৃষ্টি ল'ব লাগিব আৰু আমাৰ পৰবৰ্তী আঁচনিবো কিছু সাল সলনি ঘটাব লাগিব।

কিন্তু এছ· কে· জিয়ে মান্দাৰাচৰ লগত হাত মিলোৱাৰ কাৰণ কি ?

বিল্লীৰ প্ৰশ্নত ৰফিক ৰিদাই আৰম্ভ কৰিলে—মান্দাৰাচে এছ· কে· জিক বাধ্য কৰিছে...মান্দাৰাচৰ লগত হাত মিলাবলৈ।

কিন্তু দুৰ্ধৰ্ষ এছ· কে· জিক মান্দাৰাচে কেনেকৈ জব্দ কৰিলে ?

ফেৰ্বাজিলি, তুমি নিশ্চয় জানা—ৰুকশানাৰ কথা। এছ· কে· জিৰ প্ৰেয়সী ৰুকশানা বৰ্তমান গেব্রিয়েলৰ বন্দী।

গেব্রিয়েল ?

অ', সেই লণ্ডনৰ অপৰাধ জগতৰ অন্যতম নায়ক গেব্রিয়েল। সেই গেব্রিয়েলকে এছ· কে· জি আৰু ৰুকশানাই হত্যাৰ আঁচনি লৈছিল।

লণ্ডনৰ সবাতোকৈ জাকজমকীয়া নাইট ক্লাব 'ইডেন ৰক'—এই 'ইডেন ৰক'ৰ সম্মুখত গেব্রিয়েলৰ মেৰুণ ৰঙৰ ছেভ্রেলখন প্ৰায় সদায়েই ৰৈছিল, যিহেতু গেব্রিয়েল লণ্ডনত মজুত থাকিলে যিমান নিশা হ'লেও ইডেন ৰকত এভুমুকি মৰাটো নিয়মত পৰিণত হৈছিল। 'ইডেন ৰক'ত গেব্রিয়েলৰ অন্যতম আকৰ্ষণ আছিল ব্ৰচেনি নামৰ এগৰাকী সুন্দৰী বেলী ডেন্সাৰ। এই ব্ৰেচনিৰ বাবেই ইডেন ৰক গেব্রিয়েলৰ আনন্দ উপভোগৰ ঠাই হৈ পৰিছিল।

ইডেন ৰকৰ বিপৰীতে ৰিট্জ কাৰ্লটন। এই ৰিট্জ কাৰ্লটনত এছ· কে· জি· আৰু ৰুকশানাই প্ৰিতাপি লৈছিল। উদ্দেশ্য আছিল গেব্রিয়েলক হত্যা কৰি

অপাৰেচন্ ভাৰ্জিনিয়াৰ ডকুমেণ্ট উদ্ধাৰ কৰা।

কিন্তু লণ্ডনৰ অন্ধকাৰ জগতৰ নৃশংস নায়ক গেব্ৰিয়েলক পৰাভূত কৰা ইমান সহজ সাধ্য নাছিল, গেব্ৰিয়েল আছিল অতি শিয়ান লোক।

সেয়ে হোটেল ৰিট্জ কাৰ্লটনত সতকাই দৃষ্টিত নপৰা ষষ্ঠ মহলাৰ পৰা ইডেন ৰকৰ সম্মুখত গেব্ৰিয়েলক চুকি পোৱাকৈ ৰুকশানাৰ কগাৰ টেলিস্কপিক কাৰবাইন উদ্যত হৈ আছিল যদিও তিনি-দিন ধৰি কৰা অপেক্ষাৰ পিছতো গেব্ৰিয়েল ৰুকশানাৰ লক্ষ্যত পৰা নাছিল।

ইপিনে মান্দাৰাচৰ নিৰ্দেশত গেব্ৰিয়েল আৰু গেব্ৰিয়েলৰ দলে ৰুকশানাক জব্দ কৰিবলৈ উঠিপৰি লাগিছিল।

গেব্ৰিয়েলে মধ্যপ্ৰাচ্যৰ দুৰ্ধৰ্ষ মান্দাৰাচ আল্লাকৰ নিৰ্দেশতে ৰুকশানাক জব্দ কৰাৰ আঁচনিৰ অন্তৰালত উদ্দেশ্য নিহিত আছিল। অৱশ্যে গেব্ৰিয়েলৰ ৰুকশানাক জব্দ কৰাৰ অন্তৰালত কি উদ্দেশ্য আছে সেইয়া আমি নিৰ্দিষ্টকৈ এতিয়াও অনুমান কৰিব পৰা নাই।

সি যিয়েই হওঁক, মান্দাৰাচ আল্লাকৰ পৰামৰ্শ অনুযায়ী গেব্ৰিয়েলৰ দলে সেইমতেই এছ· কে· জি যেতিয়া জেড্ডাৰ বুদৌশ্ষ্ট্ৰীটৰ মান্দাৰাচ আল্লাকৰ অট্টালিকাত প্ৰৱেশ কৰিছিল, তেতিয়া গেব্ৰিয়েলৰ দলে কৌশলৰে ৰুকশানাক জব্দ কৰিছিল।—এইখিনি কৈ ৰফিক বিদা ৰ'ল।

এইবাৰ এলেন ৰ'বে মুখ মেলিলে—এছ· কে· জি সম্পৰ্কে ৰফিক বিদাই এই পৰ্যন্ত তথ্য সংগ্ৰহ কৰিছে যদিও ইয়াৰ পিছৰ সম্ভাবনীয় ঘটনা আমি নিজে তৈয়াৰ কৰি লব পাৰোঁ।

কোনো কথা নাই—ৰুকশানাৰ অপহৰণত এছ. কে. জি উদ্বাউল হৈ পৰিব আৰু ৰুকশানাৰ সন্ধানত সকলো দিশ চলাথ কৰিব। আৰু সময়ত যেতিয়া এছ· কে জিয়ে জানিব পাৰিব যে ৰুকশানাক অপহৰণ কৰিছে গেব্ৰিয়েলৰ দলে, মান্দাৰাচ আল্লাকৰ লগত ষড়যন্ত্ৰ কৰি তেতিয়া এছ. কে. জিয়ে মান্দাৰাচৰ সম্মুখত দাবী উত্থাপন কৰিব ৰুকশানাৰ মুক্তি বিচাৰি।

মান্দাৰাচে ওঁঠত হাঁহি বুলাই ক'ব—ৰুকশানাৰ মুক্তি হ'ব যদিহে এছ· কে· জিয়ে কিউ· বি· ডোবিনাৰ ডায়মণ্ড অপহৰণ কৰি আনি দিব পাৰে।

কিন্তু এছ. কে· জিয়ে মান্দাৰাচৰ সেই প্ৰস্তাৱত মান্তি হ'ব যে তাৰ কোনো নিশ্চয়তা নাই; কিয়নো এছ. কে. জিয়ে নিশ্চয় জানে—কিউ. বি· ডোবিনাৰ ষ্ট্ৰংৰুমৰ পৰা ডায়মণ্ড অপহৰণ কৰা ইমান সহজ সাধ্য নহয়।

তুমি ঠিকেই কৈছা বিল্লী। কিন্তু এছ· কে· জিৰ বাবে অসম্ভব একোৱেই নাই। তাতেই ৰুকশানাৰ বাবে এছ. কে· জিয়ে নিশ্চয় যি কোনো বিপ্ল ল'বলৈ সাজু হ'ব।

অৱশ্যে কিউ. বি· ডোবিনাৰ সুন্দৰ নিৰাপত্তা ব্যৱস্থা অতিক্ৰম কৰি এছ· কে· জি মালাগে এছ· কে· জিৰ নিচিনা আৰু দহজন আছিলেও সদাজাগ্ৰত মৌছিনশানৰ

আগত প্ৰাণ দিয়াৰ বাহিৰে আনো গত্যন্তৰ আছে ?

তাতেই লেবাননত আবু তাহিৰৰ দল, দক্ষিণ ফ্ৰান্সত হেগানৰ দল, আমষ্টা-ৰদামত টেৰেচুৰ দল, কেপটাউনত লামেৰৰ দল, পৰ্টচৈয়দত ইভান্স গোলগং, হাইফাত আমজাদৰ সশস্ত্ৰ বাহিনী, লাপোচ দ্বীপত ফ্ৰেড্ৰিকৰ নেতৃত্বত শক্তি-শালী দল প্ৰত্যেককে এই কিউ· বি· ডোৰিনাৰ নিৰাপত্তাৰ বাবে দহহাজাৰ পাউণ্ড আগধন বিতৰণ কৰা হৈছে ।

আনহাতে আমাৰ নিৰাপত্তা বাহিনীৰ ওপৰতো মোৰ গভীৰ আস্থা আছে। বিল্লী জিনে ওঁঠত হাঁহি বুলালে—তাৰ মানে এলেন, শক্তিশালী প্ৰতিদ্বন্দ্বীৰ লগত যুঁজিবৰ আকৌ এটা সুযোগ অহাৰ সম্ভাবনা আছে ।

বহুত দিন ভাল চিকাৰ হাতত নপৰাত হাতভৰিৰ পেশীবোৰ জঠৰ হৈ পৰিছে । জানাইতো এলেন, মাজে মাজে দুই এটা মানুহৰ ডিঙি মোটোকাই হত্যা কৰি হাতদুখন তেজত ধুব নোৱাৰিলে মনটো বিষণ্ণ হৈ উঠে ।

ফেৰ্বাজিলিয়ে ক'লে—কিন্তু বিল্লী ! সিদিনাহে জিব্রান সাজদালানী আৰু লগৰ কেইজনক ডিঙি মোটোকাই মাৰি তুমি তৃপ্তি লভিছিলা । সেই নৰহত্যাৰ তৃষ্ণা আকৌ তোমাৰ ইমান প্ৰবল হ'লনে ?

জিব্রান সাজদালানী আৰু লগৰকেইজনৰ লগত ক'বলৈ গলে একপক্ষীয় যুদ্ধ। তেনে সংঘৰ্ষত আমেজ নাই । মোক লাগে সম প্ৰতিদ্বন্দ্বী । তেনে প্ৰতিদ্বন্দ্বীৰ ডিঙি মোটোকাব পাৰিলেহে সুখ পোৱা যায় ।

বিল্লীৰ বজ্ৰকঠোৰ পেশীবোৰলৈ লক্ষ্য কৰি এলেনে ভাবিল—এই মহিলা-গৰাকীয়ে মানুহ হত্যা কৰি ইমান তৃপ্তি কিয় পায় ? মহিলাগৰাকীৰ মনত একেবাৰে হিংস্ৰ বন্য প্ৰাণীৰ ক্ষুধা । কোনো লোকক ডিঙি চিপি মৰাৰ আগতে বিল্লীয়ে সেই লোকৰ লগত আদিম তৃষ্ণা পূৰণ কৰে আৰু তাৰ পিছতে হত্যা ! এলেনৰ গৌৰববোধ হ'ল—সঁচাকৈয়ে বিল্লী এলেনৰ উপযুক্ত সহযোগী । এলেনে মুখ ফুটাই ক'লে—বিল্লী,মাই লাভ ! চিন্তা নকৰিবা, তোমাৰ নৰহত্যাৰ তৃষ্ণা দূৰ কৰিবলৈ এইবাৰ যথেষ্ট সুযোগ পাবা ।

এলিয়াচ ফেৰ্বাজিলিয়ে ক'লে—এইবাৰ এছ· কে· জিৰ লগত যুঁজিবলৈ মোক এটা সুযোগ দিব লাগিব ।

এলেন ৰ'বে ওঁঠত হাঁহি বুলাই ফেৰ্বাজিলিলৈ চালে—প্ৰায় চাৰে ছফুট ওখ কদাকাৰ ৰূপৰ ফেৰ্বাজিলিক প্ৰথম দৰ্শনতে কোনোবাই দেখিলে ক'ব ফেৰ্বাজিলি যেন মানুহ নহয়, এটা বনমানুহহে । যেন লোহা আৰু কংক্ৰিটৰে তৈয়াৰী এটা মানুহ—এই ফেৰ্বাজিলিব দুৰ্দমনীয় প্ৰচণ্ড শক্তিৰ কথা সৰ্বজনবিদিত। ফেৰ্বাজিলিব শক্তিৰ আগত একডজন মানুহৰ শক্তিও তেনেই নগণ্য ।

এলেনৰ গৌৰববোধ হ'ল—এলেনে বিল্লী জিন, ফেৰ্বাজিলিব নিচিনা সহযোগী পাইছে—যি সহযোগীৰ নৃশংস বন্য প্ৰাণীতকৈও হিংস্ৰতা অধিক উগ্ৰ ।

তথাপিতো এলেনে ক'লে—ফেৰ্বাজিলি ! তুমি ভুল ভাবিছা । এছ· কে· জি শক্তিৰ

ক্ষালৰ পৰা কিবা সাংঘাতিক একো নহয়। বুদ্ধিৰ জোৰতে দুৰ্বল দেহৰ সেই শিয়ান মানুহটোৱে টিকিল বিলাই ফুৰিব পাৰিছে। এই ধুৰন্ধৰ মানুহটোৱে কেনেকৈ সহজতে কামবোৰ সমাধা কৰে ভাবিলেও বিচুৰ্তি খাব লাগে। সেয়ে মাস্দাৰাচ আম্লাকক যদি এছ. কে. জিয়ে সহযোগৰ হাত আগবঢ়ায়, তেতিয়া হ'লে ভয়ৰ কথা।

সি যিয়েই হওক, এলেন, আমি অচিৰেই শক্তিশালী শত্ৰুৰ লগত যুঁজিবলৈ সুযোগ পোৱাৰ সম্ভাবনা আছে বুলি ভাবিলে নিশ্চয় ভুল নহ'ব।

গতিকে সেই আনন্দতে আজি নিশাটো নিশ্চয় আমি আনন্দ উলাহত কটাব লাগিব।

ৰফিক বিদাৰ প্ৰস্তাৱত বিল্লী, ফেৰজিলি দুয়ো উচ্চ স্বৰত চিঞৰি উঠিল— উত্তম প্ৰস্তাব।

এলেন ব'বেও আনন্দত ছিগাৰেটৰ ধোঁৱা এৰিলে।

ব্ৰচেনিয়ে ওঁঠৰ্ত মিঠা হাঁহি বুলাই ছিগাৰেট পেকেট আগবঢ়ালে।

মই ছিগাৰেট ওঁঠত ললোঁ।

ব্ৰচেনিৰ মুনিলাৰ কনভাৰটেৰ'ল গাড়ীখন ধীৰ গতিত আগবাঢ়িল।

মুনিলাৰৰ ডেচ্‌বৰ্ডত জাৰ্মান স্পাৰ্কলিং ওৱাইন।

মই ধীৰে ধীৰে গিলাচত ওঁঠ লগালোঁ।

ড্ৰাইভিং ছিটত ব্ৰচেনি।

মই লক্ষ্য কৰিলোঁ—ব্ৰচেনিৰ পিন্ধনত জিন্‌ আৰু মিড নাইট ব্লু-ৰঙৰ জেকেট। ব্ৰচেনিৰ মুখাবয়বত যেন কোনো ভাবান্তৰ নাই। ব্ৰচেনি নিবিষ্ট মনে গাড়ী চলোৱাতে ব্যস্ত।

স্পাৰ্কলিং ওৱাইন এঢোক গিলি চিন্তা কৰিলোঁ—মাত্ৰ কিছু সময় আগৰ কথা। মাত্ৰ কিছু সময়ৰ আগতে মই ইডেন বকৰ ক্লককমত ব্ৰচেনিৰ চুৰিবিদ্ধ মৃতদেহ স্বচক্ষুৰে দেখি আহিছোঁ। ফ্ল'ৰত সোঁত বোৱা ব্ৰচেনিৰ দেহৰ তপ্ত তেজ মোৰ জোতাৰ তলুৱাত এতিয়াও লাগি আছে হয়তো।

কিন্তু ছেণ্টপল কেথিড্ৰেল বাছষ্টপৰ টেলিফোন বুথত মই ব্ৰচেনিক লগপাই হতবাক হলোঁ—তেনেহলে ইডেন বকৰ ক্লককমত চুৰিবিদ্ধ সেইয়া ব্ৰচেনি নাছিল নেকি?

যদি ব্ৰচেনি নহয়, ৰক্তৰ স্ৰোত বোৱা চুৰিবিদ্ধ সেইয়া কাৰ মৃতদেহ?

ইয়াৰ অন্তৰালত কি ৰহস্য আছে?

নে মোৰ কাষতে ড্ৰাইভিং ছিটত বহি থকা এই গৰাকী ব্ৰচেনি নহয়?

কিন্তু সেই একেই মনজুৰা হাঁহি, একেই দেহসৌষ্ঠৱ আৰু গালত দুটা

ডিম্পল, ডিঙিত জকমকীয়া পেনডেণ্ট। এই যুৱতী ব্ৰচেনি নহৈ জানো আন হ'ব পাৰে? অসম্ভৱ।

মই ভিতৰি চিন্তাত বিহ্বল হৈ পৰিলেও বাহিৰত বেছ নিৰ্বিকাৰ হৈয়েই ৰহি ৰলোঁ। যি কোনো প্ৰকাৰে এই ৰহস্যৰ ভেদ ভাঙিবই লাগিব।

হয়তো এই ৰহস্যৰ লগত বিট্‌জ কাৰ্লটনৰ পৰা ৰুকশানাৰ অন্তৰ্ধানৰ ৰহস্যও জড়িত আছে। ৰুকশানা সঁচাকৈয়ে জানো মান্দাৰাচ আফ্লাক অথবা গেব্ৰিয়েলৰ কবলত পৰিছে?

নে ৰুকশানাই ইচ্ছা কৰিয়েই এই ভয়াবহ অভিযানত জঁপিয়াই পৰিল?

কিন্তু যদি সেয়ে হয় ৰুকশানাই বুৰ্দোষ্ট্ৰীটৰ মান্দাৰাচ আফ্লাকক সাক্ষাৎ কৰি মই উভতি অহালৈ ৰ'ব লাগিছিল। তেতিয়া হ'লে দুয়ো একেলগেই এটা নিশ্চিত সিদ্ধান্তত উপনীত হ'ব পাৰিলোঁহেতেন। কিন্তু যদি গেব্ৰিয়েলৰ দলে ৰুকশানাক জব্দ কৰিছে?

মোৰ মনত একাধিক চিন্তাই তল-ওপৰ লগালেও এই মুহূৰ্তত মই সংযত হবলৈ চেষ্টা কৰিলোঁ।

মই ব্ৰচেনিক এতিয়াও জানিবলৈ দিয়া নাই যে ৰুকশানাৰ অন্তৰ্ধানত মোৰ মন উগুল-থুগুল। আনকি এই পৰ্যন্ত ইডেন ৰকৰ ক্ৰুককমত ব্ৰচেনিৰ চুৰিবিদ্ধ মৃতদেহ সম্পৰ্কে হোৱা কৌতূহল অথবা গেব্ৰিয়েলৰ অস্তিত্ব সম্পৰ্কেও মই এষাৰো কথা সোধা নাই। কিয়নো ছেণ্টপল কেথেড্ৰেল বাছষ্টপৰ টেলিফোন বুথত নিশা ব্ৰচেনিৰ আকস্মিক আবিৰ্ভাবৰ অন্তৰালত মোক কেন্দ্ৰ কৰি যে কিবা ষড়যন্ত্ৰ গঢ় লৈছে, সেই বিষয়ে মই স্থিৰ নিশ্চিত আছিলোঁ।

ব্ৰচেনিৰ গাড়ী মুনিলাৰ এটা সময়ত হেমাৰ্কেত স্কোৱেৰত প্ৰবেশ কৰিলে। তাৰ পিছত এটা ঠেক গলি অতিক্ৰমি গাড়ী ধীৰ গতিত আগবাঢ়িল।

এতিয়া নিশা যথেষ্ট অগ্ৰসৰ হৈছে।

হেমাৰ্কেট স্কোৱেৰত এনে সময়ত জনসমাগম একেবাৰে নাথাকে বুলিব পাৰি।

এটা অট্টালিকাৰ সম্মুখত ব্ৰচেনিৰ মুনিলাৰ ৰ'ল।

ব্ৰচেনিয়ে মোক অনুসৰণ কৰিবলৈ অনুৰোধ কৰিলে।

মোৰ মনটোত সন্দেহৰ উদ্ৰেক হ'ল—এইবাৰ হয়তো শত্ৰুৰ চক্ৰবেহু? মই কল্ট কব্ৰাৰ ছেফ্‌টি লক্ খুলি ৰাখিলোঁ।

ব্ৰচেনি যেন বৰ অস্থিৰ হৈ পৰিছে।

অটমেটিক এলিভেটৰত উঠি আমি ষষ্ঠ মহলা পালোঁ।

ষষ্ঠ মহলাৰ ঠেক কৰিডৰটোৰ একাষে ব্ৰচেনিৰ এপাৰ্টমেণ্ট।

মই লক্ষ্য কৰিলোঁ ব্ৰচেনিয়ে ক্ষন্তেক আগৰ অস্থিৰতা তল পেলাই ওঁঠত হাঁহি বিৰিঙাইছে — দিগ্বিজয়ৰ হাঁহি।

মই মনতে ভাবিলোঁ—সম্ভৱতঃ শত্ৰুৰ দুৰ্ভেদ্য দুৰ্গতে সোমাই পৰিলোঁ। কিন্তু মই সাহস হেৰুওৱা নাই।

মই ঠিকেই বুজিছো—ৰচেনিয়ে যিমানেই নিৰীহ ছোৱালীৰ অভিনয় নকৰক, ৰচেনিৰ এই সকলোৰে অন্তৰালত কাৰোবাৰ সুচিন্তিত নিৰ্দেশ নিশ্চয় আছে।
এইবাৰ ৰচেনিয়ে মোৰ সন্মুখতে সাজ-সজ্জা সলোৱাৰ প্ৰস্তুতি চলালে।
জিনচ্ মাটিত পৰিল। তাৰ পিছত জেকেট। তাৰ পিছত ···
ৰচেনিৰ উদং দেহটো সঁচাকৈয়ে···। সঁচাকৈয়ে ৰচেনি মিঠা গাভৰু।
ৰচেনিয়ে ধীৰে সুস্থিৰে যৌৱনে হিল্লোল তোলা দেহটোত স্বচ্ছ নাইটী পৰিধান কৰিলে। তাৰ পিছত কাবাৰ্ডৰ পৰা জাৰ্মান স্পাৰ্কলিং ওৱাইন পৰিবেশন কৰোঁতে ৰচেনিৰ দেহৰ সুবাসত মই পুনৰবাৰ উন্বাউল হৈ পৰিলোঁ।
মই গিলাছত ওঁঠ লগালোঁ।
এটা সময়ত সুন্দৰী ৰচেনি মোৰ দুবাহুৰ মাজত সোমাই পৰিল।
স্পাৰ্কলিং ওৱাইন আৰু ৰচেনিৰ হিয়া উদঙোৱা মৰমে মোক কিছু সময়লৈ অভিভূত কৰি তুলিলে।
এইবাৰ ৰচেনিয়ে হাতেৰে ঢুকি পোৱা অৱস্থিতে থকা মিনিয়েচাৰ টেপৰেকৰ্ডাৰ এটা অন কৰিলে।
ইমান সময়ে টেপৰেকৰ্ডাৰটো মোৰ দৃষ্টিত পৰাই নাছিল।
টেপৰেকৰ্ডাৰত হোৱা এলানি গুলীৰ শব্দই মোৰ দৃষ্টি আকৰ্ষণ কৰিলে।
ক্ষন্তেক নিস্তব্ধ। এইবাৰ টেপৰেকৰ্ডাৰত ৰুকশানাৰ মাত ভাহি উঠিল—
মাই লাভ! এতিয়া মই মান্দাৰাচ আফ্লাকৰ কবলত।
মই বৰ বিপদত, তোমাৰ অবিহনে ইহঁতে মোক ৰেহাই নিদিয়ে। গতিকে তুমি শীঘ্ৰেই আহিবা।
টেপৰেকৰ্ডাৰত ৰুকশানাৰ কথা শেষ—তাৰ পিছতে এটা দীঘলিয়া অট্টহাস্য। এই হাঁহি চিনিবলৈ মোৰ এতিয়াও বাকী নাই—এই কদাকাৰ হাঁহি মান্দাৰাচ আফ্লাকৰ বাহিৰে কাৰ হ'ব?
মোৰ ভাবান্তৰলৈ লক্ষ্য কৰি ৰচেনিয়ে ক'লে—ডাৰ্লিং। ৰুকশানাক গেৰিয়েলৰ কবলৰ পৰা ৰক্ষা কৰিবলৈ অশেষ চেষ্টা কৰিছিলোঁ। কিন্তু গেৰিয়েল এটা পশু। গেৰিয়েলৰ হিংস্ৰ বন্যপ্ৰাণীৰ সমানো দয়া মায়া নাই। ৰুকশানা যেতিয়া নিৰাভৰণ হৈ বাথটাবত গা ধুই আছিল, সেই সুযোগতে গেৰিয়েলৰ দলে ৰুকশানাক জব্দ কৰিছিল।
মোৰ মুখাবয়বত কোনো ভাবান্তৰ নাই—কিন্তু ভিতৰি মই আপ্লুত হৈ পৰিলোঁ। ইমান সহজতে যে ৰচেনিৰ সৌজন্যত টেপৰেকৰ্ডাৰত হ'লেও ৰুকশানাৰ কণ্ঠস্বৰ শুনিম ভবাই নাছিলোঁ।
যাহওক, মই নিশ্চিত হ'ব পাৰিলোঁ। যে মই ভবাৰ নিচিনাকৈয়ে আঁচনি সমাধা হৈছে।
মই টেপৰেকৰ্ডাৰত কথাখিনি আকৌ এবাৰ আওৰালোঁ। ৰুকশানাই দ্বিধাজড়িত কণ্ঠৰে কৈছে মই বৰ বিপদত পৰিছোঁ। তোমাৰ অবিহনে ইহঁতে মোক ৰেহাই

নিদিয়ে।

আমাৰ সাংকেতিক ভাষাত এইয়া আছিল গ্ৰীন ছিগ্নেল। অৰ্থাৎ ৰুকশানাই ইতিমধ্যে শত্ৰুৰ গোপন ব্যেহ্নত কৌশলবে সোমাই পৰিল। এতিয়া ৰুকশানাই যিকোনো মুহূৰ্তত মোৰ আগমন বাঞ্ছা কৰিছে।

ৰুকশানাৰ সাহস আৰু শিয়ান বুদ্ধিৰ ওপৰত মোৰ গভীৰ বিশ্বাস আছে।

মই বুজিলোঁ—গেব্ৰিয়েলৰ দলে ৰুকশানাক জব্দ কৰিবলৈ হয়তো যথেষ্ট কৌশল অবলম্বন কৰিব লগা হৈছিল, ৰুকশানাই নিশ্চয় সহজতে গেব্ৰিয়েলৰ দলক ধৰা দিয়া নাই। কিয়নো অনায়াসে ধৰা দিলে, গেব্ৰিয়েলৰ দলে হয়তো ভাবিব পাৰে—ৰুকশানাৰ এই আনায়াসে পৰাজয়ৰ অন্তৰালত নিশ্চয় কিবা ৰহস্য আছে।

ব্ৰচোনিৰ মাতত মোৰ চমক ভাগিল।

ব্ৰচোনিয়ে মোৰ বাহুবন্ধনৰ পৰা মুকলি হৈ পুনৰ গিলাছটো স্পাৰ্কলিং ওৱাইনৰে পূৰ্ণ কৰি দিলে।

মই পুনৰ ব্ৰচোনিক আঁকোৱালি লৈ গিলাছত চুমুক দিলোঁ।

এসময়ত ব্ৰচোনিৰ নাইটীটো খহি পৰিল...। এনেদৰেই বহু সময় অতিবাহিত হ'ল। যেন একটা দুৰ্যোগপূৰ্ণ নিশা শেষ হ'বলৈ গতি কৰিছিল।

মোৰ মনে কিন্তু বাৰে বাৰে সকীয়াই দিলে—ব্ৰচোনিৰ এই আন্তৰিকতা, এই আকুল আহ্বান আৰু যৌৱন মদিৰাৰ মুকলি বেহাৰ অন্তৰালত কিবা ৰহস্য আছে।

কি সেই ৰহস্য ?

মোক জব্দ কৰা ৰহস্য নহয়তো ?

নে মোক নিঃশেষ কৰাৰ এইয়া এক প্ৰস্তুতি ?

ব্ৰচোনি প্ৰকৃততে গেব্ৰিয়েলৰ দলৰ বুলিয়েই আমি ধাৰণা কৰিছিলোঁ। কিয়নো গেব্ৰিয়েল প্ৰতি নিশাই ইডেন ৰকত আগমনৰ একমাত্ৰ উদ্দেশ্য আছিল ব্ৰচোনি আৰু ব্ৰচোনিৰ যৌৱন।

কিন্তু এই মুহূৰ্তত মোৰ ব্ৰচোনিক ৰহস্যময়ী বুলি ভাবিবৰ মন গৈছে।

ব্ৰচোনিয়ে অৰ্থৰ লোভত গেব্ৰিয়েলক প্ৰতাৰণা কৰি আমাৰ লগত হাত মিলাই-ছিল যদিও এই মুহূৰ্তত ব্ৰচোনিৰ ভাবগতিলৈ চাই কোনো তৃতীয় দলৰ লগত ব্ৰচোনি জড়িত হৈ পৰিছে বুলি মোৰ ভাব হৈছে।

সম্ভৱতঃ ব্ৰচোনিয়েই হোটেল ৰিট্জ কাৰ্লটনত ৰুকশানাৰ অকলশৰে অৱস্থানৰ কথা গেব্ৰিয়েলৰ দলক জনাইছিল।

যাহওক, মই আৰু বেছি চিন্তা কৰিব লগা নহ'ল ; ব্ৰচোনিয়ে ইতিমধ্যে মোৰ বাহু বন্ধনতে গভীৰ নিদ্ৰাত ঢলি পৰিল। মোৰ ওঁঠত হাঁহি বিৰিঙিল —ব্ৰচোনিৰ স্পাৰ্কলিং ওৱাইনৰ গিলাছত মই কৌশলবে দিয়া কোকেনৰ উগ্ৰ টেবলেটটোৱে কামত দিলে—ব্ৰচোনিৰ গালত টোকৰ মাৰি চালোঁ। নাই,

একেবাৰে গভীৰ নিদ্ৰা।

মই ব্ৰচেনিক মোৰ বাহুৰ বন্ধনৰ পৰা দাঙি নি বিছনাত শুৱাই দি কাপোৰেৰে সৰ্বাংগ ঢাকি দিলোঁ।

হাতত সময় নিচেই তাকৰ—মই এই মুহূৰ্ততে এই স্থান ত্যাগ কৰিব লাগিব, কিয়নো শত্ৰুৰ দলে নিশ্চয় মোৰ ভাবগতিৰ ওপৰত দৃষ্টি ৰাখিছে।

এইবাৰ মই ক্ষীপ্ৰ হাতেৰে ব্ৰচেনিৰ এপাৰ্টমেণ্টটোৰ বিভিন্ন চুক-কোণ চলাথ কৰিলোঁ।

ৱাৰ্ড্ৰ'বৰ ধাৰেবৰণীয়া সাজ-সজ্জাৰ মাজত এটা মেক বিশ্ৰেট অট'মেটিক আৰু এখন ছাইফাৰ মেছেজ উদ্ধাৰ কৰি উৎফুল্লিত হৈ পৰিলোঁ।

মই ছাইফাৰ মেছেজ পকেটত ললোঁ। এনেদৰেই খন্তেক অতিবাহিত হ'ল—হঠাতে মোৰ কাণত পৰিল বাহিৰৰ কৰিড'ৰত মৃদু পদশব্দ।

কোন হ'ব পাৰে? নিশ্চয় মোৰ সংঘৰ্ষৰ সময় উপস্থিত হ'ল।

এক মুহূৰ্ত—মই পৰিস্থিতি অধ্যয়ন কৰিবলৈ ৱাৰ্ড্ৰ'বৰ পিছফালে থিতাপি ললোঁ।

মোৰ হাতত কল্ট কব্ৰা জাগ্ৰত হৈ ৰ'ল।

এটা খুট্ শব্দ—ব্ৰচেনিৰ কমৰ প্ৰবেশদ্বাৰ সামান্য ফাঁক হ'ল—এটা ক'লা গ্লাভ্‌ছ পিন্ধা বৃহৎ হাত দুৱাৰৰ ফাঁকেদি ভিতৰ সোমাল, হাতত এখন চুৰিৰ চিকমিকনি।

মই চকুৰ পলকতে কমৰ সামান্য পোহৰত শূন্যত এটা চিক্‌মিকনি দেখিলোঁ। তাৰ পিছ মুহূৰ্ততে বিছনাত গভীৰ নিদ্ৰাত থকা ব্ৰচেনিৰ বুকুত চুৰিয়ে বিন্ধি পেলালে।

টোপনিতে ব্ৰচেনিয়ে সামান্য লৰচৰ কৰি চিৰ নিদ্ৰাত ঢলি পৰিল।

দুৱাৰ বন্ধ হ'ল—এইবাৰ আগন্তুকৰ উভতি যোৱাৰ পদশব্দ।

মুহূৰ্ততে কেনেকৈ এটা হত্যাকাণ্ড ঘটি গ'ল মই তৰ্কিবই নোৱাৰিলোঁ।

মই এতিয়াহে বুজিলোঁ—ব্ৰচেনিয়ে মোক ইমান আদৰ কৰাৰ কি অৰ্থ। নিশ্চয় এই হত্যাকাণ্ডৰ লক্ষ্য আছিলোঁ মই। কিন্তু ব্ৰচেনিক ড্ৰিংকছৰ লগত কোকেন মিলাই গভীৰ নিদ্ৰাত পেলোৱা বুদ্ধিৰ উদ্ৰেক নোহোৱা হলে—হয়তো এই অব্যৰ্থ চুৰিৰ লক্ষ্যত পৰিলোঁহেতেন মই।

হয়তো পূৰ্বৰ আঁচনি অনুযায়ীয়েই অজান আততায়ীয়ে মই বুলিয়েই ব্ৰচেনিক নিহত কৰিলে। যাহওক ভাগ্যৰ বলতে এইবাৰলৈ নিস্তাৰ পালোঁ।

কিন্তু মোৰ মনত প্ৰশ্ন হ'ল—হত্যাকাৰী কোন?

গেব্ৰিয়েল বা মান্দাৰাছে, মোৰ দ্বাৰা সাগৰীয় জাহাজ কিউ· বি· ডোবিনাৰ দুৰ্ভেদ্য ষ্ট্ৰংৰুমত থকা ডায়মণ্ড নৃশংস এলেন ৰবৰ কবলৰ পৰা উদ্ধাৰ কৰিবলৈ আঁচনি তৈয়াৰ কৰি ৰাখিছে।

সেয়ে সিহঁত ককশানাক জব্দ কৰিছে, যাতে—ককশানাক উদ্ধাৰ কৰিবলৈ

গৈ ময়ো মান্দাৰাছৰ হাতত ধৰা দিও'।

তাৰপিছত এবাৰ মান্দাৰাছৰ চক্ৰবেহু্ত সোমাই লোৱাৰ পিছত কিউ· বি· ডোৰিনাৰ ডায়মণ্ড উদ্ধাৰ অথবা মৃত্যুক আঁকোৱালি লোৱাৰ বাহিৰে আমাৰ গত্যন্তৰ নাথাকিব।

তাৰমানে আমাৰ এই অভিযানত কোনো তৃতীয় দলৰ আবিৰ্ভাৱ নিশ্চয় ঘটিছে। ৰ্চেনিৰ দ্বাৰা মোক হত্যা কৰিবলৈ কৰা চেষ্টাই তাৰ প্ৰমাণ।

কিন্তু কোন এই তৃতীয় দল ·· ???

হাইফাৰ উপকূলৰ হুলস্থূলীয়া পৰিবেশে মোৰ মনটো বিভ্ৰান্ত কৰিলে।

মই হাইফাত উপবিষ্ট হোৱা বেছি সময় হোৱা নাই।

অলপ পিছতে মই গেব্ৰিয়েলৰ এই গোপন আড্ডাত প্ৰবেশ কৰিম। মোৰ ধাৰণা গেব্ৰিয়েলৰ এই আড্ডাতে ৰুকশানাকো জব্দ কৰি ৰাখিছে।

কিন্তু তাৰ আগতে মই ইবন পাজাজক লগ পাব লাগিব। ইবন পাজাজৰ পৰামৰ্শ ক্ৰমেহে মই ভৱিষ্যৎ আঁচনিৰ চূড়ান্ত সিদ্ধান্ত ল'ম।

হাইফাৰ উপকূলত অসংলগ্ন দোকানৰ লানি। যেনিতেনি থিয় হোৱা চাপৰ চাপৰ ফলমূলৰ দোকানবোৰত গ্ৰাহকৰ ভীৰ যথেষ্ট। তাতেই যুৱতী বিক্ৰেতা-সকলৰ লগত নতুন মুখৰ গ্ৰাহকসকলে নিশ্চয় কিবা আমেজ পাইছে।

অধিক সংখ্যক গ্ৰাহকেই টুৰিষ্ট।

টুৰিষ্টসকলৰ বাবে হাইফাৰ ঐতিহাসিক মূল্য সম্ভৱতঃ একো নাই; কিন্তু হাইফাৰ অন্ধকাৰ জগতত যি সীমাহীন অবৈধ কাৰ্য নিতৌ ঘটিব লাগিছে, সেই কথাত কাৰো দ্বিমত নাই।

হয়তো টুৰিষ্টৰ ছদ্মবেশত বহুতো নাৰী অপহৰণকাৰীৰ সঘনে হাইফালৈ সমাগম ঘটে।

যিহেতু হাইফাৰ নাৰীৰ বজাৰৰ যথেষ্ট দুৰ্নাম আছে।

হাইফাৰ উপকূলৰ এই চাপৰ অসংলগ্ন ফলমূলৰ দোকানবোৰৰ পিছফালেই এক বিস্তীৰ্ণ ৰে'ডলাইট এলেকা।

ইয়াত দিনে-নিশাই আদিম ব্যৱসায় চলায় একশ্ৰেণী লোক।

মদ, নাৰী, জুৱা হাইফাৰ ৰে'ডলাইট এলেকাৰ বিশেষত্ব। এই ৰে'ডলাইট এলেকাৰ অধিকাংশ গ্ৰাহকেই বিদেশী টুৰিষ্ট।

এই এলেকাৰ আন এটা বিশেষত্ব—হত্যা-লুট।

হাইফাৰ ৰে'ডলাইট এলেকাৰ অৰ্ধ উলংগ নাৰীৰ প্ৰৰোচনাত জুলাকলা হোৱা বহুতো বিদেশী টুৰিষ্টে অৱশেষত মৃত্যুক আঁকোৱালি লোৱা সচৰাচৰ ঘটনা।

মই খন্তেক চাৰিওফালৰ হুলস্থূলীয়া পৰিবেশ আৰু পৰিস্থিতি অধ্যয়ন

কৰিলোঁ। মোৰ সূক্ষ্ম দৃষ্টিত কোনো পৰা নাই—নাই—সম্ভবতঃ মোৰ হাইফাত উপস্থিতি এতিয়াও শত্ৰুদলৰ অজ্ঞাত।

মই ধীৰ পদক্ষেপৰে এখন ৰেষ্টুৰাঁত প্ৰৱেশ কৰিলোঁ। কোনো ফালে দৃষ্টি নিদিয়াকৈ মই এচুকৰ আসন ললোঁ।

ৰেষ্টুৰাঁখনৰ বিসদৃশ হুলস্থুলীয়া পৰিবেশে এই মুহূৰ্তত মোক বিতত কৰি তুলিছিল যদিও ইবন পাজ্জাজক লগ পাবৰ হ'লে মই ইয়াত অপেক্ষা কৰিবই লাগিব।

সম্ভবতঃ ইবন পাজ্জাজে মোৰ আগমনৰ খবৰ নিৰ্দিষ্ট সময়তে পাইছে।

ৰেষ্টুৰাঁৰ পৰিবেশনকাৰী মহিলা এগৰাকীয়ে মোৰ সম্মুখত এগিলাচ কফি ৰাখিলে।

মই ধীৰে সুস্থিৰে কফিত চুমুক দি কিছু সময় অতিবাহিত কৰিলোঁ। সম্ভবতঃ মই চিন্তাত বিভ্ৰান্ত হৈ আছিলোঁ।

হঠাতে লক্ষ্য কৰিলোঁ মোৰ সম্মুখৰ আসনত এগৰাকী যুবতীয়ে আসন গ্ৰহণ কৰিলে। যুবতীৰ দৃষ্টিত উদাসীনতা বিৰাজমান যদিও মোৰ ভাব হ'ল—যুবতীয়ে মোৰ সম্মুখৰ আসন গ্ৰহণ কৰাৰ অন্তৰালত উদ্দেশ্য নিহিত আছে।

মই লক্ষ্য কৰিলোঁ—যুবতীৰ বেশভূষা তেনেই অশালীন। যুবতীৰ অৰ্দ্ধ উলংগ বেশভূষাই ৰেষ্টুৰাঁৰ অন্যান্য গ্ৰাহককো ইতিমধ্যে আকৰ্ষণ কৰিছিল।

কিন্তু মই আৰু অধিক চিন্তা কৰিব লগা নহ'ল। মোৰ সম্মুখত এগৰাকী আদহীয়া মহিলা উপস্থিত হ'ল।

মহিলাগৰাকীয়ে মোক চকুৰ ঠাৰেৰেই ভিতৰলৈ আহ্বান জনালে।

মই এক মুহূৰ্তও বিলম্ব নকৰাকৈ মহিলাগৰাকীক অনুসৰণ কৰিলোঁ। অৱশ্যে মই আসন এৰাৰ আগ মুহূৰ্তত মোৰ সম্মুখত আসন গ্ৰহণ কৰা যুবতীৰ প্ৰতি তীব্ৰ কটাক্ষ হানি এটা ফ্লায়িং কিচ এৰি দিলোঁ।

ৰেষ্টুৰাঁৰ বিসদৃশ হুলস্থুলীয়া পৰিবেশ অতিক্ৰম কৰি পিছফালৰ চাপৰ দুৱাৰখনেদি অন্তৰ্দেশত ভৰি দিয়েই মোৰ ভাব হ'ল—মই যেন এইমাত্ৰ আন এখন ৰাজ্যত প্ৰৱেশ কৰিলোঁ।

এনেধৰণৰ মনোমোহা প্ৰমিলাৰ ৰাজ্যৰ বাবেই হাইফা টুৰিষ্টসকলৰ আকৰ্ষণৰ বস্তু।

অৱশ্যে, আজি কেইবছৰমান আগতে মই হাইফাৰ এনে এক প্ৰমিলা ৰাজ্যতে ভালেমান দিন অজ্ঞাতবাসত আছিলোঁ—কিয়নো তেতিয়া মধ্য প্ৰাচ্যৰ ইণ্টাৰনেল ছিকিউৰিটিৰ বিশেষ বাহিনী, ইউনাইটেড ষ্টেটছ বুৰ' অৱ নাৰ্কোটিক্‌ছ আৰু ইণ্টাৰপ'লৰ সহযোগত মধ্যপ্ৰাচ্যৰ অন্ধকাৰ জগতৰ অবৈধ কাৰ্য-কলাপ মষিমুৰ কৰিবলৈ উঠিপৰি লাগিছিল।

ছিকিউৰিটি ফৰ্চৰ ছাৰ মোছিনগানৰ লক্ষ্যৰপৰা কথমপি নিজকে উদ্ধাৰ কৰি মই কিছুদিনৰ বাবে হাইফাৰ এনে এক প্ৰমিলা ৰাজ্যতে তাপমাৰি ৰৈছিলোঁ।

মোৰ মনত পৰিলে এতিয়াও হাঁহি উঠে—সেই কম সময়ৰ ভিতৰতে হাইফাৰ ৰে'ডলাইট এলেকাৰ কেইবাগৰাকীও বিখ্যাত 'কল গাৰ্ল' মোৰ কবলত পৰিছিল। মোৰ মিঠা কথাত ভোল গৈ এই সুন্দৰী 'কল গাৰ্ল' কেইগৰাকীয়ে উজ্জ্বল ভৱিষ্যতৰ সপোন দেখিছিল—সুন্দৰী কেইগৰাকীয়ে কল্পনাই কৰা নাছিল যে —মই নাৰী অপহৰণকাৰী পিটাৰ ল ফৰ্ডক উচ্চদামত সেই সুন্দৰী কেইগৰাকীক বিক্ৰী কৰাৰ আঁচনি তলে তলে কৰিছিলোঁ।

এই প্ৰমিলা ৰাজ্যত প্ৰবেশ কৰিয়েই মোৰ পুৰণি কথা মনত পৰিল।

মোৰ দৃষ্টিত পৰিল—ভিতৰত এই প্ৰমিলা ৰাজ্যত গ্ৰাহকৰ ভীৰ এতিয়াও যথেষ্ট হোৱা নাই।

ঠেক নিছিগা দুশাৰী দীঘলীয়া ঘৰ। প্ৰতিখন প্ৰবেশদ্বাৰৰ সম্মুখত বিভিন্ন ভঙ্গিমাত অৰ্ধ উলংগ যুৱতী। যুৱতীৰ দৃষ্টিত আকুল আহ্বান, দেহত কামনাৰ লালসা।

এইখনেই ইবন পাজাজৰ সাম্ৰাজ্য। ইবন পাজাজে এই অবৈধ ব্যৱসায়ৰ আলমত আৰ্জন কৰে প্ৰভূত ধন।

বেচেৰাই নহ'লে কৰিবই বা কি—এখন ভবিৰেতো ইবন পাজাজে পূৰ্বৰ দৰে সহস্ৰ সহস্ৰ পুলিচৰ সম্মুখত জঁপিয়াই পৰিব নোৱাৰে।

ছানফ্ৰান্সিছকোৰ হাইবৰ্ণিয়া বেংক লুট কৰিবলৈ গৈ কেইবছৰ মান আগতে দুৰ্ধৰ্ষ ইবন পাজাজে পুলিচ সংঘৰ্ষত এটা ভৰি হেৰুৱাইছিল।

এটা ভৰিৰ অবিহনে ইবন পাজাজ কিছুদিন হতাশাত ডুব গৈছিল।

কিন্তু সময় অতিক্ৰম হোৱাৰ লগে লগে ইবন পাজাজে পূৰ্বৰ মনোবল পুনৰ ঘূৰাই পাইছিল। আৰু তাৰপিছতে অৰ্থ উপাৰ্জনৰ অন্যতম পথ হিচাপে এই ব্যৱসায় আৰম্ভ কৰিছিল—হাইফাৰ এই ৰে'ডলাইট এলেকাত।

নাৰীৰ ব্যৱসায়ে ইবন পাজাজক আনি দিছিল—কম আয়াসতে প্ৰচুৰ ধন।

বহি বহিয়েই পাজাজে পৰিচালনা কৰে—অন্ধকাৰ জগতৰ এই প্ৰমিলা সাম্ৰাজ্য, য'ত সমবেত হয় একাধিক অবৈধ প্ৰক্ৰিয়াৰে সমৃদ্ধ লোক।

কিন্তু সামান্য অধিক উৎসুকতা প্ৰকাশ কৰিবলৈ গ'লেই এই সাম্ৰাজ্যৰ অধিপতি নৃশংস ইবন পাজাজৰ পাইথনৰ বুলেট বুকুপাতি লোৱাৰ বাহিৰে গত্যন্তৰ নাই।

মই জানো ইবন পাজাজৰ নৃশংসতা। ইবন পাজাজে এবাৰ ট্ৰিগাৰত আঙুলি লগালে—এক ডজন মানুহৰ বুকুত লক্ষ্য স্থিৰ কৰিব নোৱাৰালৈকে তৃষ্ণা দূৰ নহয় হেনো। ইবন পাজাজৰ নৃশংসতাৰ বহুতো কাহিনী এতিয়াও মধ্যপ্ৰাচ্যৰ মানুহৰ মুখে মুখে। এসময়ত ইবন পাজাজ 'দি এংগ্ৰি টাইগাৰ' নামেৰেহে বিখ্যাত আছিল। ইবন পাজাজৰ পাইথনে একে নিশাই পোন্ধৰটা মানুহ নিহত কৰাৰ ৰেকৰ্ড আছে।

এসময়ত ইবন পাজাজৰ নামত মধ্যপ্ৰাচ্যত মানুহৰ চকুৰ টোপনি হৰিছিল।

সেই 'এংগ্ৰ টাইগাৰ' পাজ্জাজে আজি হাইফাত বহি এক উত্তেজনাহীন জীবন নিৰ্বাহ কৰিবলৈ বাধ্য হৈছে। ভাগ্যৰ কি পৰিহাস।

মোৰ আগমনত ইবন পাজ্জাজে উল্লাসত চিঞৰি উঠিল—এছ. কে. জি দি গ্ৰেট।

—আহা মাই দিয়েৰ, আজি মোৰ কি সৌভাগ্য?

মই লক্ষ্য কৰিলোঁ, ইবন পাজ্জাজৰ সেই কদাকাৰ থুলন্তৰ দেহত অকণো পোটোকা পৰা নাই। এখন ভৰিৰ অবিহনেও মানুহটো এতিয়াও তৎকৰ্মা হৈয়ে আছে বুলিয়েই মোৰ ভাব হ'ল। সোঁগালৰ আৰু বাহুৰ বুলেটৰ দাগ এতিয়াও সুস্পষ্ট। হাঁহিটোও এতিয়াও আগৰদৰেই বীভৎস।

মই কোনো পাতনি নেমেলাকৈয়ে ব্ৰচেনিৰ ৱাৰ্ডৰ'বত উদ্ধাৰ কৰা ছাইফাৰ মেছেজটো পাজ্জাজৰ হাতত অৰ্পণ কৰিলোঁ। বন্ধু, এই ছাইফাৰ মেছেজৰ অবোধ্য ভাষা মই এতিয়াও উদ্ধাৰ কৰিব পৰা নাই—যদি তুমি অলপ সহায় কৰা......।

ইবন পাজ্জাজে খন্তেক নীৰৱে ছাইফাৰ মেছেজটোৰ ওপৰত চকু ফুৰালে। তাৰ পিছত অবজ্ঞাৰে ছাইফাৰ মেছেজটো ফ্ল'ৰত পেলাই দি ক'লে—এই মেছেজটোৰ এতিয়া আৰু কোনো অৰ্থ নাই, যিহেতু তুমি এতিয়াও জীবিত। কোনো এক সাগৰীয় জাহাজৰ লোকে তোমাক হত্যা কৰিবলৈ দিয়া নিৰ্দেশ ছাইফাৰ মেছেজটোত আছে।

জাহাজৰ লোক?

তাৰমানে মোৰ সন্দেহ সঁচা যে ব্ৰচেনিয়ে আমাক আৰু গেব্ৰিয়েলৰ দলকো প্ৰতাৰণা কৰি অৰ্থৰ লোভত কোনো তৃতীয় দলৰ লগতো সংযোগ ঘটাইছিল!

এইবাৰ মই ইবন পাজ্জাজৰ আগত মোক কেন্দ্ৰ কৰি গঢ়ি উঠা চক্ৰান্তত মই কেনেদৰে জড়িত হৈ পৰিছিলোঁ আদ্যোপান্ত ক'লোঁ।

মোৰ কথা একান্তমনে শুনি ইবন পাজ্জাজে সেই বীভৎস হাঁহি আৰম্ভ কৰিলে—তুমি চিন্তা নকৰিবা এছ. কে. জি—মই ঘূণীয়া হৈ পূৰ্বৰদৰে সক্ৰিয় হ'ব নোৱাৰিলেও মোৰ কৰ্মঠ সহযোগীসকলৰপৰা তুমি সকলো ক্ষেত্ৰতে সহযোগ পাবা।

এছ. কে জি! এটা প্ৰথমে জানি লোৱা—তোমাক জলদস্যু এলেন ৰ'বৰ দলৰ লোকে হত্যাৰ চেষ্টা চলাইছে।

এলেন ৰ'বৰ ধাৰণা হৈছে তুমি মান্দাৰাচ আফ্লাকৰ লগ লাগি কিউ. বি. ডোবিনাৰ খ্ৰংৰুমৰপৰা তিনিলাখ পাউণ্ডৰ ডায়মণ্ড অপহৰণৰ চেষ্টা চলাবা। কিন্তু মান্দাৰাচক তুমি সহায় নকৰিলে মান্দাৰাচৰ নিজৰ বুদ্ধিৰে সেই ডায়মণ্ড অপহৰণৰ চেষ্টা নচলাব বুলিয়েই এলেন ৰ'বৰ ধাৰণা।

সেয়ে এলেন ৰ'বে তোমাক হত্যাৰ চেষ্টা চলাইছে, যাতে মান্দাৰাচ আফ্লাকৰ লগত সম্ভাব্য সংঘৰ্ষৰ পৰা ৰেহাই পায়।

এলেন ৰ'বৰ নিৰ্দেশতে ব্ৰচেনিয়ে হেমাৰ্কেট স্কোৱেৰৰ নিজৰ এপাৰ্টমেণ্টত

তোমাক জব্দ কৰাৰ চেষ্টা কৰি দৈবদুৰ্বিপাকত নিজৰ লোকৰ হাতত‍ে নিহত হ'ল।

মোৰ হঠাতে মনত পৰিল—ইডেন ৰ'কৰ ক্লককমত চুৰিবিদ্ধ ৰচোনিৰ কথা। সেই ৰহস্য উদ্ধাৰৰ এই পৰ্যন্ত মই সূত্ৰ‌ৰাই পোৱা নাই। কিয়নো ইডেন ৰ'কৰ ক্লককমত আৰু হেমাৰ্কেট স্কোৱেৰৰ ৰচোনিৰ এপাৰ্টমেণ্টত ৰচোনিক মই দুবাৰ চুৰিবিদ্ধ হৈ মৃত্যুক আঁকোৱালি লোৱা দেখিলোঁ।

মোৰ মনৰ সন্দেহ ইবন পাজাজৰ আগত ব্যক্ত কৰিলোঁ—কিন্তু পাজাজ! ৰচোনিৰ মৃত্যু প্ৰথমবাৰৰ বাবে প্ৰখ্যাত নাইটক্লাব ইডেন ৰ'কৰ ক্লকৰুমত দেখাৰ পিছত দ্বিতীয়বাৰ হেমাৰ্কেট স্কোৱেৰৰ ৰচোনিৰ নিজৰ এপাৰ্টমেণ্টত দেখি মই হতবাক হৈছোঁ—ইয়াৰ অন্তৰালত ৰহস্য কি ?

মাই দিয়াৰ এছ. কে. জি! ৰহস্য একো নাই—ৰচোনিৰ লগত গেব্ৰিয়েলৰ অন্তৰংগতা যথেষ্ট আছিল যদিও ৰচোনি লোভত অন্ধ হৈ পৰিছিল। সেয়ে ৰচোনিয়ে অৰ্থৰ লোভত গেব্ৰিয়েলক প্ৰতাৰণা কৰি তোমাক আৰু অৱশেষত মান্দাৰাচ আক্লাকৰ লগত হাত মিলাইছিল।

গেব্ৰিয়েলে ৰচোনিৰ এই বিশ্বাসঘাতকতাৰ পৰিণাম স্বৰূপে মৃত্যুদণ্ডৰে পুৰস্কৃত কৰিব খুজিছিল।

উত্তেজনাৰ বশবৰ্তী হৈ ইডেন ৰ'কৰ ক্লককমত ৰচোনিক নিহত কৰি গেব্ৰিয়েলে যেতিয়া মেৰুণ ৰঙৰ ছেৰ্ৰেলখনত উঠি তীব্ৰগতিত উধাও হৈছিল, তেতিয়া গেব্ৰিয়েলে এবাৰলৈও ভবা নাছিল যে—ৰচোনি বুলি ইডেন ৰ'কত ৰচোনিৰ সহযোগী ফ্ৰামিকোকেহে নিহত কৰিলে।

তুমিও ৰচোনিৰ ক্লককমত অলপ আগতে নৃত্যৰ সামৰণি মৰা ৰচোনিক বিচাৰি গৈ নৃত্যৰ সাজতে নিহত অৱস্থাত ফ্ৰামিকোক দেখি একেটা ভুলেই কৰিলা। তুমিও নিশ্চিত হলা—ৰচোনি নিহত হৈছে।

—সঁচাকৈয়ে পাজাজ, স্বীকাৰ কৰিব লাগিব—লণ্ডনত সেই অভিশপ্ত নিশাটো মই যথেষ্ট ৰহস্যৰ মেৰপেচত সোমাই পৰিছিলোঁ।

কিন্তু পৰবৰ্তী অধ্যায়ৰ বাবে সম্প্ৰতি তোমাৰ সাহায্যৰ একান্ত আৱশ্যক। বন্ধু, এতিয়া মোৰ প্ৰধান অন্তৰায় হৈছে—সেই স্কাউণ্ড্ৰেল মান্দাৰাছ। তাতেই মান্দাৰাছৰ এতিয়া সোঁহাত স্বৰূপ হৈ পৰিছে গেব্ৰিয়েল। গতিকে গেব্ৰিয়েলৰ আগমনত মান্দাৰাছৰ দলৰ যথেষ্ট শক্তি বৃদ্ধি পালে। আনহাতে মোৰ এতিয়া আন আৰু এটা প্ৰথম দায়িত্ব আহি পৰিছে—ৰুকশানাৰ উদ্ধাৰ।

এইবাৰ মোৰ কথাত ইবন পাজাজে উচ্চস্বৰত হাঁহি উঠিল—এছ. কে. জি। তুমি দেখিছোঁ ৰুকশানাৰ অপহৰণত চিন্তা শক্তিও হেৰুৱাই পেলাইছা। শুনা এছ. কে. জি মোতকৈও তুমি ভালদৰে জানা—ৰুকশানাৰ অপৰিসীম প্ৰত্যুতপন্নমতিতা কাৰ্যকুশলতা। মান্দাৰাচ অথবা গেব্ৰিয়েল ৰুকশানাক জব্দ কৰিব নোৱাৰিলে-হেতেন—যদিহে ৰুকশানাই নিজেই গেব্ৰিয়েলৰ হাতত ধৰা নিদিলেহেঁতেন।

—পাজাজ,—সেই ক্ষেত্ৰত মন্নো নিশ্চিত, ৰুকশানাৰ শক্তিৰ ওচৰত সহজে তিষ্ঠা সহজ নহয়।

—তেনেহ'লে এছ. কে জি! ৰুকশানাই মান্দাবাচ আৰু গেব্ৰিয়েলৰ দলকে ধৰা দিয়াৰ অন্তৰালত কি উদ্দেশ্য নিহিত আছে, সেই কথা তুমি নিশ্চয় অনুমান কৰি ল'ব পাৰিছা ?

ৰুকশানা এতিয়া মান্দাৰাছ আৰু গেব্ৰিয়েলৰ হাতত জব্দ। মান্দাৰাছে ভাবিছে —ৰুকশানাক মান্দাৰাছৰ কবলৰ পৰা উদ্ধাৰ কৰিবলৈ তুমি নিঃসন্দেহে মান্দাৰাছে পতা জালত ভৰি দিবা। মান্দাৰাছে তোমাকো জব্দ কৰিব পাৰিলে— তোমালোকক নিয়োগ কৰিব দুৰ্ধৰ্ষ জলদস্যু এলেন ৰ'বৰ কিউ বি. ডোৰিনাৰ পৰা ডায়মণ্ড উদ্ধাৰৰ কামত।

মান্দাৰাছৰ কথাত যদি তুমি পতিয়ন নোযোৱা, তেতিয়া তোমাৰ আৰু ৰুকশানাৰ প্ৰাণৰ সংশয়ো উপস্থিত হ'ব যে তাত কোনো সন্দেহ নাই।

মান্দাৰাছৰ হেঁচাত পৰি তুমি যদি মৃত্যুপণ কৰি কিউ. বি. ডোৰিনাৰ দুৰ্ভেদ্য ষ্ট্ৰংৰুমৰ পৰা ত্ৰিশলাখ পাউণ্ডৰ সেই ডায়মণ্ড উধাও কৰিবলৈ সমৰ্থ হোৱাও, তেতিয়াহ'লেও সেই ডায়মণ্ড বিনা কষ্টেই মান্দাৰাছৰ হাতলৈ যাবগৈ।

সেয়ে এছ. কে. জি. এই ইবন পাজাজৰ মূৰত এটা নতুন কৌশলৰ উদয় হৈছে। ৰুকশানাৰ উদ্ধাৰৰ বাবে মান্দাৰাছে পতা জালত তুমি ভৰি দিবা বুলি মান্দাৰাছ নিশ্চিত। গতিকে মান্দাৰাছ নিশ্চয় অধীৰ অপেক্ষাৰে তোমাৰ আগমনলৈ বাট চাব।

আনহাতে কিউ. বি. ডোৰিনাৰ নৃশংস জলদস্যু এলেন ৰ'ব আৰু এলেন ৰ'বৰ দলৰ শিয়ান দৃষ্টি নিশ্চয় এতিয়া মান্দাৰাছৰ ওপৰত। সিহঁতৰ বদ্ধ ধাৰণা— যিহেতু ৰুকশানা মান্দাৰাছৰ বন্দী—গতিকে তুমি ৰুকশানাৰ উদ্ধাৰৰ বাবে মান্দাৰাছৰ লগত বাধ্য হৈয়েই হাত মিলাবা।

এছ কে. জি!—আমি এই সুযোগ গ্ৰহণ কৰিম। চিন্তাৰ কোনো কাৰণ নাই এছ. কে. জি—মোৰ ধুৰন্ধৰ সহযোগীসকলে আমাৰ এই নতুন অভিযানৰ বাবে সকলো ব্যৱস্থা কৰিয়েই ৰাখিছে।

কিউ বি. ডোৰিনাই আফ্ৰিকাৰ পূব উপকূলেদি ৰেড ছি হৈ ছুয়েজত প্ৰবেশ কৰিব। কিন্তু মাই দিয়াৰ! তাৰ আগতেই কিউ. বি. ডোৰিনাৰ পৰা ডায়মণ্ড উধাও হ'ল।

—কিন্তু কেনেকৈ ?

—পৰ্ট চৈয়দত দহ হাজাৰ টন ওজনৰ মালবাহী সাগৰীয় জাহাজ 'বুলবিছে' আজি নিশা লংগৰ পেলাব।

এই বুলবিচত বিৰাজ কৰিছে—মোৰ বহুগুণী সহযোগী ফ্ৰেংকলিনে তৈয়াৰ কৰা টৰ্পেড' সদৃশ পানীৰ তলত চলা তীব্ৰবেগী এখন তেনেই সৰু যান। এই তীব্ৰবেগী সৰু যান খনৰ আমি নাম দিছো 'টৰ-নে-দ'। এই টৰ-নে-দ'ত যেনে

তেনে দুজন মানুহ যাব পাৰে। টৰ-নে-দ'খনত অত্যাধুনিক বহুতো সুব্যৱস্থা সংযোগ কৰা হৈছে।

মোৰ সহযোগী ফ্রেংকালিন আৰু তুমি আজি নিশাই এই টৰ-নে-দ'লৈ সাগৰত ডুব দিবা।

তাৰপিছত কিউ· বি· ডোবিনাৰ তলি ফুটাই ডায়মণ্ড উধাও কৰাৰ সকলো দায়িত্ব তোমাৰ......।

আণ্ডাৰ গ্রাউণ্ড চেয়াৰিংক্রচ ষ্টেচনত ধীৰ গতিত ট্রেইন ৰ'ল।

জকিৰ কাজমীয়ে এক মুহূৰ্ত্তও অপব্যয় নকৰি খৰ খেদাকৈ ট্রেইনৰ পৰা নামিল। অলপ আওহতীয়া ষ্টেচন হ'লেও চেয়াৰিংক্রচ ষ্টেচনত সাধাৰণতে যাত্ৰীৰ ভীৰ যথেষ্ট।

জকিৰ কাজমীয়ে - যাত্রীৰ ভীৰ ঠেলি — আণ্ডাৰ গ্রাউণ্ড চেয়াৰিংক্রচ ষ্টেচনৰ ওপৰৈ া উঠা লিফ্‌টত উঠিল।

জকিৰ কাজমীৰ কপালত বিন্দু বিন্দু ঘাম। কিন্তু এটা দুর্ভাবনাত যেন মানুহটো শেঁতা পৰি গৈছে।

জকিৰ কাজমীয়ে ভাবিলে—দুর্ঘটনা অতিক্রম হোৱা যথেষ্ট সময় উকলিল। কিন্তু জকিৰৰ উত্তেজনাৰ এতিয়াও শাম কটা নাই। ইমান সময়ে পুলিচৰ দৃষ্টিত নপৰাকৈ বাচি থকাটোও ডাঙৰ কথা।

মাত্র বাৰ ঘণ্টাৰ আগতে লা·গাৰ্ডিয়া এয়াৰপৰ্টৰ লাউঞ্জত জকিৰ কাজমীৰ কাষৰ চকী খনত যি জন দীঘল কোট আৰু হেলনীয়া টুপি পিন্ধি থকা লোক বহিছিল সেইজন নিশ্চয় ডিটেকীটভ আছিল। মানুহজনে নিজেই আগ্রহ কৰি জকিৰৰ লগত ভাব গঢ়ি তুলিবলৈ চেষ্টা কৰিছিল।

কিন্তু জকিৰ কাজমী ইমান কেঁচা মানুহ নহয়। মানুহজনক দেখিয়েই জকিৰৰ সন্দেহৰ সূত্ৰপাত হৈছিল আৰু জকিৰে কৌশলৰে মানুহজনক এৰাবলৈ চেষ্টা কৰিছিল।

কিন্তু যেতিয়া লা·গাৰ্ডিয়া এয়াৰ পৰ্টৰ টাৰ্মিনেল বিল্ডিংৰ মাইকত বিশেষ ঘোষণাত—ইণ্টাৰপল'ৰ লোকে—এজন হত্যাকাৰী আৰু লুটকাৰীৰ বৰ্ণনা দি সেই হত্যাকাৰীক কৰায়ত্ত কৰিবলৈ সকলোৰে সহযোগ আহ্বান কৰিছিল—তেতিয়া জকিৰ কাজমীৰ বুকুৱে দুৰু দুৰু কৰিছিল।

জকিৰ কাজমীয়ে জানে সেই হত্যাকাৰী কোন। সেই হত্যাকাৰী নিঃসন্দেহে হেগানৰ বাহিৰে আন কোনো নহয়।

হেগান জানো কেৱল হত্যাকাৰীয়েই? কেতিয়াও নহয়—হেগান হ'ল অতিশয় চতুৰ লুটকাৰী। হেগানৰ অসীম সাহস আৰু কৌশলৰ লগত কাৰো যেন

তুলনা নহয়। হেগানে ইমান সহজে সকলো কাম সমাধা কৰে যে—মহানগৰীত কোনো অসাধ্য আৰু জটিল ডকাইতি সম্পন্ন হ'লেই পুলিচে সেইয়া হেগানৰ কাম বুলিয়েই ধৰি লয়।

অৱশ্যে হেগানে হত্যা কৰাৰ এটা বিশেষত্ব আছে। হেগানে কোনো লোকক অগত্যা হত্যা কৰিলে হেগানৰ ওৱালথাৰ পি. পি. কে পিস্তলৰ গুলি কেৱল কপালতহে ভেদ কৰে।

হেগানৰ এইটো বিশেষত্ব। হেগানে কপালৰ বাহিৰে কেতিয়াও আনঠাইত গুলি নকৰে - নাকৰ ওপৰত, দুই চেলাউৰিৰ মাজত বুলেটৰ বিন্ধা দেখিলেই, পুলিচে সহজেই কৈ দিয়ে এইয়া হেগানৰ কাম।

কিন্তু হেগানৰ সকলো কাম ইমান নিখুঁত যে—হেগানক জব্দ কৰিব পৰাকৈ আন কোনো প্ৰমাণেই হেগানে নিজৰ কু-কাৰ্যৰ চিনৰূপে থৈ নাযে।

জকিৰ কাজমীয়ে এই হেগানক প্ৰথমে লগ পায়—হাৰ্লেকুইন জেলত। নৰহত্যা আৰু ডকাইতিৰ অপৰাধত হেগানে যাৱৎজীৱন কাৰাদণ্ড পাইছিল।

হেগান আছিল নিৰ্বিকাৰ—যেন একোৱেই হোৱা নাই।

বাহিৰত নিৰ্বিকাৰ হ'লেও—হাৰ্লেকুইন জেল কৰ্তৃপক্ষই সপোনতো ভৰা নাছিল যে, হেগানে জেলৰ পৰা উধাও হোৱা এনে সুন্দৰ পৰিকল্পনা তলে তলে গঢ়ি তুলিছিল।

যিদিনা হেগানে হাৰ্লেকুইন জেলৰ পৰা পলাবলৈ সমৰ্থ হ'ল সেইদিনা জেল কৰ্তৃপক্ষৰ চকু থৰ হৈছিল।

জকিৰ কাজমীয়ে যি কেইদিন হেগানৰ সংস্পৰ্শত আছিল—জকিৰে বুজিছিল—হেগান এটা জিনিয়াচ। জকিৰে তেতিয়াই বুজিছিল—পৃথিৱীৰ কোনো ঠাইত ইমান শক্তিশালী জেল নাই যি হেগানক চিৰজীৱনৰ বাবে জব্দ কৰি ৰাখিব পাৰে। চুটি চাপৰ ক্ষীণকায় মানুহটোৰ মূৰত যে ইমান চতুৰালি লুকাই আছে হেগানৰ কাৰ্য নেদেখিলে বিশ্বাস কৰা টান।

এই হাৰ্লেকুইন জেলতে হেগানেও জকিৰ কাজমীৰ প্ৰতিভাক বুজি পাইছিল।

জকিৰ কাজমী বিশেষকৈ এটা বিষয়ত বিশেষ পাৰ্গত আছিল—সেইটো হৈছে—লকাৰৰ তলা খোলা। যিমানেই শক্তিশালী ভল্ট নহওক, যিমানেই কৌশলপূৰ্ণ তলা নহওক, জকিৰ কাজমীৰ তেনে ভল্টৰ তলা খোলোতে বিশেষ সময়ৰ প্ৰয়োজন নহয়। কাজমীৰ হাতত যেন যাদু আছে। বিশেষ কাৰুকাৰ্য নথকা ভল্টটো কাজমীয়ে মাত্ৰ এটা হেয়াৰ পিনৰ্দি পোন্ধৰ চেকেণ্ডত খুলি পেলাব পাৰে।

হেগানে হাৰ্লেকুইন জেলত কাজমীক লগপাই কাজমীৰ বিশেষত্বৰ কথা জানিব পাৰি—তেতিয়া থিৰাং কৰিছিল—কেতিয়াবা যদি জেলৰ পৰা পলোৱাটো সম্ভৱ হৈ উঠে—তেতিয়া হলে ভল্টৰ তলা খোলা এক্সপাৰ্ট কাজমীক সহযোগী হিচাপে লবই লাগিব।

জকিৰ কাজমীৰ সহযোগ হ'লে—হেগানে মালটি মিলিয়নাৰ সকলৰ শক্তিশালী ভল্টত দৃষ্টি দিবলৈ সহজ সাধ্য হৈ পৰিব।

হাৰ্লেকুইন জেলৰ পৰা হেগানে পলায়ন কৰাৰ পিছত হেগানক লক্ষ্য ৰাখি সমগ্র ৱেষ্টাৰ্ন লিয়েজনে হেগানক জব্দ কৰিবলৈ উঠি পৰি লাগিছিল।

কিন্তু হেগান আছিল বেপৰোৱা। ৱেষ্টাৰ্ন লিয়েজনৰ সহস্র সতর্ক দৃষ্টিকো নেওচি হেগানে নির্বিবাদে আৰু বেপৰোৱাভাৱেই নিজৰ অবৈধ কাৰ্য পূৰ্ণোদ্যমে চলাই গৈছিল। হেগানক কেন্দ্র কৰি সমগ্র ৱেষ্টাৰ্ন লিয়েজনৰ তৰিৎকৰ্মা কর্মকর্তা সকলৰ মাজত হতাশাই গা-কৰি উঠিছিল। আনহাতে চতুৰ হেগানৰ অবৈধ ক্রিয়া দ্বিগুণে বৃদ্ধি পাইছিল।

জকিৰ কাজমী যিদিনা হাৰ্লেকুইন জেলৰ পৰা মুক্ত হৈছিল—সেইদিনা হেগানেও জকিৰ কাজমীক উদ্দেশ্যী হাৰ্লেকুইন জেলৰ আশপাশত উপস্থিত আছিল।

ইয়াৰ পিছত হেগান আৰু জকিৰ কাজমীৰ যুটীয়া প্রচেষ্টাত ব্রাচেলচ, লাক্সেমবুৰ্গ, জুৰিখ, ডাবলিন, ৰোম আদি মহানগৰীত অপৰাধৰ ঘাটি গঢ় লৈছিল। কিছুদিন সান্নিধ্যত থাকিয়েই হেগানে বুজিছিল—জকিৰ কাজমীৰ প্রতিভা বহুমুখী। জকিৰ কাজমী কেৱল শক্তিশালী তলা আৰু ভল্ট খোলাতে পাৰ্গত নহয়, জকিৰ কাজমীৰ হাতখন সুন্দৰ কাৰীকৰী হাত। জকিৰে কোনো বস্তুত ভালকৈ এবাৰ দৃষ্টি দিলে—একেৰূপত সেই বস্তু গঢ়ি তুলিবলৈ জকিৰে অকণো চিন্তা কৰিব লগা নহয়।

জকিৰ কাজমীৰ সহযোগত লাহে লাহে, হেগানৰ সাহস ইমান বৃদ্ধি পালে যে হেগানে নিজৰ লুট কাৰ্য নিয়াৰিকৈ চলাবলৈ কোনো প্রতিবন্ধককে কেৰেপ নকৰা হ'ল। কিন্তু হেগানৰ সেয়ে কাল হ'ল।

চিওলৰ মিলিয়নাৰ এলেক্স মেথিউৰ সুখ্যাতি সৰ্বজনবিদিত। এলেক্স মেথিউৰ স্তূপীকৃত সোণ-ৰূপ, মাণ-মুকুতাক কেন্দ্র কৰি ৰূপকথাৰ নিচিনা বহুতো কাহিনী আছে।

এলেক্স মেথিউৰ এই স্বচ্ছলৰূপ দৃষ্টিত পৰিল হেগানৰ।

হেগানে গঢ়ি তুলিলে এক সুন্দৰ পৰিকল্পনা।

এলেক্স মেথিউৰ আণ্ডাৰ গ্রাউণ্ড ষ্ট্ৰংৰুমৰ তলাখোলাৰ দায়িত্ব ল'লে জকিৰ কাজমীয়ে।

হেগান আৰু জকিৰৰ পৰিকল্পনাত কোনো খুঁত নাছিল।

নির্দিষ্ট দিনৰ নির্দিষ্ট সময়তে হেগানে এলেক্স মেথিউৰ আণ্ডাৰ গ্রাউণ্ড ষ্ট্ৰংৰুমত উপস্থিত হৈছিল।

হেগানৰ সদা জাগ্রত ওৱালথাৰ পি. পি. কেৰ পৰা যি কোনো মুহূৰ্ততে গুলি ওলাবলৈ সাজু হৈ আছিল।

জকিৰ কাজমী এলেক্স মেথিউৰ ষ্ট্ৰংৰুমৰ তলা খোলাত ব্যস্ত আছিল।

জকিৰৰ কপালত বিন্দু বিন্দু ঘাম বিৰিঙিছিল।

হেগানে অধৈৰ্য হৈ মাজে মাজে চিঞৰিছিল—জকিব শীঘ্ৰে কৰা। সময় তেনেই তাকৰ।

জকিবে অশেষ যত্নিও এলেক্স মেথিউৰ ষ্ট্ৰংৰুমৰ দুৱাৰৰ অভাৱনীয় কৌশলৰ আদি অন্ত পোৱাই নাছিল।

এসময়ত হেগানে গৰ্জি উঠিছিল—জকিব, এই সুযোগ হয়তো আৰু কাহানিও নাপাম।

ধীৰ স্থিৰ ভাৱেই জকীবে তলাখেলাৰ চেষ্টা চলাই গৈছিল।

আৰু এটা সময়ত এটা খুত শব্দত হেগান আৰু জকিব দুয়ো উৎফুল্লিত হৈ উঠিছিল। যাহওক অৱশেষত ষ্ট্ৰংৰুমৰ দুৱাৰ খুলিলে।

কিন্তু দুৰ্ভাগ্য—সেই মুহূৰ্ততে সেই আণ্ডাৰ গ্ৰাউণ্ড ষ্ট্ৰংৰুমত প্ৰবেশ কৰিছিল —এলেক্স মেথিউ।

এলেক্স মেথিউৱে এটা টু শব্দও কৰিবলৈ সুযোগ নাপালে—মুহূৰ্তৰ ভিতৰতে হেগানৰ ওৱালথাপ পি, পি কেৰ গুলিয়ে এলেক্স মেথিউৰ কপালত বিন্ধা কৰিছিল আৰু এলেক্স মেথিউ ঠাইতে ধৰাশায়ী হৈছিল।

তাৰ পিছত ওৱাল থাবত এটা ফুঃ মাৰি হেগানে এক মুহূৰ্তও অপব্যয় নকৰি —এলেক্স মেথিউৰ বহু আকাঙ্খিত ধন-সোণ, মণি মুকুতাৰ স্তুপীকৃত ভঁৰালত প্ৰৱেশ কৰিছিল।

কিন্তু সেই মুহূৰ্ততে চাইৰেণৰ এটা বিকৃত শব্দই জকিব কাজমীক সচকিত কৰি তুলিছিল পুলিচ আহিছে।

জকিবে হেগানলৈ চাই এটা ইঙ্গিতপূৰ্ণ সুহুৰি মাৰি—পুলিচৰ কবলৰ পৰা গা-বচাই এলেক্স মেথিউৰ আণ্ডাৰ গ্ৰাউণ্ড ষ্ট্ৰংৰুমৰ পৰা পলাবলৈ উদ্যত হৈছিল।...

লা-গাৰ্ডিয়া এয়াৰপৰ্ট পাইহে জকিব কাজমীয়ে কিছু স্বস্তিৰ উশাহ লৈছিল।

লা-গাৰ্ডিয়া এয়াৰপৰ্টৰ টাৰ্মিনেল বিল্ডিঙৰ মাইকত ইণ্টাৰ পলৰ বিশেষ ঘোষণাত জকিব কাজমীয়ে বুজিছিল, শেষ মুহূৰ্তত নিশ্চয় হেগানো পলাবলৈ সমৰ্থ হৈছিল।

চেয়াৰিংক্ৰচ ষ্টেচন পাইও জকিব কাজমীৰ উত্তেজনাৰ শেষ হোৱা নাছিল।

জকিব কাজমীৰ বুকুৱে এতিয়াও দুৰু দুৰু কৰিছে।

আণ্ডাৰ গ্ৰাউণ্ড চেয়াৰিংক্ৰচ ষ্টেচনৰ ওপৰলৈ লিফ্টত উঠি জকিব কাজমী আহি পালে নিউবণ্ড ষ্ট্ৰীটত।

ৰাজপথত ভৰি দিহে জকিবে বুজিলে—কিনকিনীয়া বৰষুণে যথেষ্ট ঠাণ্ডা নমাই আনিছে।

নিশাও কিছু অগ্ৰসৰ হৈছে।

সাধাৰণতে নিউবণ্ড ষ্ট্ৰীটত এইখিনি সময়ত মানুহৰ আহবাহ যথেষ্ট থাকে। কিন্তু আজি ব্যতিক্ৰম।

কাজমীয়ে পকেটৰ পৰা—প্লেয়াৰ্চ চিগাৰেটৰ পেকটটো উলিয়াই এটা ওঁঠত ল'লে।

চিগাৰেটৰ এটা দীঘল টানে জ্যাকিৰ শীতৰ কিছু অৱসান ঘটালে।

জ্যাকিৰ কাজমী এইবাৰ মে-ফেয়াৰ ষ্ট্ৰীট হৈ আগবাঢ়িল।

ফুলহম পেলেচ ৰ'ড পাওঁতে বৰফুণৰ মাত্ৰা কিছু বেছি হ'ল। জ্যাকিয়ে থৰ-তকীয়া খোজ পেলালে।

তাৰ পিছত হ'মাৰ স্মিথ ব্ৰিজ ৰ'ড।

আৰু অলপ দূৰ আগবাঢ়িয়েই জ্যাকিয়ে মাদ্ৰে দ্য-কাকাও নাইটক্লাবৰ বাহিৰৰ ৰঙচঙীয়া কাৰুকাৰ্য দেখিলে।

মাদ্ৰে-দ্য-কাকাও এই চাউথ লণ্ডনৰ অপৰাধ জগতৰ যেন উৎপত্তি স্থল। এই মাদ্ৰে-দ্য-কাকাওৰ স্বত্বাধিকাৰী ফিতো ফেৰাৰী এজন নৃশংস মেক্সিকান—যি নিজেই এজন আইনৰ দৃষ্টিত এসময়ৰ অপৰাধী।

মাদ্ৰে-দ্য-কাকাওত নিশা অন্ধকাৰৰ লগে লগে সমবেত হয় পুলিচৰ দৃষ্টিৰ পৰা পলাই ফুৰা অপৰাধ জগতৰ ভালেমান লোক।

কাকাওৰ অভ্যন্তৰৰ সীমিত পোহৰত উপস্থিত লোকসকলৰ ইজনে সিজনৰ মাজত ফুচফুচীয়া মেল। ইজনে যেন সিজনকে সন্দেহ কৰে।

এই নাইটক্লাবৰ আন এক আকৰ্ষণ মাৰিজুৱানা। মাৰিজুৱানাৰ নিচাত উন্মত্ত এচাম লোকো এই মাদ্ৰে-দ্য-কাকাওৰ নিয়মিত গ্ৰাহক।

কাকাওৰ মাৰিজুৱানাৰ নিচাই এচাম উঠি অহা যুৱক-যুৱতীকো যে ৰসাতলে পঠিয়াইছে—সেইয়া কাকাওৰ মাৰিজুৱানা সেৱন কৰা গোপন কক্ষত এবাৰ দৃষ্টি দিলেই সু-প্ৰমাণিত হয়।

পুলিচেও মাজে মাজে মাদ্ৰে-দ্য-কাকাওৰ এনেধৰণৰ অবৈধ ব্যৱসায়ত বাধা দিয়ে। কিন্তু কাকাওৰ অবৈধ কাৰ্য্যৰ কাহানিও অৱসান নহয়।

জ্যাকিৰ কাজমীয়ে ধীৰ পদক্ষেপে মাদ্ৰে-দ্য-কাকাওত প্ৰৱেশ কৰিলে।

জ্যাকিৰ মুখৰ ওপৰ অংশ ঢাকি ধৰা হেলনীয়া টুপিটো আৰু অভাৰ কোটটোত বিন্দু বিন্দু বৰফুণৰ পানীৰ কণিকা।

কাকাওৰ অভ্যন্তৰত ভৰি দি জ্যাকিৰ কাজমীয়ে স্বস্তিৰ নিশ্বাস পেলালে।

মাদ্ৰে-দ্য-কাকাওত সচৰাচৰৰ দৰেই গুৰুগম্ভীৰ পৰিবেশ। সীমিত পোহৰত কাৰো মুখ যেন চিনাৰ উপায় নাই। তাতেই মাৰিজুৱানাৰ ধোঁৱাই গোটেইখন ধূঁৱলি কুঁৱলি কৰি তুলিছে।

কাজমীয়ে পোনে পোনে কাকাওৰ ৰিচেপচন কাউণ্টাৰত প্ৰৱেশ কৰিলেগৈ।

কাকাওৰ ৰিচেপচন কাউণ্টাৰো এটা বিশেষত্ব আছে।

কাকাওত প্ৰৱেশ কৰি ৰিচেপচন কাউণ্টাৰটো কোনোপধ্যেই দৃষ্টিত নপৰে। কিন্তু ৰিচেপচন কাউণ্টাৰত ৰহি কাকাওৰ সকলোদিশতে দৃষ্টি দিবলৈ বিশেষ সুযোগ সুবিধা আছে।

ৰিচেপচন কাউণ্টাৰৰ এই বিশেষত্বৰ বাবেই—মাদ্রে-দ্য-কাকাওত পুলিচ প্ৰৱেশৰ লগে লগে কাকাওৰ অভ্যন্তৰৰ বিশেষ কেইটামান লাইট জ্বলা-নুমা কৰি—পুলিচৰ দৃষ্টিৰ পৰা আঁতৰি থাকিব খোজা সকলক—পুলিচৰ কবলত পৰাৰ আগতে সাৱধান কৰি দিয়া হয়।

মাদ্রে-দ্য-কাকাওত মাৰিজুৱানাত নিচাখোৰ সকলৰ বাবে আনুষঙ্গিক অন্যান্য উপকৰণ মজুত থকাৰ উপৰিও, কাকাওত যিকোনো নিম্নস্তৰৰ নাইটক্লাবৰ দৰেই উপভোগৰ বিবিধ সুবিধা যথেষ্ট আছে। কেৱল ধন ভাঙিলেই কাকাওৰ মজিয়াত যি কোনো মুহূৰ্তত স্বৰ্গসুখ আহি আপোনাক ধৰা দিব।

কিন্তু মাদ্রে-দ্য-কাকাওৰ যিটো বিষয়ত সবাতোকৈ বিশেষত্ব আছে—সেইটো হ'ল মেচেজ সৰবৰাহ। আপুনি কোনো বিশেষ মেচেজ কোনো বিশেষ লোকক দিব খোজে—যিজন বিশেষ লোক কাকাওৰ নিয়মিত গ্ৰাহক—তেওঁ নিৰ্দিষ্ট সময়ত সুকলমেই মেচেজটো পাই যাব। যিমানেই গুৰুত্বপূৰ্ণ মেচেজ নহওক—আপোনাৰ কোনোধৰণৰ চিন্তাৰ কাৰণ নাই—কাকাওত সেই মেচজৰ গুৰুত্ব আৰু গোপনীয়তা সম্পূৰ্ণৰূপে অৱলম্বন কৰা হ'ব।

ৰিচেপচন কাউণ্টাৰত ওঁঠত কিং চাইজ চেণ্টাৰ ফিল্ড চিগাৰেট, টৰটল ৰঙৰ ফিটফিটীয়া হাইনেকৰ চুৰেটাৰ আৰু ব্ৰাণ্ডীৰ ৰঙৰ তেনেই চুটি স্কাৰ্ট পিন্ধি মচলিনৰ পৰ্দাৰ আঁৰত চিন্থিয়া নামৰ যি গৰাকী সুন্দৰী যুৱতী বহি থাকে—সেই যুৱতীক আপুনি সম্পূৰ্ণৰূপে বিশ্বাস কৰিব পাৰে।

আপোনাৰ যিমানেইগুৰুত্বপূৰ্ণ, গোপনীয় মেচেজ নহওক সেই মেচেজ চিন্থিয়াৰ মুখৰ পৰা কোনোপধ্যেই পিচলি পৰাৰ সম্ভাৱনা নাই।

জকিৰ কাজমী ধীৰ পদক্ষেপে—চিন্থিয়াৰ ৰিচেপচন কাউণ্টাৰৰ মচলিনৰ পৰ্দা দাঙি প্ৰৱেশ কৰিলে।

এনি মেচেজ প্লিজ ?

চিন্থিয়াই ওঁঠত হাঁহি বুলাই—জকিৰলৈ এটুকুৰা কাগজ আগবঢ়ালে।

জকিৰ কাজমীয়ে—কাগজত দৃষ্টি দি চকিত দৃষ্টিৰে চিন্থিয়ালৈ চালে।

এই মেচেজ কেতিয়া আহিছিল ? জকিৰৰ মাতত অস্থিৰতা।

যোৱা নিশা। কিন্তু যোৱা নিশা—কেইবা ঠাইতো ফোন কৰিও তোমাৰ লগত সংযোগ কৰাটো সম্ভব হোৱা নাছিল। হয়তো তুমি মহানগৰীৰ পৰা যোৱা নিশা আঁতৰি আছিলা।

জকিৰ কাজমীৰ মনত পৰিল—যোৱা নিশা এইখিনি সময়ত জকিৰে চিওলৰ মাল্‌টি মিলিয়নাৰ এলেক্স মেথিউৰ ভল্ট খোলাত ব্যস্ত আছিল।

কিন্তু ইবন পাজাজৰ এই জৰুৰী টেলেক্সৰ কাৰণ কি—'জুলি পুনৰ অসুস্থ হৈ পৰিছে, তুমি শীঘ্ৰে আহা।' কথাখিনি ক'ডত আহিলেও জকিৰৰ বুজিবলৈ—অকণো অসুবিধা হোৱা নাই। 'জুলি অসুস্থ হৈ পৰিছে, অৰ্থাৎ ইবন পাজাজে পুনৰ নতুনকৈ কিবা লোমহৰ্ষক আঁচনি হাতত লৈছে।

কিবা জটিল আৰ্চনি ন'হলে—ইবন পাজাজৰ সহজে ডাক নপৰে। জকিৰ কাজমীয়ে ইবন পাজাজক ভালদৰেই জানে—এই নৃশংস মানুহটোৰ যেন বুদ্ধিৰ তুলনা নহয়।

জকিৰ কাজমীৰ ইবন পাজাজৰ প্ৰতি সহায়ৰ হাত সদায়েই আছে। তাতেই এলেক্স মেথিউৰ হেগানৰ গুলিত নিহত হোৱাৰ পিছত এতিয়া নিশ্চয় হেগান আৰু জকিৰৰ সন্ধানত পুলিচ পিয়াপি দি ফুৰিছে। গতিকে এতিয়া পুলিচৰ শিয়ান দৃষ্টিৰ পৰা আঁতৰি থাকিবলৈও ইবন পাজাজৰ আমন্ত্ৰণ ৰক্ষা কৰি হাইফালৈ গতি কৰাই শ্ৰেয় হ'ব।

জকিৰ কাজমীৰ অলপ আগৰ উত্তেজনা ইবন পাজাজৰ মেচেজে সম্পূৰ্ণ শাত পেলাই দিলে।

জকিৰ কাজমী কাকাওৰ আণ্ডাৰ গ্ৰাউণ্ড এটা গোপন কেবিনত বহিল। অৰ্ডাৰ দিলে—বুৰ্ব্বোঁ-অন-দা-ৰক্চ।

প্ৰায় নিৰাভৰণ সুন্দৰী ওৱেট্ৰেচ এগৰাকীয়ে জকিৰক বুৰ্বোঁ-অন-দা-ৰক্চ পৰিবেশন কৰিলে।

জকিৰে পানীয়ত ঢোকা মাৰি ভাবিবলৈ ধৰিলে—ইবন পাজাজৰ আমন্ত্ৰণ হঠাতে কিয় আহিল? ইবন পাজাজে কি এনে নতুন আৰ্চনি গ্ৰহণ কৰিছে—যাৰ বাবে জকিৰ কাজমী উপস্থিত হোৱাটো একান্ত বাঞ্ছনীয়?

মাদ্ৰে-দ্য কাকাওত এইখিনি সময়ত লোকে লোকাৰণ্য।

প্ৰায় সকলোৰে উদ্দেশ্য একেটাই—আৰব সুন্দৰী চবিনা আৰু য়াচমিনৰ মনোলোভা নৃত্য উপভোগ। চাউত লণ্ডনৰ এই প্ৰখ্যাত অথচ কুখ্যাত নাইটক্লাবটো সকলোৰে আলোচ্য বস্তু হোৱাৰ অন্যতম কাৰণ—নিত্য নতুন মনোলোভা সুন্দৰীৰ আমদানী।

কাকাওৰ এই সুখ্যাতি অধিক উজ্জ্বল কৰিছে—চবিনা আৰু য়াচমিনৰ আগমনে।

চবিনাৰ তুলনাত য়াচমিন কিছু শান্ত।

কিন্তু চবিনা?

চবিনা যেন—এটা দুৰন্ত চঞ্চল পাহাৰীয়া জুৰি।

চবিনাই সীমিত আবৰণৰে দৰ্শকৰ আগত যেতিয়া ভূমুকি মাৰে—তেতিয়া সদাশয় দৰ্শকৰ মাজত আলোড়নৰ সৃষ্টি হয়।

এটা সময়ত যেতিয়া—কাকাওৰ বেণ্ডত ফক্সট্ৰট বা ৰাম্বাৰ ধ্বনিয়ে শীৰ্ষ বিন্দু পায়—তেতিয়া চবিনাৰ দেহত আৰু কোনো আৱৰণ নাথাকে।

আৰু চবিনাৰ সৌন্দৰ্যত বিমুগ্ধ দৰ্শক উন্মুখ হৈ পৰে—মনোলোভা চবিনাৰ সঙ্গসুখ লভিবলৈ।

তেতিয়াই প্ৰয়োজন হয়—এই ফাই ইকবালৰ।

মাদ্ৰে-দ্য কাকাওত সাধাৰণতে সমবেত হয়—আইনৰ দৃষ্টিৰ পৰা পলাই ফুৰা দাগী আচামীৰ পৰা আৰম্ভ কৰি মাৰিজুৱানাৰ নিচাৰ প্ৰতি আকৰ্ষিত যুৱক-যুৱতী আৰু সুন্দৰীৰ সুধাপান কৰিবলৈ হাবিয়াস কৰা একাধিক মিলিয়নাৰ। বি সকলে—যিকোনো অৰ্থৰ বিনিময়তো সুন্দৰী নাৰীৰ ৰূপ পান কৰিবলৈ কুণ্ঠিত নহয়।

কাকাওত সুন্দৰীৰ সান্নিধ্য বিচাৰি অহা গ্ৰাহকসকল পুঁজিপতি হ'বই লাগিব। এলাপেচা গ্ৰাহকে—কাকাওৰ সুন্দৰীৰ প্ৰতি দৃষ্টি দিবলৈ সুযোগ নাপায়।

কিয়নো সুন্দৰীৰ সান্নিধ্য বিচাৰি অহা গ্ৰাহকে কাকাওত প্ৰৱেশ কৰা মানে—চবিনা আৰু য়াচমিনৰ সৌন্দৰ্যৰ প্ৰতি আকৃষ্ট হৈ এই ফাই ইকবালৰ সাৱধানে পতা জালত ভৰি দিয়া। তাৰ পিছত বিত্তৰ ব্যয়, ভাবিব নোৱাৰা লটি-ঘটি।

মাদ্ৰে-দ্য-কাকাওৰ হেড ওৱেটাৰ ফাই ইক্‌বালক নজনা জানো কোনোবা আছে? কাকাওৰ ধুৰন্ধৰ গ্ৰাহকে কাকাওৰ অভ্যন্তৰত ভৰি দিয়েই প্ৰথমে খোজ লয়—এই ফাই ইকবালৰ।

সেই সকল গ্ৰাহকে জানে—এই ফাই ইকবালক সন্তুষ্ট কৰিব নোৱাৰিলে কোনোপধ্যেই চবিনা বা য়াচমিনৰ লগত সান্নিধ্য অসম্ভৱ।

মই জানো এই সকল পুঁজিপতি গ্ৰাহকে যেন প্ৰথমে এই ফাই ইকবালক গুৰুত্বই দিব নোখোজে। এটা নাইটক্লাবৰ হেড ওয়েটাৰ—তাকনো গুৰুত্ব দিব লগা কি আছে?

কিন্তু মহোদয় আপুনি ডাঙৰ ভুল কৰিলে। কাকাওত প্ৰৱেশ কৰি আপুনি যদি এই ফাই ইকবালক সন্তুষ্ট কৰিব নোৱাৰিলে—তেতিয়াহলে আপুনি কাকাওলৈ অহাৰ উদ্দেশ্যই বৃথা হ'ল।. আন নালাগে আপুনি কাকাওৰ ফ্ল'ৰ শ্বৰ কাষৰ এখন টেবুল যোগাৰ কৰাও কঠিন হ'ব।

কিন্তু এই ফাই ইকবালক হাতত ৰাখক—দেখিব ৰিজাৰ্ভ বুলি লেবেল লগোৱা টেবুলো আপোনাৰ ভাগ্যত মিলিব।

পিছে আপুনি কাকাওত কিছু অৰ্থ ব্যয় কৰি ফাই ইকবালৰ মাৰফৎ এখন টেবুল যোগাৰ কৰিবলৈ সমৰ্থ হ'লেও চবিনা বা য়াচমিনৰ সঙ্গসুখ বৰ সহজে আপোনাৰ ভাগ্যত সম্ভৱ হ'ব বুলি নাভাবিব। কিয়নো চবিনা বা য়াচমিনৰ লগত যোগাযোগ কৰি দিয়াৰ ক্ষেত্ৰত মই সম্পূৰ্ণ পৃথক মানুহ। চবিনা বা য়াচমিনৰ লগত যোগাযোগৰ বাবে মোৰ ফিজ সম্পূৰ্ণ পৃথক।

মোৰ ফিজৰ ৰেট শুনিয়েই আপুনি যদি থৰমৰ খালে—তেতিয়া হ'লে আপোনাৰ কাকাওলৈ আগমন মিছা হ'ল। কিয়নো মোৰ ফিজৰ ৰেট শুনিয়েই যদি আপুনি ভয় খায়—তেতিয়াহলে—চবিনা বা য়াচমিনৰ সৌন্দৰ্য উপভোগৰ ৰেট শুনিলেতো আপুনি মূৰ্চ্ছা যোৱা অৱস্থাৰ উপক্ৰম হ'ব।

গাতিকে বিস্তৰ ধন আপোনাৰ হাতত মজুত নাথাকিলে আপুনি মাদ্রে-দ্য-কাকাও নাইট ক্লাবত প্ৰৱেশ নকৰাই ভাল।

আপুনি হয়তো ভাবিছে—এই ফাই ইকবাল পিম্পচ, টাউট বা মহিলা সৰবৰাহৰ দালাল। মহোদয়—আপুনি একেবাৰে ভুল ভবা নাই। কাকাও নাইট ক্লাব নালাগে কাকাওৰ কাষৰ পাওকজ কেবাৰেত কেমিলা, লায়লা বা এমিলিক পাব খুজিলেও আপুনি এই ফাই ইকবালকে তোষামোদ কৰিব লাগিব।

আপুনি মোৰ সান্নিধ্যত আহিলেই বুজি পাব এই ফাই ইকবাল কেৱল পিম্পচ বা মহিলা সৰবৰাহৰ দালালেই নহয়—ফাই ইকবাল এটা জিনিয়াচ।

এই ফাই ইকবালে কৰিব নোৱৰা এনে একো কাম নাই। অৰ্থ ব্যয় কৰক আৰু ফাই ইকবালক হাত কৰক। তাৰপিছত ফাই ইকবালে আপোনাৰ ইচ্ছা পূৰণাৰ্থে সৰ্ব চেষ্টা চলাই যাব।

নহয় মহোদয় আপুনি ভুল বুজিছে—কেৱল পাউণ্ড ষ্টাৰ্লিংৰ লোভ দেখুৱাই ফাই ইকবালক আপুনি এনেবোৰ কামত ন্যস্ত কৰিব নোৱাৰিব।

সঁচা কথা ক'বলৈ হ'লে—এনেবোৰ অসৎ কাৰ্য মোৰ পেশাই নহয়, এৰিব নোৱৰা নিচাও।

আপুনি চুইট চিক্সটিনৰ ভক্ত নহয়—অথচ বিস্তৰ ধন ব্যয় কৰি আপুনি কাকাওত আসন ৰিজাৰ্ভ কৰিছে—এই ফাই ইকবালক এবাৰ ইঙ্গিত দিয়ক—আপুনি কাকাওৰ আভ্যন্তৰৰ গোপন কক্ষত মাৰিজুৱানাৰ নিচা কৰিব খোজেনে, আপুনি জেকপটৰ ভক্ত, নে আপুনি ব্লুফিল্ম উপভোগ কৰাৰ হে পক্ষপাতী আপুনি ব্যাখ্যা কৰিব নালাগে—আপোনাৰ হাবভাব দেখিয়েই মই বুজি পাম, আপোনাৰ মনে এতিয়া কি বিচাৰে। অৱশ্যে আপুনি আগতীয়াকৈ এই ফাই ইকবালক মোটা টিপচ দিব লাগিব।

কিন্তু বিশ্বাস কৰিব—সেইদিনা এই চতুৰ ফাই ইকবালো এনে বেকায়দাত পৰিছিলোঁ যে সঁচা কথা ক'বলৈ হ'লে সেই দিনাৰ পৰাই এই ফাই ইকবালৰ মনৰ সকলো অশান্তি দূৰ হ'ল।

সেই দিনাও মাদ্রে-দ্য-কাকাও নাইট ক্লাবত গ্ৰাহকৰ ভীৰ আনকালৰ দৰেই আছিল।

সেই দিনাও চাবিনা, য়াচমিনৰ মনোলোভা নৃত্যই দৰ্শকক বিমুগ্ধ কৰিছিল। সেইদিনাও মোৰ ব্যস্ততাৰ অন্ত নাছিল—হেডওৱেটাৰ ফাই ইকবালক যে—সকলোৱে লগ পাব খোজে। উদ্দেশ্য সেই একেটাই—চাবিনা, য়াচমিন, কেমিলা, লায়লা, এমিলি, মাৰিজুৱানা, জেকপট, ব্লুফিল্ম, চিক্ৰেট মেচেজ। কাকাওত বিস্তৰ ধন ব্যয় কৰি আপুনি অহাৰ আন কি উদ্দেশ্যই পাৰে ?

আছে—কাকাওত আপুনি আৰু এটা বস্তুৰ স্বাদ লব ৽

সেইয়া হ'ল দেশ বিদেশৰ ভিন্ন স্বাদৰ মদ·

যাদুঘৰ সদৃশ বাৰ চেমিয়াবিচত মজুত আছে।
আপুনি ইঙ্গিত দিয়াৰ লগে লগে মোৰ মুখত আখৈ ফুটিব - ড্ৰাই মাৰ্টিনি, ড্ৰাই মনোপল, হুইস্কি, ৰাম, জিন, চেৰী, পোৰ্ট, ভেৰমুথ, জনহেগ, অ'ল্ড স্মাগলাৰ, থিন্টেৰ মাৰ্টেল, কুৰভোচিয়েৰ, নাপোলিও, পেতিত কৰপোৰাল।
আপুনি মোৰ মুখত ইমানবোৰ মদৰ নাম শুনিও যদি কেৱল অ'ল্ড স্মাগলাৰ- কহে বাচি উলিয়ালে—মোৰ বুজিবলৈ বাকী নাথাকিল—আপুনি চবিনাক বিচাৰে। কিয়নো অ'ল্ড স্মাগলাৰ চবিনাৰ ছদ্মনাম।
আপোনাৰ ফৰমাইচ শুনি মই পোনপটীয়াকৈ ক'লোঁ – চবিনাক যোগাৰ কৰা আজি কোনোপধ্যেই সম্ভৱ নহয়। চবিনা আজি বেয়া ধৰণে ব্যস্ত।
লগে লগেই মোৰ হাতত পৰিব পঞ্চাশ পাউণ্ডৰ ষ্টাৰ্লিংৰ নোট—মই ধনখিনিৰ প্ৰতি অলপ কেৰাহীকৈ চাই ক'ম—বাৰু মই এবাৰ শেষ চেষ্টা কৰি চাম—মোৰ মাত কুমলিব।
আপুনি লগে লগেই যদি আৰু পঞ্চাশ ষ্টাৰ্লিং মোৰ হাতত নেপেলালে—তেতিয়াহলে আপোনাৰ আশা মিছা হ'ল। আপোনাৰ আগৰ পঞ্চাশ ষ্টাৰ্লিংটো এনেয়ে গ'লেই—চবিনাক পোৱা—আপোনাৰ হাবিয়াস আৰু কোনোদিনেই আপোনাৰ ভাগ্যত সম্ভৱ নহ'ব।
কিন্তু কোনে জানিছিল এনে এক সামান্য গ্ৰাহকৰ প্ৰৰোচনাত পৰি অৱশেষত এই ফাই ইকবালৰ জীৱনলৈও যে দুৰ্যোগৰ সীমাহীন আহুকালে জুমুৰি ধৰিব। হায় ভাগ্যৰ কি পৰিহাস।
সেইদিনাও মাদ্ৰে-দ্য-কাকাওত গ্ৰাহকৰ ভীৰ যথেষ্ট আছিল। নিশা যথেষ্ট হৈছিল।
চবিনা আৰু য়াচমিনৰ ফ্ল'ৰ শ্ব ইতিমধ্যে সমাপ্ত ঘটিছিল। কেৱল মদ, মাৰিজুৱানা আৰু জেক পটৰ ভক্তসকলে এতিয়াও কাকাও তপ্ত কৰি ৰাখিছিল। সেইখিনি সময়তে কাকাওত এজন লোকে প্ৰৱেশ কৰিছিল। আমি জানো এইখিনি সময় নাইট ক্লাৱত যি লোক প্ৰৱেশ কৰে—হয় চুইট চিক্সটিনৰ ভক্ত, নহয় মানুহটোৰ কোনো অসৎ উদ্দেশ্য আছে। এনেধৰণৰ লোকে প্ৰচুৰ অৰ্থ ব্যয় কৰিবলৈও কাৰ্পণ্য নকৰে।
মই মানুহজনৰ কাষ চাপিলোঁ। মানুহজন দেখাতে মধ্য প্ৰাচ্যৰ লোক। আপুনি হয়তো – মোৰ বিষয়ে আৰু এটা কথা জনাই নাই। সেইটো হৈছে—মোৰ ভাষা জ্ঞান। কেইবাটাও ভাষাত মোৰ যথেষ্ট দখল আছে। সেয়ে মই কাকাওৰ গ্ৰাহকৰ বাহ্যিক ৰূপ দেখিয়েই মানুহজন কোন দেশীয় হ'ব পাৰে অনুমান কৰিবলৈ মোৰ ভাষা জ্ঞানৰ পৰীক্ষা চলাও। আৰু মোৰ অনুমান সঠিক হ'লে মই নিজেই চৰম তৃপ্ত পাওঁ।
মই মানুহজনক উদ্দেশ্য কৰি ক'লোঁ— মৰহবা।
মানুহজনেও নিৰ্বিকাৰ চিত্তে ক'লে—মৰহবা।

মই মানুহজনৰ চকু-মুখ দেখিয়েই বুজি পালোঁ—মানুহটো নিঃসন্দেহে এটা সন্দেহজনক লোক। মানুহজনে নিশ্চয় কিবা অসৎ উদ্দেশ্যলৈয়েই এই নিশা কাকাওত প্ৰবেশ কৰিছে।

এইবাৰ মই মানুহজনক উদ্দেশ্য কৰি ক'লোঁ—চান ফাৰিয়া। ভু চাৰ্চে কেলকো ?

মানুহজনে ক'লে— ফাই ইকবাল।

ফাই ইকবাল ? মই নিৰুত্তাপৰে ক'লোঁ—ময়ে ফাই ইকবাল।

মানুহজনৰ চকুত বিস্ময় ইংলিচ, ফ্ৰাঁন্সেচ, দয়েচ .... ?

লা লা – কাদিম তু মিন আলহিন্দ।

মিন্ আলহিন্দ—?

অভাৰ চীজ ইণ্ডিয়ান।

কেইচেকেণ্ড মানৰ বাবে মানুহজন পুনৰ নীৰৱ হ'ল। এই সুযোগতে মোৰ মুখত মদৰ নাম আখৈ ফুটিল—হুইস্কী, ৰাম, জিন, চেৰি, অ'ল্ড স্মাগলাৰ, বিস্কুই দেবুচে, বেমে মাৰতা, চিন জানো, বেড মাৰ্টিন, তিও পেপে চেৰি। মই ইচ্ছা কৰিয়েই অ'ল্ড স্মাগলাৰৰ নাম দুবাৰ ললোঁ।

কিন্তু মানুহজন নিৰ্বিকাৰ।

এইবাৰ মই ভণিতা বাদ দি পোনপটীয়াকৈ ক'লোঁ—এনি চুইট্ চিক্সটিন প্লিজ ? মানুহজনৰ ওঁঠত এটা ভয়াবহ হাঁহিয়ে দেখা দিলে—তাৰপিছত সৰুকৈ ক'লে – মোয়ে চানদ'।

মোয়ে' চানদ' ? মানুহজনে কয় কি—এই গভীৰ নিশা মোয়ে' চানদ' ??

মই যাবলৈ উদ্যত হৈছোঁ—মানুহজনে পুনৰ ক'লে—লগত চুপ কনচোমে বা চুপ লাৱাইও'।

মই বুজি পালোঁ এই মানুহজনৰ লগত আজি চাউল নিসিজিব।

মই অভিবাদন জনাই মানুহজনৰ পৰা বিদায় লৈ মোৰ সহকাৰী এজনক মানুহজনক দেখভাল কৰিবলৈ ক'লোঁ।

কিন্তু অলপ পিছতে মোৰ পুনৰ ডাক পৰিল ..এইবাৰ সঁচাকৈয়ে মোৰ চিন্তা হ'ল।

এই শেষ নিশা মানুহটোৰ উদ্দেশ্য কি ? কিবা গোপন মেচেজ সৰবৰাহৰ দৰকাৰ থাকিলেও মোৰ লগততো দৰকাৰ নাই। সতকাই দৃষ্টিত নপৰা ৰিচেপচন কাউণ্টাৰত মচালিনৰ পৰ্দাৰ আঁৰত ওঁঠত কিং চাইজ চেষ্টাৰ ফিল্ড চিগাৰেটৰ ধোঁৱা উৰুৱাই সুন্দৰী চিম্ফিয়াই আপোনালৈ সহায়ৰ হাত আগবঢ়ায়ে ৰাখিছে।

কেৱল কাউণ্টাৰত মোটা ফিজ দিয়ক—আপোনাৰ গোপন খবৰ সম্পূৰ্ণ গোপনীয়তা অৱলম্বন কৰিয়েই নিৰ্দিষ্ট ঠাইলৈ গুচি যাব।

কিন্তু মানুহজনক ফাই ইকবালৰহে প্ৰয়োজন কিয় হ'ল ?

মই দ্বিধাজড়িতভাৱে মানুহজনৰ কাষ চাপিলোঁ—মানুহজনে নির্বিকাৰভাৱেই মোৰ হাতত কিছু ষ্টার্লিংৰ থমথমীয়া নোট ৰাখিলে।

মই মানুহজনৰ হাব-ভাব দেখি কিছু হতাশ হ'লোঁ। মানুহজনে কি বিচাৰে? এইবাৰ মানুহজনে মোলৈ মুৰ দাঙি চালে—তাৰপিছত তেনেই নিম্নস্বৰত ক'লে—ফাই ইকবাল, এই মুহূর্তত মোৰ, তোমাৰ পৰা অলপ সহায়ৰ আৱশ্যক।

সহায়—কি সহায়?

জকিৰ কাজমী। মই জকিৰ কাজমীৰ লগ পাব খোজোঁ।

জকিৰ কাজমী? মইতো কোনো জকিৰ কাজমী নামৰ লোকক চিনি নাপাওঁ।

ফাই ইকবাল—তুমি দেখিছোঁ ইমান সহজে পোৱা এশ ষ্টার্লিং মাত্র সামান্য অসাৱধানতাৰ বাবে হেৰুৱাব খুজিছা।

এশ ষ্টার্লিং? বিশ্বাস কৰিব—মই আজিলৈকে যিমান অথন্তৰৰ সম্মুখীন হৈছোঁ কেৱল অর্থৰ লোভত পৰিয়েই। কিন্তু এশ ষ্টালিংৰ কথা শুনিয়েই এই এদিনীয়া মানুহটোক জকিৰ কাজমীৰ খবৰ দিওঁয়েই বা কেনেকৈ?

মই মুৰ জোকাৰিলোঁ—ওঁহো মই কোনো জকিৰ কাজমীক চিনি নাপাওঁ। আচলতে মই ভিতৰি ভীষণ ভয় খাইছোঁ। কিয়নো মই ঠিকেই বুজিছোঁ ষ্টার্লিংৰ লোভত পৰি মই যদি জকিৰ কাজমীৰ খবৰ বিক্রী কৰোঁ তেতিয়াহলে মাদ্রে দ্য-কাকাওৰ নিয়ম ভঙ্গ কৰা হ'ব। আৰু যদি কিবা প্রকাৰে মোৰ এই বেইমানীৰ খবৰ কাকাওৰ মালিক ভিতো ফেৰাৰীৰ কাণত পৰেগৈ তেতিয়াহলে এই ফাই ইকবালৰ জীৱনলৈ যে অমাৱস্যা নামি আহিব তাত কোনো সন্দেহ নাই।

কিয়নো মাদ্রে-দ্য-কাকাও এই নাইট ক্লাবৰ মাৰফত যিবোৰ গোপন খবৰ সৰবৰাহ কৰা হয়—সেইবোৰ খবৰৰ ক্ষেত্রত সম্পূর্ণ গোপনীয়তা অৱলম্বন কৰা হয়। আৰু নির্ভৰযোগ্যভাৱে সকলো খবৰৰ গোপনীয়তা অৱলম্বন কৰা হয় বাবেই কাকাও এতিয়াও অপৰাধীৰ ৰম্য ভূমি।

এই বিশ্বস্ততাৰ বাবেই কাকাওৰ স্বত্বাধিকাৰী ভয়াবহ মেক্সিকান ভিতো ফেৰাৰীৰ হাতলৈ আহে প্রচুৰ অর্থ।

মোৰ সম্পূর্ণ জ্ঞাত—অর্থৰ লোভত পৰি কাকাওৰ এই ক্ষেত্রত বদনাম অনা মানে—মৰণক হাতবাউলী দিয়া। মই জানো—কাকাওত বিশ্বাসঘাতকতা কৰা সকলোৰে শাস্তি সেই একেই—নৃশংস ভিতো ফেৰাৰীয়ে বিশ্বাসঘাতকক ক্ষমা কৰাটো দূৰৰেই কথা, গাত ঢালি দিয়ে—কনচেণ্টৰেটেড নাইট্রিক এচিড। এচিডৰ জ্বালাত চটফট কৰি যেতিয়া কোনো লোকে মৃত্যুক সাৱটি লয়—তেতিয়া মাদ্রে-দ্য-কাকাওৰ সকলো কর্মচাৰীয়ে বুজি পায়—বিশ্বাসঘাতকৰ পৰিণাম কি।

নাইট্রিক এচিডৰ জ্বালাত চটফট কৰা সেই ভয়াবহ দৃশ্যৰ কথা মনত পৰি—

জকিৰ কাজমীৰ বতৰা দি এশ ষ্টাৰ্লিং উপাৰ্জন কৰাৰ লোভ—মই এই মুহূৰ্তত ত্যাগ কৰিলোঁ। তদুপৰি মোৰ সন্দেহ হৈছে জকিৰ কাজমীৰ বতৰা দি এশ ষ্টাৰ্লিংত কিনিব খোজা এই লোকটো নিশ্চয় চিক্ৰেট চাৰ্ভিচৰ লোক। গতিকে এনে লোকক গোপন বতৰা বিক্ৰীকৰা মানেই—জকিৰ কাজমীৰ লগতে কাকাওও ৰসাতলে যোৱা। কাকাওৰ অস্তিত্ব লোপ পালে এই ফাই ইকবালৰ অস্তিত্বই বা থাকিব ক'ত।

কিন্তু মানুহজন নাচোৰবান্দা। মানুহজনক যি কোনো প্ৰকাৰে জকিৰ কাজমীৰ বতৰা লাগেই।

মানুহজনে যেতিয়া দুশ পাউণ্ড ষ্টাৰ্লিং নোট হাতত ল'লে—এইবাৰ মই লোভ চম্ভালিব নোৱাৰিলোঁ। কিন্তু এই লোভৰ ফলতে যে—এই ফাই ইকবালক এনে দুৰ্গতিয়ে ছানি ধৰিব, মই জানো ভাবিব পাৰিছিলোঁ?

উত্তেজনাত মোৰ বুকুৱে ঢপঢপাইছিল। মই যেন ঘামিবলৈ আৰম্ভ কৰিছিলোঁ। কঁপা হাতেৰে মই দুশ পাউণ্ড ষ্টাৰ্লিং পকেটত ভৰাই মানুহজনক উদ্দেশ্য অতি নিম্নস্বৰত ক'লোঁ—জকিৰ কাজমী অলপ আগতে এই নাইট ক্লাবৰ আণ্ডাৰ গ্ৰাউণ্ড গোপন কক্ষত প্ৰৱেশ কৰিছে।.....

বঁচোৱাৰ মচিওঁ।

বঁচোৱাৰ।

জকিৰ কাজমীয়ে থমৎ খালে—এই গোপন কক্ষত হঠাতে এইজন কোন মানুহৰ প্ৰৱেশ ঘটিল? জকিৰ কাজমীৰ কাকাওত উপস্থিতিৰ কথাইবা মানুহজনে জানিলে কেনেকৈ?

কাকাওৰ এই আণ্ডাৰ গ্ৰাউণ্ড গোপন কক্ষৰ দেখা-নেদেখা পোহৰত—কাজমীয়ে লক্ষ্য কৰিলে—আগন্তুকৰ হাবভাৱ যথেষ্ট সন্দেহজনক। চিক্ৰেট চাৰ্ভিচৰ লোক। ইণ্টাৰ প'ল বা এফ. বি. আইৰ শিয়ান গুপ্তচৰো হ'ব পাৰে।

যোৱা নিশা চিওলত ভল্ট ভাঙিবলৈ গৈ হেগানে ঘটোৱা হত্যাকাণ্ডৰ পম-খেদিয়েই হয়তো মানুহজনে জকিৰ কাজমীক বিচাৰি উলিয়াইছে। এই চিন্তা উদয় হোৱাৰ লগে লগে জকিৰ কাজমী ম্লান পৰিল।

জকিৰ কাজমীৰ নীৰৱ চাৱনি লক্ষ্য কৰি আগন্তুকে হয়তো বুজি পালে—কাজমী কিছু হতাশ হৈছে।

এইবাৰ মানুহজন অস্ফুট হাঁহি মাৰি ধীৰ স্বৰে ক'লে—জকিৰ কাজমী, চিন্তাৰ কোনো কাৰণ নাই। তুমি মোক নিৰ্বিবাদে বন্ধু বুলি গ্ৰহণ কৰিব পাৰা। মোৰ নাম হেনেকী। তোমাৰ হিত সাধিবৰ বাবেই মোৰ এই উপস্থিতি। মই তোমাৰ উপকাৰ সাধিব খোজোঁ।

জকিৰ কাজমী নিশ্চুপ। জকিৰে গভীৰভাৱে চিন্তা কৰিছে—হেনেকী নামৰ এই আগন্তুকে নিশ্চয় জকিৰক কেন্দ্ৰ কৰি দুৰ্ভেদ্য জাল তৰিবলৈ প্ৰয়াস কৰিছে।

হেনেকী খন্তেক ৰ'ল—ওৱেট্ৰেচক ইঙ্গিত দিলে। ওৱেট্ৰেচ আহি উপস্থিত হ'ল

এক গ্লাচ পানী মিলোৱা ভিম্পল হেগ, আৰু তোমাৰ বাবে—?

কাজমীয়ে নিৰুত্তাপ চিত্তে ক'লে—বুৰ্বো-অনুদা-ৰকচ।

খন্তেক নীৰৱতা।

জকিৰে ওঁঠতে চিগাৰেট ল'লে।

কেইটামান নীৰৱ মুহূৰ্ত—ওৱেট্ৰেচে মদ পৰিবেশন কৰিলে।

দুয়ো সন্তৰ্পণে ঢোকা মাৰিলে।

এইবাৰ হেনেকীয়ে ধীৰ অথচ গম্ভীৰস্বৰে ক'লে—ইবন পাজাজৰ মেচেজ নিশ্চয় পাইছা?

ইবন পাজাজৰ মেচেজ? কিন্তু—

হেনেকীয়ে ওঁঠত এটা ভয়াবহ হাঁহি বুলাই ক'লে—মাই দেয়াৰ জকিৰ, আশা ৰাখিছোঁ—তুমি অতি শীঘ্ৰেই হাইফালৈ যাত্ৰা কৰিবা। কিয়নো হাইফাত ইবন পাজাজে অধিৰ অপেক্ষাত তোমালৈ বাট চাই আছে।

ইবন পাজাজৰ প্ৰসঙ্গত জকিৰে বিচুঁতি খালে—হেনেকীয়ে কেনেকৈ জানিলে যে—ইবন পাজাজৰ পৰা জৰুৰী বাৰ্তা আহিছে?

জকিৰৰ মুখৰ পৰা এটা শব্দও উচ্চাৰণ ন'হল।

হেনেকীয়ে কৈ গ'ল—জকিৰ! তুমি হয়তো ভাবিছা ইবন পাজাজৰ লগত মোৰ সম্বন্ধ কি? সম্বন্ধ আছে—যাৰ বাবে মোৰ এই আগমন। যাৰ বাবে তোমাৰ লগত এক বুজাপৰাত উপনীত হোৱাটো মোৰ বিশেষ প্ৰয়োজন। এতিয়া শুনা মোৰ আগমনৰ কাৰণ।

হেনেকীৰ কথাত জকিৰ কাজমীয়ে বিস্ফোৰিত দৃষ্টিৰে হেনেকীলৈ চালে।

মাই দেয়াৰ জকিৰ, বহুগুণৰ অধিকাৰী হাইফাৰ ইবন পাজাজৰ কথা নিশ্চয় জানা। এক কথাত পাজাজৰ লগত তোমাৰ যথেষ্ট অন্তৰঙ্গতা আছে—সেই কথা আমি জানো, তুমিও নিশ্চয় সেই কথা অস্বীকাৰ নকৰা। সেই হৃদ্যতাৰ সুযোগলৈ পাজাজে এক বৃহৎ আঁচনি হাতত লৈ, সেই আঁচনিত অংশ গ্ৰহণ কৰিবলৈ তোমালৈ টেলেক্স পঠিয়াইছে।

হেনেকীৰ কথাত জকিৰ কাজমীৰ উৎসুক্য প্ৰকাশ পালে—মানুহটোৰ উদ্দেশ্য কি?

শুনা জকিৰ কাজমী, তুমি নিশ্চয় এলেন ৰ'বৰ কথাও শুনিছা। সেই ভয়াবহ সাগৰীয় জলদস্যু—এলেনৰ সাগৰীয় জাহাজ কিউ· বি· ডোবিনাই কঢ়িয়াই আনিছে ত্ৰিশলাখ পাউণ্ডৰ ডায়মণ্ড।

এলেন ৰ'বৰ সতৰ্ক দৃষ্টিকো নেওচি কিউ· বি· ডোবিনাৰ ষ্ট্ৰংৰুমৰ পৰা এই

ত্ৰিশলাখ পাউণ্ডৰ ডায়মণ্ড লুট কৰিবলৈ সুপৰিকল্পিতভাৱে আঁচনি কৰিছে—তোমাৰ অন্তৰঙ্গ বন্ধু হাইফাৰ ইবন পাজাজে।

ইবন পাজাজে এই ডায়মণ্ড লুটৰ আঁচনি সম্পূৰ্ণ কৰি—কেৱল তোমাৰ আগমনৰ বাবে অপেক্ষা কৰি আছে।

তুমি শুনি হয়তো উৎফুল্লিত হবা—এছ. কে. জি নামৰ সেই ধুৰন্ধৰ মানুহটোক ইবন পাজাজে এ'লন কিউ. বি ডোৰিনাৰ ষ্ট্ৰংৰুমৰ পৰা ডায়মণ্ড উধাও কৰিবলৈ নিয়োগ কৰিছে। এছ. কে. জিক কাৰিকৰী দিশত, বিশেষকৈ ডোৰিনাৰ ডায়মণ্ড থকা ষ্ট্ৰংৰুমৰ বহু কৌশলী তলা কম সময়ত খুলিবলৈ তোমাৰ নিচিনা লোকৰ সহায়ৰ আৱশ্যক বাবেই ইবন পাজাজে তোমালৈ জৰুৰী বাৰ্তা পঠিয়াইছে। তুমি হাইফা গৈ পালেই—কিউ. বি. ডোৰিনা অভিমুখে এছ. কে. জিয়ে তোমাৰ সহযোগত যাত্ৰা কৰিব।

এইখিনি কৈ হেনেকীয়ে ডিম্পল হেগত এটোক মাৰি এটা প্ৰেয়াৰ্চ চিগাৰেট ওঁঠত ল'লে। তাৰপিছত স্বস্তিৰে এমুখ ধোঁৱা এৰি দি ক'লে—জাকিৰ কাজমী, এতিয়া শুনা মোৰ এই আগমনৰ উদ্দেশ্য।

জাকিৰ কাজমী বিভ্ৰান্ত হৈ পৰিল—এই হেনেকী নামৰ মানুহটোৰ প্ৰকৃত উদ্দেশ্য কি?

শুনা জাকিৰ কাজমী—তুমি অপৰাধৰ জগতত পদক্ষেপ দিয়া ভালেমান দিন হ'ল যেতিয়া—তুমি মান্দাবাচ আফ্লাকৰ নাম নিশ্চয় শুনিছা? গেব্ৰিয়েল নামটোও নিশ্চয় তোমাৰ অচিনাকি নহয়। এই মান্দাবাচ আফ্লাক আৰু গেব্ৰিয়েলৰো দৃষ্টি এতিয়া কিউ. বি. ডোৰিনাই কঢ়িয়াই অনা ত্ৰিশ লাখ পাউণ্ডৰ ডায়মণ্ডৰ ওপৰত।

কিন্তু জাকিৰ কাজমী—তোমাৰ সাহায্যৰ অবিহনে মান্দাবাচ আফ্লাকৰ কি সাধ্য কিউ. বি. ডোৰিনাৰ ষ্ট্ৰংৰুমৰ পৰা ডায়মণ্ড উধাও কৰে।

মান্দাবাচ আফ্লাকে তোমাৰ সাহায্য বিচাৰিছে—যাতে সুকলমে কিউ. বি. ডোৰিনাৰ পৰা সম্পূৰ্ণ ডায়মণ্ড আহৰণ কৰি তুমি মান্দাবাচ আফ্লাকৰ হাতত অৰ্পণ কৰা।

এইবাৰ জাকিৰ কাজমীয়ে মুখ মেলিলে—কিন্তু হেনেকী, এই পৰ্যন্ত মই ইবন পাজাজৰ পৰা টেলেক্স পোৱাৰ বাহিৰে কি উদ্দেশ্যে মোক জৰুৰীভাৱে মাতি পঠিয়াইছে—তাৰ সামান্যতমো আভাস পোৱা নাই।

কেৱল তোমাৰ মুখতহে এইমাত্ৰ শুনিলোঁ যে—ইবন পাজাজৰ এই জৰুৰী আহ্বান কিউ. বি. ডোৰিনাৰ ষ্ট্ৰংৰুমৰ তলা ভঙাৰ বাবে। কিন্তু হেনেকী, তোমাৰ কথা যদি সঁচাও হয়—তুমিনো কেনেকৈ ভাবিব পাৰিলা, মান্দাবাচ আফ্লাকৰ অনুৰোধতে ইবন পাজাজৰ লগত থকা মোৰ ইমান দিনৰ হৃদ্যতা ইমান সহজে ভাঙি পেলাম?

তাত তোমাৰ লাভ আছে—জাকিৰ কাজমী। তুমি যদি সেই ত্ৰিশ লাখ পাউণ্ডৰ

ডায়মণ্ড মান্দাৰাচ আফ্লাকৰ হাতত অৰ্পণ কৰিবলৈ সমৰ্থ হোৱা—তোমাক আফ্লাকে চাৰি ভাগৰ একাংশ ডায়মণ্ড অৰ্পণ কৰিব।

হেনেকী, ডায়মণ্ডৰ লোভ দেখুৱাইছা? কিন্তু শুনা হেনেকী, এই জকিৰ কাজমী কোনো প্ৰলোভনতে ভোল যোৱা মানুহ নহয়। এই জকিৰ কাজমীৰ বাবে বন্ধুত্বৰ মূল্য বহু ওপৰত। যদি প্ৰলোভনত পৰি এই জকিৰ কাজমীয়ে ইবন পাজাজৰ লগত বিশ্বাসঘাতকতা কৰিব বুলি ভাবিছা - তেন্তে তোমাতকৈ মূৰ্খ কোনোৱেই নাই।

তদুপৰি তুমি নিজেই কলা—এছ. কে. জিৰ সহযোগীহেঁহে মই কিউ. বি. ডোৰিনাৰ ষ্ট্ৰংৰুমৰ পৰা ডায়মণ্ড উদ্ধাৰ কৰিবলৈ গতি কৰিম। গতিকে তুমি কেনেকৈ ভাবিব পাৰিলা—এছ. কে. জিৰ চকুত ধূলি মাৰি মই ডায়মণ্ডখিনি তোমালোকৰ হাতত অৰ্পণ কৰিবলৈ সমৰ্থ হ'ম?

এইবাৰ হেনেকীৰ কৰ্কশস্বৰ ভাহি উঠিল—কিন্তু জকিৰ কাজমী, তুমি যিকোনো প্ৰকাৰে সেই ডায়মণ্ড আহৰণ কৰি মান্দাৰাচ আফ্লাকক অৰ্পণ কৰিবই লাগিব।

অৰ্থাৎ? হেনেকী, তুমি নিজকে সংযত কৰা উচিত। তোমাৰ উদ্ধতালীৰ সীমা পাৰ হৈ গৈছে।

জকিৰ কাজমী, তাৰমানে তুমি মান্দাৰাচ আফ্লাকক এতিয়াও ভালদৰে নাজানা। তেনেহ'লে মোৰো শেষ কথা শুনা—তুমি যেনেকৈ হওক সেই ডায়মণ্ড উদ্ধাৰ কৰি আফ্লাকৰ হাতত হস্তগত কৰিবই লাগিব। তুমি তেনে কৰিবলৈ বাধ্য।

বাধ্য?

নহ'লে তুমি এটা দুঃসংবাদৰ বাবে সাজু হ'ব লাগিব।

দুঃসংবাদ? কি দুঃসংবাদ?

এলিকোহেন আৰু এলিকোহেনৰ সেই সদ্যজাত শিশুটিৰ মৃতদেহ।

এলিকোহেন! এলিকোহেনৰ শিশু? তুমি এইবোৰ কি কৈছা হেনেকী? জকিৰৰ মাতটো কঁপি উঠিল। মুখাবয়বত ভয়ৰ ছাঁ পৰিল।

এইবাৰ হেনেকীয়ে উচ্চস্বৰত হাঁহিবলৈ ধৰিলে—হেনেকীৰ সেই বিকৃত হাঁহিৰ যেন অবসান হ'বই নোখোজে। আমি জানো জকিৰ—এলিকোহেন তোমাৰ নৱবিবাহিত পত্নী। এলিকোহেনৰ প্ৰতি তোমাৰ মৰমৰ কোনো তুলনা নাই। তোমাৰ মৰমৰ পত্নী আৰু তোমাৰ মৰম লগা শিশুটিৰ অকাল মৃত্যু নিশ্চয় তুমিও বাঞ্ছা নকৰা। কিন্তু তুমি এই বিপদৰ পৰা উদ্ধাৰ পাবলৈ এটাই মাত্ৰ উপায় আছে—যেনেকৈ হওক, যিকোনো প্ৰকাৰে এচ. কে. জি. আৰু ইবন পাজাজক প্ৰতাৰণা কৰি সম্পূৰ্ণ ডায়মণ্ড মান্দাৰাচ আফ্লাকৰ হাতত অৰ্পণ কৰা। অন্যথাই মান্দাৰাচ আফ্লাক আৰু গেব্ৰিয়েলৰ নৃশংসতাৰ কথা নিশ্চয় তোমাক বুজাই কব নালাগিব।

হেনেকীৰ কথাত জকিৰ কাজমীয়ে খণ্ডত একো নাই হৈ পৰিল—আৰু একে-জাপেই সমস্ত শক্তিৰে হেনেকীৰ ডিঙিত চেপি ধৰিলে।

পৰ্ট চৈয়দ বন্দৰত বৃহৎ বৃহৎ মালবাহী সাগৰীয় জাহাজবোৰৰ পূৰ্ণ ব্যস্ততা। অন্যান্য জাহাজৰ দৰেই মালবাহী জাহাজ বুলবিচৰ কৰ্মব্যস্ততাও সবাৰে দৃষ্টিগোচৰ হৈছে।

বুলবিচৰ তল ভাগৰ এটা সৰু কোঠাত ডোবিনাই কাঢ়িয়াই অনা ত্রিশ লাখ পাউণ্ডৰ ডায়মণ্ড অপহৰণ বাবে চলাব লগা অভিযানৰ খুটিনাটি সম্পৰ্কে শেষ পৰ্যায়ৰ আলোচনা চলিছে।

ইবন পাজাজ চিন্তাক্লিষ্ট—শুনা এছ. কে. জি। এলেন ৰ'বৰ কিউ. বি ডোবি-নাক কেন্দ্ৰ কৰি ফেডাৰেল বুৰ অব ইনভেষ্টিগেচন ইতিমধ্যে উঠিপৰি লাগিছে।

তুমি নিশ্চয় বুজিছা—এফ. বি. আইয়ে কোনো গোপন সূত্ৰৰ পৰা খবৰ পাই জলদস্যু এলেন ৰ'বৰ পিছত ঢাপলি মেলিছে। এফ. বি. আইয়ে যি গোপন সূত্ৰৰ পৰা সাগৰীয় জলদস্যু এলেন ৰ'ব সম্পৰ্কে বাৰ্তা সংগ্ৰহ কৰিছে—সেই গোপন সূত্ৰ যে আমিয়েই তাত কোনো ভুল নাই। আমাৰ সুবিধাৰ বাবেই এফ. বি. আইয়ে এলেন ৰ'বৰ কিউ. বি. ডোবিনাৰ ওপৰত আক্ৰমণ চলোৱাটো আৱশ্যক, সেয়ে এলেন ৰ'বৰ গোপন গতিবিধি সম্পৰ্কে আমি এফ. বি. আইক কৌশলৰে গোপন বাৰ্তা যোগান ধৰিছিলোঁ।

এতিয়া যদি আমি ভৰা মতেই এফ. বি. আইয়ে নিৰ্দিষ্ট সময়তে কিউ. বি. ডোবিনাৰ ওপৰত সশস্ত্ৰ আক্ৰমণ চলায়—তেতিয়া এলেন ৰ'বৰ সশস্ত্ৰ বাহিনী এফ. বি. আইৰ আক্ৰমণৰ পৰা নিজকে ৰক্ষা কৰিবলৈ ব্যস্ত হৈ পৰিব—আমি এই সুযোগ গ্ৰহণ কৰিম।

এই আকস্মিক প্ৰতি আক্ৰমণৰ সময়ছোৱাত আত্মৰক্ষাৰ চিন্তাত কিউ. বি. ডোবিনাৰ ষ্ট্ৰংৰুমত সুৰক্ষিত ত্রিশ লাখ পাউণ্ড ডায়মণ্ডৰ প্ৰতি এলেন ৰ'বৰ সতৰ্ক দৃষ্টি শিথিল হৈ পৰিব।

কিউ বি. ডোবিনাৰ অভ্যন্তৰৰ বহু প্ৰবন্ধে সংগ্ৰহ কৰা নক্সাখনত যদি কোনো খুঁত নাথাকে · তেতিয়াহলে আঁচনি মতেই আমি সফলকাম হ'ব পাৰিম।

কিউ. বি ডোবিনাৰ একেবাৰে তল ভাগৰ দক্ষিণ প্ৰান্তত শক্তিশালী ষ্ট্ৰংৰুম। যি ষ্ট্ৰংৰুমত · ত্রিশ লাখ পাউণ্ডৰ ডায়মণ্ড সংৰক্ষিত কৰি ৰখা হৈছে।

এলেন ৰ'বে এই ষ্ট্ৰংৰুমৰ নিৰাপত্তাৰ ক্ষেত্ৰত এনে শক্তিশালী ব্যৱস্থা গ্ৰহণ কৰিছে যে—এলেন ৰ'বৰ সেই কৌশল ভেদ কৰাটো সহজসাধ্য নহয়।

এছ. কে জি! তোমালোকে যদি সফলতাৰে কিউ. বি. ডোবিনাৰ তলি ফুটাই কিউ. বি. ডোবিনাত প্ৰৱেশ কৰিবলৈ সমৰ্থও হোৱা—তোমালোকৰ সন্মুখত আন কেইবাটাও সংকটপূৰ্ণ সমস্যাই তৎমুহূৰ্তে দেখা দিব।

প্ৰথমেই তোমালোকে—কোনো সাৰশব্দ নোহোৱাকৈ ষ্ট্ৰংৰুমৰ সন্মুখত সদা জাগ্ৰত হৈ থকা সশস্ত্ৰ প্ৰহৰী কেইজনক নিহত কৰিব লাগিব। সেইখিনি তোমালোকৰ বাবে যথেষ্ট সংকটপূৰ্ণ মুহূৰ্ত হ'ব। কিয়নো সশস্ত্ৰ জাগ্ৰত

প্ৰহৰী কেইজনক নিহত কৰাৰ আগতে তোমালোকৰ আটাইতকৈ বিটো প্ৰয়োজনীয় কাম হ'ব সেইয়া হ'ল—কিউ. বি. ডোবিনাৰ বিদ্যুৎ সৰবৰাহ ক্ষেত্ৰত বিজুটি ঘটোৱা। নিৰ্দিষ্ট সময়ত ডোবিনাৰ বিদ্যুৎ সৰবৰাহ বন্ধ কৰিব নোৱাৰিলে এলেন ৰ'বে ডোবিনাৰ তৃতীয় মহলাৰ নিজৰ কোঠাত বহিয়েই ষ্ট্ৰংৰুমৰ লগত সংযোগ থকা চৰ্ট চাৰ্কিট টেলিভিচনত তোমালোকৰ উপস্থিতিৰ কথা উমান পাব।

টেলিভিচনত তোমালোকৰ উপস্থিতিৰ কথা এলেন ৰ'বে কিবা প্ৰকাৰে জানিলে তাৰপিছৰ সম্ভাব্য সংকটপূৰ্ণ পৰিস্থিতিৰ কথা তোমালোকে নিশ্চয় নিজেই অনুমান কৰি লব পাৰিবা।

অৱশ্যে এই সকলো নিৰ্ভৰ কৰিছে—এফ. বি. আইয়ে কিউ. বি. ডোবিনাৰ ওপৰত আক্ৰমণ চলোৱাৰ ওপৰত।

যদি আমি ভবামতেই এফ. বি. আইয়ে নিৰ্দিষ্ট সময়তে আক্ৰমণ চলায় তেতিয়া আম'ৰ যথেষ্ট সুবিধা।

যদি ধৰি লওঁ তোমালোকে আঁচনি অনুযায়ীয়েই কোনো অসুবিধাৰ সন্মুখীন নোহোৱাকৈয়ে—ডোবিনাৰ বৈদ্যুতিক সংযোগ বিকল কৰি—ষ্ট্ৰংৰুমৰ সন্মুখৰ সশস্ত্ৰ প্ৰহৰী কেইজনক নিহত কৰিবলৈ সমৰ্থ হ'লা তাৰপিছত আহি পৰিব আন এক সমস্যা।—ষ্ট্ৰংৰুম খোলাৰ সমস্যা।

ষ্ট্ৰংৰুমৰ দুৱাৰ খোলাৰ ক্ষেত্ৰতে এলেন ৰ'বে যথেষ্ট কৌশল অবলম্বন কৰি ৰাখিছে।

ষ্ট্ৰংৰুমৰ মূল প্ৰৱেশ পথৰ দুৱাৰ খোলাৰ সুইচটো থাকে ডোবিনাৰ তৃতীয় মহলাৰ এলেন ৰ'বৰ কোঠাত।

যদি কিবা প্ৰকাৰে তোমালোকে এলেন ৰ'বৰ তৃতীয় মহলাৰ কোঠাত প্ৰৱেশ কৰিবলৈ সমৰ্থও হোৱা—তেতিয়াহলেও আন এক সমস্যাই বাট চাই আছে— আকৌ বিদ্যুৎ সংযোগ। কিয়নো ডোবিনাত বিদ্যুৎ থাকিলেহে—এলেন ৰ'বৰ কোঠাত থকা চুইচ অন কৰাটো সম্ভৱ হ'ব।

কিন্তু সেইয়া একেবাৰেই অসম্ভৱ—। মই ভাবোঁ তোমালোকে ইমানখিনি ৰিস্ক লবলৈ যোৱাটো উচিত নহ'ব।

এই কথা চিন্তা কৰিয়েই জকিৰ কাজমীৰ আমদানী। জকিৰ কাজমী ষ্ট্ৰংৰুমৰ তলা খোলাত সিদ্ধহস্ত লোক। যিমানেই শক্তিশালী কৌশল পূৰ্ণ তলা নহওক জকিৰ কাজমীৰ বাবে সেইয়া একো সমস্যাই নহয়। গতিকে ষ্ট্ৰংৰুমৰ তলা খোলাৰ দায়িত্বত থব জকিৰ কাজমী। জকিৰ কাজমীয়ে যদি সফলতাৰে কম সময়ৰ ভিতৰতে ডোবিনাৰ ষ্ট্ৰংৰুমৰ তলা খুলিব পাৰে—তেতিয়াহলে আমি সেই ত্ৰিশলাখ পাউণ্ড মূল্যৰ ডায়মণ্ড হস্তগত কৰাৰ আশা কৰিব পাৰো। অৱশ্যে কম শক্তিশালী মাইন ব্যৱহাৰ কৰি বা ডিনামাইটৰ দ্বাৰাও ষ্ট্ৰংৰুমৰ দুৱাৰ ভাঙিব পৰা যায়। কিন্তু তেনে কৰিবলৈ যাওতে হয়তো এটা

অবাঞ্চনীয় পৰিস্থিতিৰহে উদ্ভৱ হব।

ইবন পাজ্জাজৰ থেক নিছিগা বক্তব্যৰ মাজতে এইবাৰ মই মাত দিলো—কিন্তু পাজ্জাজ, তুমি এই অভিযানৰ এটা দিশহে ভাবি চাইছা কিন্তু তুমি আনটো দিশৰ কথা এবাৰো উল্লেখ কৰা নাই।

অৰ্থাৎ ?

অৰ্থাৎ তুমি মান্দাৰাচ আফ্লাকৰ দিশটো এবাৰো ভাবি চোৱা নাই। মান্দাৰাচ আফ্লাকৰ দৃষ্টিও নিশ্চয় এতিয়া এই কিউ. বি. ডোবিনাৰ ওপৰত নিবদ্ধ। আফ্লাকে নিশ্চয় ইতিমধ্যে বাৰ্তা সংগ্ৰহ কৰিবলৈ সমৰ্থ হৈছে যে—মই ইতিমধ্যে তোমাৰ লগ লাগিছো। গতিকে আফ্লাকে নিশ্চয় এতিয়া আমাৰ গতিবিধিৰ ওপৰত লক্ষ্য ৰাখিব।

পাজ্জাজ! তুমি নিশ্চয় পাহৰি যোৱা নাই - ৰুকশানা মান্দাৰাচ আফ্লাকৰ হাতত বন্দী। গতিকে ডোবিনাৰ ডায়মণ্ড উদ্ধাৰ অভিযানৰ লগে লগে ৰুকশানাক উদ্ধাৰৰ অভিযানো হাতত লব লাগিব।

ইবন পাজ্জাজে পানীয়ত এঢোক মাৰি ওঠত হাঁহি বিৰিঙিল—তুমি চিন্তা নকৰিবা এছ. কে. জি! আফ্লাকে ইতিমধ্যে আমাৰ জালত ভৰি দিছে। গতিকে ৰুকশানাৰ নিৰাপত্তাৰ বাবে তুমি সম্পূৰ্ণ নিশ্চিত থাকা।

এতিয়া মান্দাৰাছ আফ্লাকৰ একেটাই চিন্তা জকিৰ কাজমীয়ে আমাক প্ৰতাৰণা কৰি কেতিয়া অপহৃত ডায়মণ্ড মান্দাৰাচৰ হাতত অৰ্পণ কৰিবগৈ। যিহেতু জকিৰ কাজমী মান্দাৰাচৰ ওচৰত প্ৰতিশ্ৰুতিবদ্ধ। গতিকে জকিৰে ডায়মণ্ডলৈ উভতি নোযোৱা পৰ্যন্ত মান্দাৰাচ আফ্লাকে তাপ মাৰি ৰব বুলিয়েই মোৰ বদ্ধ ধাৰণা।

কিন্তু জকিৰ কাজমী ?

আফ্লাকৰ দলে—জকিৰ কাজমীক প্ৰতিশ্ৰুতিবদ্ধ কৰাইছে—যাতে জকিৰ কাজমীয়ে যিকোনো প্ৰকাৰে—ডোবিনাৰ পৰা ডায়মণ্ড উধাও কৰি আফ্লাকৰ হাতত অৰ্পণ কৰে। নহলে—এলিকোহেন আৰু এলিকোহেনৰ সদ্যজাত শিশুটিৰ মৃতদেহ জকিৰ কাজমীক উপহাৰ দিয়া হব।

এলিকোহেনৰ মৃতদেহ ? কিন্তু এলিকোহেন কোন ?

এলিকোহেন জকিৰ কাজমীৰ আদৰৰ পত্নী। মৰমৰ পত্নী আৰু নিজ শিশুটি নিহত হোৱাৰ ভয়তে জকিৰে আমাক প্ৰতাৰণা কৰা হব বুলি মান্দাৰাচ আফ্লাকৰ দলক কথা দিছে।

অৱশ্য সময়মতেই মান্দাবাচ আৰু জকিৰৰ অভিসন্ধিৰ কথা আমি জানিব পাৰিলো যেতিয়া আমি নিৰ্দিষ্ট সময়ত সাৱধান হব পাৰিম—যাতে জকিৰে আমাক প্ৰতাৰণা কৰিবলৈ কোনোপধ্যেই সুযোগ নাপায়। আনহাতে এছ. কে. জি। ৰুকশানাৰ নিৰাপত্তাৰ দায়িত্ব মোৰ হাতত তুমি নিশ্চিন্তে এৰি দিব পাৰা। মই এই দিশটো চম্ভালিম।

মোৰ চিন্তা হল—ইবন পাজাজৰ কথাত সম্পূৰ্ণৰূপে নিৰ্ভৰ কৰিব পাৰিবনে নোৱাৰি? দেখাত যদিও ইবন পাজাজে মোৰ প্ৰতি সুদীৰ্ঘ সহায়ৰ হাত আগবঢ়াইছে—এই ইবন পাজাজ কিমান দূৰ বিশ্বাসযোগ্য? যদিহে ডায়মণ্ড-খিনি আহৰণৰ পিচতে ইবন পাজাজেও নিজৰ প্ৰকৃত ৰূপ ব্যক্ত কৰে? তাৰোপৰি মান্দাৰাচ আফ্ৰাকৰ ওচৰত প্ৰতিশ্ৰুতিবন্ধ জাকিৰ কাজমীক লৈয়ে যে—কোনো অঘটনৰ নঘটিব তাৰেইবা কি নিশ্চয়তা আছে।

মোৰ মনত চিন্তাৰ পাক ঘূৰণি খালে—মই যেন কাৰো ওপৰত নিৰ্ভৰ কৰিব নোৱাৰা হলো। তেনেহলে এই ভয়াবহ অভিযানৰ শেষ গতি কি হব?

মোৰ ভাবান্তৰলৈ লক্ষ্য কৰি—ইবন পাজাজে ওঠত হাঁহি বুলালে। এছ কে জি। অভিযানৰ পদেপদে সংকটলৈ চাই চিন্তাৰ কথাই। কিন্তু তোমালোকৰ অভিযানৰ সবাতোকৈ গুৰুত্বপূৰ্ণ দিশটো এতিয়াও কোৱাই নাই। অভিযানৰ সবাতোকৈ গুৰুত্বপূৰ্ণ দিশটো হল—পানীৰ তলৰে গতি কৰা টৰ্পেড সদৃশ তীব্ৰবেগী টৰনেডথন সুচাৰুৰূপে নিয়ন্ত্ৰণ কৰা। অৱশ্যে ফ্ৰেংকলিন টৰনেডত তোমাৰ সহযোগী হৈ যাব পৰা হলে চিন্তাৰ কোনো কাৰণ নাছিল। কিয়নো টৰনেডথন ফ্ৰেংকলিনৰ নিজহাতে তৈয়াৰী যেতিয়া ফ্ৰেংকলিনে টৰনেডথনৰ খুটিনাটি সকলো জানিলেহেতেন। কিন্তু টৰনেডথনত যেনেতেনে দুজন মানুহ যোৱাটোহে সম্ভৱ।

তেনেস্থলত জাকিৰ কাজমী তোমাৰ লগত সহযোগী হৈ গলে—ফ্ৰেংকলিনে তোমাক সহযোগ কৰাৰ প্ৰশ্নই নুঠে।

এছ. কে. জি! জাকিৰ কাজমী কেৱল যে—তলা-খোলাতহে পাৰ্গত এনে নহয়। জাকিৰ কাজমীৰো যথেষ্ট কাৰিকৰী দক্ষতা আছে। গতিকে দুয়োমিলি কোনো বিঘিনি নোহোৱাকৈয়ে টৰনেডথন নিয়ন্ত্ৰণত ৰাখিব পাৰিবা বুলিয়েই নিশ্চয় আশা ৰাখিব পাৰো। অৱশ্যে তোমালোকে আচনি মতেই যদি ক্ষীপ্ৰ হাতেৰে সকলোকাম সমাধা কৰিব নোৱাৰা—সামান্য অসতৰ্কৰ ফলতে তোমালোকে কেনে সংকটৰ সন্মুখীন হবা সেইকথা নিশ্চয় সোঁৱৰাই নিদিলেও হব।

কিন্তু পাজাজ! এই অভিযানৰ সফলতা সম্পূৰ্ণ নিৰ্ভৰ কৰিছে—ফেডাৰেল বুৰ অব ইনভেষ্টিগেচনৰ আমি আশা কৰা মতে কিউ. বি. ডোবিনাৰ ওপৰত চলোৱা আকস্মিক আক্ৰমণৰ ওপৰত। এফ বি. আইয়ে যদি আক্ৰমণ নচলায়......??

এই খিনিতে যদিৰ প্ৰশ্ন ননাই ভাল এছ. কে. জি। এফ. বি. আইয়ে ডোবিনাৰ ওপৰত আক্ৰমণ চলোৱাতো নিশ্চিত বুলি ধৰি লৈয়েই আমাৰ এই অভিযানৰ আচনি। আমি শেহতীয়াকৈ সংগ্ৰহ কৰা বাৰ্তানুযায়ী এফ. বি. আইয়ে নিশ্চিতভাবে ডোবিনাৰ ওপৰত আক্ৰমণ চলাবই। কিয়নো এফ. বি. আইয়ে জানি শুনি বহু আকাংক্ষিত নৃশংস জলদস্যু এলেন ৰ'বক বেহাই দিয়াৰ সম্ভাৱনা কম। গতিকে সেই ক্ষেত্ৰত এই শেষমুহূৰ্তত হতাশাৰ ভাব পৰিত্যাগ

কৰাহে সমীচীন।

আন এটা আৱশ্যকীয় কথা হল এছ· কে· জি। তুমি নিশ্চয় ইতিমধ্যে কিউ· বি· ডোবিনাৰ অন্তৰ্ভাগ, আৰু বহিৰ্ভাগ, দুয়োভাগৰে নক্সা নিজৰ মনতে জুকিয়াই লব পাৰিছা।

সেই খিনিতেও মোৰ মনত সামান্য খোকোজা বৈ গৈছে পাজাজ। আমাৰ এজেণ্টে সংগ্ৰহ কৰা কিউ· বি· ডোবিনাৰ অভ্যন্তৰৰ নক্সা অনুযায়ী—ডোবিনাৰ একেবাৰে তল ভাগৰ দক্ষিণ প্ৰান্তত ষ্ট্ৰংৰুম আৰু তাৰ বিপৰীত ফালে তৃতীয় মহলাত এলেন ৰ'বৰ কেবিন—কিন্তু এলেন ৰ'বৰ কেবিন আৰু ষ্ট্ৰংৰুমৰ লগত যিহেতু চৰ্ট চাৰ্কিট টেলিভিচনৰ সংযোগ আছে – তেনে ক্ষেত্ৰত ষ্ট্ৰংৰুমটো যদি ডোবিনাৰ দক্ষিণ প্ৰান্তত হয় এলেন ৰ'বৰ তৃতীয় মহলাৰ কেবিনটোও দক্ষিণ প্ৰান্ততহে হোৱাৰ সম্ভাৱনা। গতিকে আমাৰ এজেণ্ট সংগ্ৰহ কৰা ডোবিনাৰ নক্সা সম্পূৰ্ণ নিৰ্ভৰযোগ্য নহবও পাৰে।

তোমাৰ কথাত যুক্তি আছে এছ· কে· জি! মোৰ মনতো তেনে ধাৰণাই উদয় হৈ ছ। গতিকে শেষ মুহূৰ্ত্তত আচনিৰ কিবা সাল সলনি কৰিব লগা হলে— তুমি নিজেই ইয়াৰ সংস্কাৰ সাধি লব পাৰিবা বুলি আশা ৰাখিলো।

সি যিয়েই হওক নিশা এক বাজি দহ মিনিটত অৰ্থাৎ ঠিক এক ঘণ্টাৰ পিচত আমাৰ এই মালবাহী জাহাজ বুলবিচে কিউ· বি ডোবিনা আহি থকা ফালে গতি কৰিব।

বুলবিচ যেতিয়া কিউ· বি· ডোবিনাৰ পৰা পঞ্চাশ নট' দুৰত্বত থাকিব তেতিয়াই তোমালোকৰ টৰনেড সাগৰৰ তলিদি ডোবিনা অভিমুখে যাত্ৰা আৰম্ভ কৰিব লাগিব।

যদি আমি কৰা আচনি মতেই সকলো কাম সুকলমে সমাধা হয় তেতিয়া হলে বুলবিচে ডোবিনা পাৰ হৈ আকৌ সিফালে পঞ্চাশ নট' দুৰত্ব অতিক্ৰম কৰোতেই তোমালোকেই কাম সমাধা কৰা সেইখিনি পাবাগৈ।

তোমালোকে অৱশ্যে আৰু দুটা কথাত সতৰ্ক হব লাগিব। যদি কিবা কাৰণত টৰনেডখনৰ যান্ত্ৰিক বিজুটি ঘটে তেতিয়া কি কৰিবা? আৰু যদি শেষ মুহূৰ্ত্তত তোমালোকে জানিব পাৰা যে এফ· বি· আইয়ে ডোবিনাৰ ওপৰত আক্ৰমণ চলোৱা নাই, তেতিয়া নিশ্চয় এলেন ৰব'ৰ সতৰ্ক দৃষ্টিৰ পৰা তোমালোকে ৰেহাই নাপাবা। এই দুটা সমস্যা তোমালোকৰ সম্মুখত আছে। মই ভাবিছো এছ· কে· জি! এই দুটা সংকটৰ পৰা উদ্ধাৰ পাবলৈ, তোমালোকৰ সম্মুখত একমাত্ৰ উপায় থাকিব সাগৰৰ বুকুত জাপ দিয়া। তাৰ বাবে তোমালোক সাজু হৈয়ে যাব লাগিব।

তোমালোকৰ পৰিধানত থাকিব সাগৰৰ তলিত মণি মুকুতা বিচাৰি ফুৰা মানুহে পিন্ধা ফ্ৰগমেনৰ ড্ৰাইভাৰ চুট। এই সাজসজ্জা পিন্ধিলে কিন্তু তোমালোকৰ যথেষ্ট অসুবিধা হব, কিয়নো এই গধুৰ সাজসজ্জাই তোমালোকৰ

ক্ষীপ্রতাত যথেষ্ট বাধা আৰোপ কৰিব। কিন্তু তোমালোকৰ নিৰাপত্তাৰ স্বাৰ্থে তাৰ বাহিৰে গত্যন্তৰো নাই।

মোৰ বুকু দুৰু দুৰু কৰিছে।

এই মুহূৰ্তটোতে আমাৰ অভিযান আৰম্ভ হব।

যদি সুচাৰুৰূপে আৰু নিৰ্বিঘ্নে সকলো কাম সমাধা কৰিব পাৰো তেতিয়া হলে প্ৰায় দুঘণ্টাৰ ভিতৰত আকৌ বুলবিচ পামগৈ।

জকিৰ কাজমীৰ আৰু মোৰ দুয়োৰে গাত সাগৰৰ তলিত বিচৰণ কৰা ফ্ৰগমেনৰ ড্ৰাইভাৰ চুট।

অলপ আগতে ইবন পাজাজে জনাইছে এফ· বি আইয়ে ডোবিনাৰ ওপৰত আক্ৰমণ চলাবলৈ সাজু।

তীব্ৰ গতিত বুলবিচ আগ বাঢ়িছে। হয়তো বুলবিচৰ টেলিস্কপৰ হাইলেন্সত ইতিমধ্যে বিপৰীত ফালৰ পৰা আহি থকা কিউ· বি· ডোবিনা দৃষ্টিত পৰিছে।

মই আৰু জকিৰ কাজমী যেনেতেনে টৰনেডৰ ভিতৰত থিতাপি লৈছো। ড্ৰাইভাৰ চুটৰ লগত সংলগ্ন অক্সিজেন ভেচেল আদিয়ে আমাৰ মুখমণ্ডল আৱৰি আছে। গতিকে দুয়োয়ে কথাবতৰা কৈ এই উত্তেজনা মুহূৰ্তৰ শাম কটোৱাৰ কোনো উপায় নাই।

মোৰ ভাব হল জকিৰ কাজমী যেন গভীৰ চিন্তাত মচগুল। হয়তো জকিৰৰ মনত ইতিমধ্যে অন্তৰ্দ্বন্দ্ব আৰম্ভ হৈছে নিজ পৰিবাৰ আৰু শিশুটিক মৃত্যু মুখৰ পৰা উদ্ধাৰ কৰিব পাৰিবনে নোৱাৰে।

মই আকৌ এবাৰ টৰনেডৰ কাৰিকৰী খুতিনাতি সমূহ চকু ফুৰাই চালো, সকলো ঠিক আছে। পানীৰ তলত ব্যৱহাৰ কৰা হাৰপুন বন্দুক, জাহাজ উৰাই দিব পৰা লিমপেট মাইন· আৰু সহ্য শক্তি বাঢ়িবলৈ খোৱা বেনজেড্ৰিন টেবলেট মই সহজেই পাব পৰা ঠাইত ৰাখিলো।

সেই মুহূৰ্তটোতে টৰনেডৰ সংলগ্ন ট্ৰেন্সমিটাৰত এটা শব্দ ভাহি আহিল —হোমাৰ।

মই উৎফুল্লিত হৈ পৰিলো—এইমাত্ৰ আমাৰ যাত্ৰা আৰম্ভ কৰিব লাগিব।

টৰনেডৰ ইঞ্জিন ষ্টাৰ্ট হল।

চেক অইল, হাইড্ৰোলিক প্ৰেচাৰ, ক্লক অন্ ইনষ্ট্ৰমেণ্ট পেনেল সকলো ঠিক আছে।

এইবাৰ বুলবিচৰ তলৰ এটা অংশত প্ৰবেশ দ্বাৰৰ নিচিনা এটা পথ মুকলি হ'ল। কেৱল এটা ৱাটাৰ প্ৰুফ আবৰণে এতিয়াও পথটো আবৰি ৰাখিছে।

তেতিয়া মুহূৰ্তে আমাৰ টৰনেডই ৰাটাৰ প্ৰুফ আৱৰণ কাঢ়ি সাগৰত ডুব দিলে—আমাৰ যাত্ৰা আৰম্ভ হ'ল।

সাগৰৰ তলিদি তীব্ৰ গতিত টৰনেড অগ্ৰসৰ হ'ল।

মই আনন্দ অনুভৱ কৰিলোঁ। সচাকৈয়ে এনে সুন্দৰ চিত্তাকৰ্ষক অভিযান এয়ে প্ৰথম। যদি সুকলমে সকলো কাম সমাধা কৰিব পৰা যায়—তেতিয়া সচাকৈয়ে আনন্দৰ সীমা নাথাকিব।

জকিৰ টৰনেডৰ ভিতৰত প্ৰৱেশ কৰা পানী বাহিৰ কৰিবলৈ চেষ্টা চলাইছে। জকিৰৰ কোনো ভাবান্তৰ নাই। জকিৰৰ মনত চাগৈ একেই চিন্তাৰ ধুমুহা। এলিকোহেন আৰু শিশুটিক কেন্দ্ৰ কৰি মান্দাৰাছ আগ্নাকে ৰচনা কৰা দুৰ্যোগৰ কথাই এতিয়া জকিৰৰ মনত চাগৈ পাক ঘূৰণি খাইছে। জকিৰে নিশ্চয় মনে মনে দৃঢ় প্ৰতিজ্ঞ হৈছে—যিকোনো প্ৰকাৰে ডায়মণ্ডখিনি অপহৰণ কৰি মান্দাৰাচৰ কবলৰ পৰা নিজ পৰিবাৰ আৰু শিশুটিক উদ্ধাৰ কৰিবই লাগিব।

কেইমুহূৰ্তমান পিচতে—টৰনেডৰ ইলেকট্ৰনিক ট্ৰেন্সমিটাৰত ভাহি আহিল—মিঃ স্কটলেণ্ড।

অৰ্থাৎ কিউ বি· ডোবিনালৈ আৰু দূৰত্ব আছে আৰু মাত্ৰ দহ নট্‌চ।

এইবাৰ টৰনেডৰ তীব্ৰগতি একেবাৰে সীমিত কৰি পেলালোঁ।

মই কিউ বি·ডোবিনাৰ নক্সাখন মনতে জুকিয়ালো। দক্ষিণ প্ৰান্তত ষ্টেংৰুম। মই জকিৰ কাজমীকো সাজু হবলৈ ইঙ্গিত দিলো।

কেইমুহূৰ্তমান পিচতে আমাৰ টৰনেড তেনেই ধীৰ গতিত কিউ. বি. ডোবিনাৰ তল পালেগৈ।

এইবাৰ মেগনেটিক চুইচ অন হ'ল। টৰনেডৰ চাৰিওকাষে সৰল ৰেখাৰ নিচিনাকৈ থকা শক্তিশালী চুম্বকে টৰনেডখনক কিউ· বি· ডোবিনাৰ তল অংশত থাপ খুৱাই লগাই পেলালে। এতিয়া এই সৰু টৰনেডখন যেন ডোবিনাৰেই এটা অলাগতীয়াল অংশ হৈ পৰিল।

ইলেকট্ৰনিক ট্ৰেন্সমিটাৰ অনা হ'ল—আমি জানিলো ফ্লেম আউট অৰ্থাৎ নিৰ্দিষ্ট ঠাই পাইছোঁহি।

এইবাৰ তৰিৎবেগে আমাৰ কাম আৰম্ভ হ'ল। অক্সি এচিটেলিন টৰ্চত অক্সিজেন টিউব সংযোগ হ'ল। অতি শক্তিশালী আৰু উন্নত ধৰণৰ ওৱেলডিং ষ্টিক সাজু কৰি ললো।

এবাৰ টৰনেডখনৰ চাৰিওফালে দৃষ্টি দি চালো—টৰনেডখন ডোবিনাৰ তলিত এনেদৰে খাপখাই পৰিছে যে—সাগৰৰ পানী কোনো পধ্যেই ভিতৰ সোমোৱাৰ সম্ভাৱনা নাই। পিচে কিবা কাৰণে চুম্বকৰ শক্তি হ্ৰাস পালেহে সৰ্বনাশ হব। কেৱল সৰ্বনাশেই নহয়—ডোবিনাৰ তলি ফুটাই ডায়মণ্ড অপহৰণ কৰাতো দূৰৰেই কথা সাগৰৰ অতল গহ্বৰত জীৱন ৰক্ষাৰ বাবে নিশ্চয়

টাইগাৰ চাৰ্ক বা হৰ্স কীলাৰ জাতীয় নিৰ্দয় আৰু বিষাক্ত সাগৰীয় মাছৰ লগত যুদ্ধ চলাব লাগিব।

এইবাৰ ডোৰিনাৰ তলিত লোহাকটা আৰম্ভ হল। জাকিৰে আৱশ্যকীয় যন্ত্ৰপাতি এপদ এপদকৈ আগবঢ়াই দি মোৰ কাৰ্যত সহায়ৰ হাত আগবঢ়ালে।

শব্দ যথেষ্ট হৈছে যদিও...সাগৰৰ পানীৰ ঢৌৰ বৃহৎ শব্দই নিশ্চয় এই শব্দ তল পেলাইছে।

কিছু সময়ৰ পিচতে—ডোৰিনাৰ তলিত এটা মানুহ যেনে তেনে সোমাব পৰা ফুটা হল।

এইবাৰ ডোৰিনাৰ অভ্যন্তৰত প্ৰৱেশ কৰিব লাগিব। মই ঘামত টুপটুপীয়া হৈ পৰিছো যদিও—উপায় নাই। ড্ৰাইভাৰ চুট পিন্ধি যে যথেষ্ট অসুবিধাত পৰিম মই আগেয়ে অনুভৱ কৰিছিলো। অলপ মুকলি বতাহ লব পাৰিলে যেন ৰক্ষা পৰো।

নাই উপায় নাই—এইখিনি আমাৰ অভিযানৰ চৰম মুহূৰ্ত। এইখিনি সময়ৰ কাৰ্যদক্ষতাৰ ওপৰতে আমাৰ অভিযানৰ সফলতা বিফলতা নিৰ্ভৰ কৰিছে। যতদূৰ সম্ভৱ এই পৰ্যন্ত এফ. বি. আইয়ে ডোৰিনাৰ ওপৰত আক্ৰমণ চলোৱা নাই। এফ বি. আইয়ে যদি ডোৰিনাৰ ওপৰত আক্ৰমণ নচলায়—আমাৰ অভিযান যে যথেষ্ট বিপদ সংকুল হৈ পৰিব তাত কোনো সন্দেহ নাই।

কিন্তু উপায় নাই। ইমানদূৰ আগবাঢ়িলো যেতিয়া এতিয়া পিচ হুঁহকাৰ প্ৰশ্ন নুঠে।

ডোৰিনাৰ তলিত আমি কৰা ফুটাটোৰেদি এবাৰ ভুমুকি মাৰিলোঁ। প্ৰথমবাৰত একোকে নেদেখিলো—সকলো যেন অন্ধকাৰ। কিন্তু অলপ সময় এক দৃষ্টে চাই থাকি বুজিলো—একাধিক সশস্ত্ৰ প্ৰহৰী। প্ৰহৰীৰ অৱস্থিতিলৈ চাই অনুমান হল -ত্ৰিশলাখ পাউণ্ড ডায়মণ্ড ৰখা ষ্ট্ৰংৰুমটোও নিশ্চয় ওচৰে পাজৰে। তাৰমানে আমি উপযুক্ত ঠাইতে অৱস্থিতি কৰিছো। আমাৰ সফলতাত মই আনন্দ অনুভৱ কৰিলোঁ।

মই ফুটাটোৰেদি আকৌ এবাৰ ভুমুকি মাৰিলোঁ—এটা নিস্তেজ লাইটৰ তলত নিৰিবিষ্ট মনে প্ৰহৰী কেইজনে কিবা খেলাত ব্যস্ত—হয়তো ব্ৰেক জেক্।

প্ৰহৰী কেইজন হয়তো আমাৰ পৰা খুউব বেঁচি দহগজ আতৰত। প্ৰহৰী কেইজনে হয়তো কল্পনাও কৰিব পৰা নাই এনেদৰে দহগজ আতৰত সিহঁতৰ মৃত্যুদূত আহি উপস্থিত হৈছে।

চাৰিজন প্ৰহৰীয়ে এইফাল পিঠি দি আছে যদিও দুজনৰ মুখ আমাৰ ফালে। আমাৰ ফালে মুখ কৰি থকা এজনৰ হাতত অটমেটিক ৰাইফল। সি হয়তো খেলত ভাগ লোৱা নাই। সি কেৱল নীৰৱ দৰ্শক হৈ খেলা চাই আছে। বাকী কেইজনে নিজৰ নিজৰ ৰাইফল একাষে থৈ খেলাত নিমগ্ন।

মই চিন্তা কৰিলো—জাহাজত বিজুলী সৰবৰাহৰ বিজুটি ঘটাবলৈ আমি এই

সশস্ত্র প্ৰহৰী কেইজনৰ উপস্থিতিত প্ৰৱেশ কৰাটো অসম্ভৱ। যিমান কম সময়ত পাৰি প্ৰহৰী কেইজনক নিহত কৰি বিজুলী সৰবৰাহত বিঘ্নটো ঘটাব লাগিব। নহলে ডোবিনাৰ তৃতীয় মহলাৰ কোনিনত টেলিভিচন সম্মুখত লৈ বহি থকা এলেন ৰ'বে আমাৰ উপস্থিতিৰ কথা জানিবলৈ বেচি সময় নালাগিব। মই জকিৰ কাজমীক ইঙ্গিত কৰিলো—একে উশাহে সকলো কেইজনকে ধৰাশায়ী কৰিব লাগিব।

আমি দুয়ো সাজু—এক মুহূর্ত—

মোৰ গুলি প্ৰথমেই লাগিল—ৰাইফল লৈ এইফালে মুখ কৰি থকা প্ৰহৰীটোৰ গাত। কিন্তু বাকী কেইটাই তৎ ধৰাৰ আগতেই বাকী কেইটাও মুহূর্তেতে গুলি বিদ্ধ হৈ গ'ল।

আমি তীব্ৰবেগে ডোবিনাত প্ৰৱেশ কৰিলো—কেইমুহূর্তমানৰ ভিতৰতে ডোবিনাৰ বিজুলী সৰবৰাহত বিজুটি ঘটোৱা হ'ল।

এইবাৰ মই আমাৰ ইলেকট্ৰনিক ট্ৰেন্সমিটাৰত খবৰ পঠিয়ালোঁ—ফ্ৰেম ইন অৰ্থাৎ আমি ভিতৰত প্ৰৱেশ কৰিলোঁ। মই মনতে ভাবিলো ইবন পাজাজে নিশ্চয় আমি ভিতৰত প্ৰৱেশ কৰা খবৰ পাই আনন্দত উৎফুল্লিত হৈ পৰিছে।

ফ্লাচ লাইটৰ পোহৰত জিলিকি উঠিল—এটা শক্তিশালী ষ্ট্ৰংৰুম। মোৰ অনুমানেই ঠিক—এই ষ্ট্ৰংৰুমতে নিশ্চয় আমাৰ বহু আকাঙ্ক্ষিত—ডায়মণ্ড সযতনে ৰখা হৈছে।

এই মুহূর্তত অৱশ্যে মোৰ চাৰিওফালে সতৰ্ক দৃষ্টিৰখা আৰু কাজমীক ফ্লাচ লাইটৰ পোহৰ আৰু অন্যান্য সহায় আগবঢ়োৱাৰ বাহিৰে আন কাম নাই।

কাজমীয়ে নিজৰ সকলো যন্ত্ৰপাতি উলিয়াই ল'লে—ষ্ট্ৰংৰুমৰ তলা খোলাৰ কাম ক্ষীপ্ৰ হাতেৰে আৰম্ভ হ'ল। কাজমীয়ে কামৰ সুবিধাৰ' বাবে মুখমণ্ডলত খাপ খাই থকা ড্ৰাইভাৰ চুটৰ সংলগ্ন অক্সিজেন এপাৰেটাচ আদি খুলি ললে।

আৰু কিছু সময় অতিবাহিত হল। কাজমীয়ে অশেষ চেষ্টা কৰিও কোনো পধ্যেই ষ্ট্ৰংৰুমৰ তলা খুলিব পৰা নাই। মই কাজমীক উৎসাহ যোগালোঁ।

কিন্তু সেই মুহূর্তেতে অভাৱনীয় ভাবে এটা গুলি আহি মোৰ বাহুত লাগিল।

মই ঢলি পৰিলো—সামান্য ইফাল সিফাল হোৱাহলেই মোৰ বুকু ভেদি গুলি বাহিৰ হৈ গলহেতেন। যন্ত্ৰণাত মোৰ অস্ফুটস্বৰ বাহিৰ হল। ধাৰাসাৰে তেজ ববলৈ ধৰিলে।

জকিৰে হাউলি মোৰ গুলি বিদ্ধ ঠাইডোখৰ পৰীক্ষা কৰিলে—মই কাজমীক ইঙ্গিত দিলো, সাৱধান, গুলি নিশ্চয় নিহত প্ৰহৰী কেইটাৰ ফালৰ পৰাই আহিছে—কোনোবাটো প্ৰহৰী হয়তো আধামৰা হৈ আছিল।

কিন্তু জকিৰে সাৱধান হবলৈ সুযোগেই নাপালে—এটা গুলি জকিৰৰ কাণৰ কাষেদিয়েই গ'ল। কপাল ভাল জকিৰে কোনোমতে এই বাৰলৈ নিস্তাৰ পালে।

আমি আন্ধাৰতে অনুমান কৰিলো কোনোবা এটা যেন চুচৰি চুচৰি পলাবলৈ চেষ্টা কৰিছে।

ফ্লাচ লাইটৰ পোহৰত জিলিকি উঠিল—এটা প্ৰহৰীয়ে কিছু আতৰত এটা ভাৰি চোচৰাই প্ৰাণপণে ওপৰলৈ উঠা চিৰি বগাবলৈ চেষ্টা কৰিছে।

মুহূৰ্ততে জকিৰৰ গুলিয়ে প্ৰহৰীটোক বিন্ধি পেলালে। প্ৰহৰীটো ধৰমৰাই বাগৰি পৰিল।

মই জকিৰক ইঙ্গিতৰেই বুজাবলৈ চেষ্টা কৰিলো—যিমান পাৰি সোণকালে ইয়াৰ পৰা আতৰি পৰাটোহে যুগুত। যিহেতু যিকোনো মুহূৰ্ততে নৃশংস এলেন ৰ'বৰ একাধিক সশস্ত্ৰ প্ৰহৰীয়ে আহি দেখাদিয়াটো প্ৰায় নিশ্চিত। গতিকে ষ্ট্ৰংৰুম শীঘ্ৰে খুলিব পৰা মানেই আমাৰ মঙ্গল।

জকিৰ পুনৰ উদ্যমৰে ষ্ট্ৰংৰুমৰ তলা খোলাত ব্যস্ত হৈ পৰিল।

মোৰ বাহুত গুলি লগা ঠাইৰ পৰা তেজ এতিয়াও নিগৰি ওলাইছে। যন্ত্ৰণাত মই যেন যিকোনো মুহূৰ্ততে মূৰ্চ্ছা যাম।

কিন্তু মোৰ এই অসহ্য যন্ত্ৰণাকো পাহৰাই ৰাখিছে মোৰ আগন্তুক অভীষ্ট সিদ্ধিৰ উপক্ৰম দেখি।

মূৰ্খ ইবন পাজাজে নিশ্চয় ইতিমধ্যে ৰুকশানাক মান্দাৰাচ আয়াকৰ কবলৰ পৰা উদ্ধাৰ কৰিছে। গতিকে সিফালৰ পৰা মোৰ কোনো চিন্তাৰ কাৰণ নাই। ইবন পাজাজে বাৰু মোৰ নিচিনা প্ৰতাৰক এটাৰ ওচৰত কেনেকৈ আস্থা স্থাপন কৰিলে? কিয়নো ইবন পাজাজেতো জানে যিমানেই সুহৃদ নহওক প্ৰতাৰণা কৰা আৰু বিশ্বাসঘাটকতা মোৰ চৰিত্ৰৰ বৈশিষ্ট।

এই অলগৰ্দ্ধ জকিৰে ভাবি আছে—ত্ৰিশ লাখ পাউণ্ডৰ ডায়মণ্ড আমাক প্ৰতাৰণা কৰি জকিৰেই পাব।

মোৰ মনতে হাঁহি উঠিল—এই এছ, কে, জিৰ হাতৰ পৰা ত্ৰিশ লাখ পাউণ্ডৰ ডায়মণ্ড কোনে নিব পাৰে? ইবন পাজাজে মোক বিশ্বাক কৰি কি ভুলেই যে কৰিলে? আৰু জকিৰৰ বাবে—মোৰ কষ্ট কৰাৰ এটা গুলিয়েই যথেষ্ট।

তাৰপিচত এই ত্ৰিশলাখ পাউণ্ড ডায়মণ্ডৰ অধিকাৰী মই।

ইবন পাজাজে হয়তো ভাবিব—এই বিশ্বাসঘাটকক পুনৰ জব্দ কৰিব পাৰিলে উচিত শিক্ষা দিয়া যাব। কিন্তু সেই দিন বহুত দূৰত।

মই চিন্তাত মচগুল হৈ পৰিলো—এই বৃহৎ পৰিমাণৰ ডায়মণ্ডকে মূলধন কৰি কিছুদিনলৈ অন্ততঃত তাপ মাৰি ৰব লাগিব।

মায়ামিৰ চী বীচত—এটা সুন্দৰ সৰু বাংল'। মই আৰু ৰুকশানা। কেৱল আনন্দ আৰু আনন্দ।

হঠাতে জকিৰৰ উচ্চ স্বৰত মই চক খাই উঠিলো। ষ্ট্ৰংৰুমৰ তলা খুলিল।

ৰাণ্ডাৰফুল—মই একেজাপেই জকিৰৰ কাষ পালো।

জকিৰে সৰ্বশক্তি প্ৰয়োগ কৰি মুক্ত ষ্ট্ৰংৰুমৰ প্ৰবেশ দ্বাৰ খুলিবলৈ চেষ্টা

কৰিছে। মই মোৰ বিভলভাৰ হুলষ্টাৰত থৈ এটা হাতেৰে জাকিৰক সহায় কৰিলো। মনত মোৰ তেতিয়া ঘূৰ্ণিবতাহ।

ষ্ট্ৰংৰুমৰ প্ৰৱেশ দ্বাৰ লাহে লাহে মেলখালে।

কিন্তু ই কি –হঠাতে দেখোন ষ্ট্ৰংৰুমৰ ভিতৰৰ পৰা ধোৱাঁ ওলাইছে।

কিন্তু মই তৎ ধৰিব পৰাৰ আগতেই জাকিৰ কাজমী ফ্ল'ৰত বাগৰি পৰিল।

মোৰ অস্ফুট স্বৰ বাহিৰ হল—জাকিৰ ?

জাকিৰৰ দেহ মুহূৰ্ততে নিঠৰ হৈ পৰিল।

মই হতভম্ব হৈ পৰিলো—জাকিৰৰ কি হ'ল? এইবাৰ মোৰ বুজিবলৈ বাকী নাথাকিল—ষ্ট্ৰংৰুমৰ ভিতৰৰ পৰা বাহিৰ হৈছে মৰণ গেচ। ষ্ট্ৰংৰুমৰ দুৱাৰ খুলিলেই নিশ্চয় পূৰ্ণোদ্যমে মৰণগেচ বাহিৰ ওলায়। এনেন ৰ'বৰ কি সুন্দৰ নিৰাপত্তা ব্যৱস্থা।

কিন্তু ভাগ্যৰ কি পৰিহাস—কামত সুবিধাহওক বুলিয়েই জাকিৰে মুখৰ পৰা অক্সিজেন এপাৰেটাচ আদি খুলি নিজৰ মৰণ নিজেই চমু চপাই ললে।

এনেন ৰ'বৰ বুদ্ধিক কিন্তু প্ৰশংসা কৰিবই লাগিব।

এতিয়া চিন্তা ভাৱনা কৰি সময় অপব্যয় কৰা সময় নহয়। এফ, বি, আইয়ে যতদূৰ সম্ভৱ এতিয়াও ডোৰিনাৰ ওপৰত আক্ৰমণ চলোৱা নাই। গতিকে......।

মই মৰণত শৰণ দি এখোজ এখোজকৈ ষ্ট্ৰংৰুমৰ ভিতৰত প্ৰৱেশ কৰিলো।

ফ্লাচ লাইটৰ পোহৰত স্তূপীকৃত ডায়মণ্ড জকমকাই উঠিল! এই দুৰ্যোগৰ মাজতো আনন্দত মোৰ হিয়া নধৰা হ'ল। মোৰ হিয়া উগুল থুগুল লাগিল। এই সমূহ ডায়মণ্ডৰ এতিয়া একমাত্ৰ অধিকাৰী মই।

কিন্তু মোৰ হঠাতে খিয়াল হ'ল –ইমানখিনি ডায়মণ্ড মই এতিয়া আতৰাম কেনেকৈ? মোৰ গুলি লগা হাতখন এতিয়া সম্পূৰ্ণ নিষ্কৰ্মা। এখন হাতেৰে মই ইমানখিনি ডায়মণ্ড···??

মই আৰু অধিক চিন্তাৰ সুযোগ নাপালো—হঠাতে জাহাজৰ সকলো বিজুলী চাকি জ্বলি উঠিল।

মই তৰিৎবেগে—সুৰক্ষিত কৰি ৰখা ডায়মণ্ডৰ বাকচৰ পিচফালে শুই পৰিলো। আৰু চকুৰে চালো –মাইলৰ্ড, একেবাৰে একাধিক সশস্ত্ৰ প্ৰহৰী মোৰ সন্মুখত। এটা গুলি আহি মই লুকাই থকা বাকচৰ কাষত লাগি উফৰি গ'ল। ধাতৱ ঘৰ্ষণৰ এটা বিকৃত শব্দ হল। তাৰ পিচত একাধিক গুলি।

মই বুজি পালো উদ্ধাৰৰ কোনো উপায় নাই। মৃত্যু আহি যেন—মোৰ কাষৰত ঠিয় হৈ আছে।

এইবাৰ মোৰ কল্ট কল্ৰাৰ গুলি বাহিৰ হ'ল—একেবাৰে অব্যৰ্থ লক্ষ্য। একে উশাহে তিনিজন সশস্ত্ৰ প্ৰহৰী ধৰাশায়ী হল।

কিন্তু হঠাতে দুজন সশস্ত্ৰ প্ৰহৰী মোৰ ওপৰত জাপিয়াই পৰিল। আকস্মিক আক্ৰমণত মই সহজেই কাবু হৈ পৰিলো···তাৰ বাহিৰে গত্যন্তৰো নাই।

আন দ্মজন আছি মোৰ কষ্ট-কৰা, পানীৰ তলত ব্যৱহাৰ কৰিবলৈ ৰখা হাৰপ্মন বন্দুক, বন্দুৰ পকেটত ৰখা জাহাজ উৰাই দিব পৰা লিমপেট মাইন আৰু ফিউজ, সহ্যশক্তি বাঢ়িবলৈ খোৱা বেনজেড্রিন টেবলেট সকলো কাঢ়ি ললে। তাৰ পিচত এজনে মই পিন্ধি থকা ৰ'বৰৰ ফ্ৰগমেন ড্রাইভাৰ চুট্—এখন তীক্ষ্ণ চুৰিৰে ফালি পেলালে।

মই উলঙ্গ হৈ পৰিলো।

মোক প্রায় চোঁচৰাই ষ্ট্রংৰ্মৰ পৰা বাহিৰ কৰিলে। তাৰ পিচত পিছফালে হাত ভৰি একেলগ কৰি ৰচিৰে বান্ধিলে আৰ্ম চাৰিটা সশস্ত্র প্রহৰীয়ে দাংকোলাকৈ এফালে লৈ গল।

অসহ্য যন্ত্রণাত এইমাত্র যেন মোৰ হৃদপিণ্ডৰ ঢপঢপনি বন্ধ হৈ যাব। মই প্রাণপণে ধীৰে স্থিৰে থাকিবলৈ চেষ্টা কৰিলোঁ।

প্রহৰী কেইটাই কেইবাটাও চিৰি বগাই অৱশেষত মোক ডাঙি নি এটা ৰ্মমত প্ৰৱেশ কৰালে আৰ্ম থেকেচা মাৰি ফ্ল'ৰত পেলালে। মোৰ ম্মখৰ পৰা কাতৰ ধ্বনি বাহিৰ হ'ল।

ৰুমটোৰ ঘ্মৰণীয়া ওক কাঠৰ টেব্মলত চাৰিজন পোকাৰ খেলাত ব্যস্ত। তাৰে সেওঁফালে সেইয়া এলেন ৰ'ব। এলেনৰ কাষত এগৰাকী মহিলা, নিঃসন্দেহে বিল্লী ঝিন।

কোনোৱে যেন মোৰ উপস্থিতিৰ প্রতি গ্মৰুত্ব আৰোপ নকৰিলে। চাৰিওজনে এবাৰ মোৰ পিনে অৱজ্ঞাৰে দৃষ্টি দি প্মনৰ পেকোৰ খেলাত ব্যস্ত হৈ পৰিল।

ইপিনে মোৰ উশাহ নিশাহ চুটি হৈ আহিছে। বাহ্মত গ্মলি লগা হাতটোৰ যন্ত্রণাই মোক প্রায় লেবেজান কৰি তুলিছে। ভাগ্যে টৰনেডত উঠাৰ আগতে সহ্যশক্তি বাঢ়িবলৈ বেনজেড্রিন টেবলেট এটা খাইছিলো।

কিছ্ম সময়ৰ পিছতে তেওঁলোকে খেলা-বন্ধ কৰি উঠি পৰিল। মোৰ ওপৰত দৃষ্টি পৰি বাক্যালাপ নকৰাকৈয়ে বিল্লী ঝিনে মোৰ ম্মখত এটা প্রচণ্ড গোৰ সোধালে।

মই হাত ভৰি বন্ধা অৱস্থাতে ম্মখ ঠেকেচাখাই উফৰি পৰিলো। বিল্লী ঝিন নামৰ মহিলা গৰাকীৰ প্রচণ্ড শক্তি আৰু নিষ্ঠুৰতাৰ কথা মই শ্মনিছিলোঁ, এতিয়া নিজহাতে প্রমাণ পালোঁ।

এলেন ৰবে ইঙ্গিতৰেই সকলোকে ধৈৰ্য ধৰিবলৈ কলে আৰু উচ্চ স্বৰত কিবা এটা আদেশ দিলে।

অলপ পিছতে চাৰিজন প্রহৰীয়ে প্রায় চোচৰাই এগৰাকী য্মৱতীক আনি ৰ্মমত প্ৰৱেশ কৰালে।

য্মৱতীৰ ম্মখত দৃষ্টি পৰিয়েই মই যেন আৰ্তনাদ কৰিম। ৰুকশানা ???

ৰ্মকশানাৰ এই জৰাজীৰ্ণ অৱস্থা। পিন্ধি থকা মলিয়ন ফ্ৰকটো ঠায়ে ঠায়ে ফটা, চকুৰ তলত কলা ডাগ, সোণালী চুলি তাৰি আউলী বাউলী।

মই দেখিয়েই বুজিলো—ইহঁতে নিশ্চয় বুকশানাৰ ওপৰত যথেষ্ট অত্যাচাৰ চলাইছে।

কিন্তু বুকশানা এইখিনি পালেহি কেনেকৈ? বুকশানাটো মান্দাৰাচ আয়াকৰ তাত বন্দী হৈ আছিল। আৰু মান্দাৰাচৰ কবলৰ পৰা বুকশানাক উদ্ধাৰৰ দায়িত্ব লৈছিল ইবন পাজাজে তাৰমানে অৱশেষত ইবন পাজাজেও মোক প্ৰতাৰণা কৰিলেনেকি? হঠাতে এলেন ৰ'বৰ এটা প্ৰচণ্ড চৰত মোৰ সম্বিত ঘুৰাই পালো।

এলেন ৰ'বে মোৰ বান্ধন খুলি দিবলৈ নিৰ্দেশ দিলে। মুহূৰ্ততে মোৰ হাত ভৰিৰ বান্ধ খোল খালে।

এইবাৰ এলেন ৰ'বে উচ্চ স্বৰত হাঁহিবলৈ ধৰিলে। এলেন ৰ'বৰ হাঁহিৰ লগতে আনকেইজনেও হাঁহিত যোগ দিলে।

এছ. কে. জি! দি গ্ৰেট—তোমাৰ বিচক্ষণতাৰ কথা বহুতো শুনিছিলো। কিন্তু এতিয়া দেখিছো তুমি এটা মূৰ্খৰ বাহিৰে আন একো নহয়। নহলেনো এই এলেন ৰ'বৰ দৃষ্টিত ধূলি মাৰি তুমি ডায়মণ্ড অপহৰণ কৰিব পাৰিম বুলি কিয় ভাবিলা?

সি যিয়েই নহওক তোমাৰ সাহসক কিন্তু প্ৰশংসা কৰিবই লাগিব। আৰু এই সুন্দৰী ছোৱালী জনী—তোমাৰ প্ৰেয়সী, ছোৱালী জনীৰো দেখিছো সাহসৰ কোনো তুলনা নহয়।

এলেন ৰ'বে হাভানা চুৰটৰ এটা দীঘলীয়া টান দি খন্তেক নীৰবে ৰ'ল—তাৰ পিচত ওঠত সামান্য কৌতুকৰ হাঁহি প্ৰকাশ কৰি ক'লে—এচ. কে. জি—তুমি নিশ্চয় বুজিব পাৰিছা তোমালোকৰ মৃত্যু নিচেই কাষৰত।

কিউ. বি. ডোবিনাত মানুহৰ মৃত্যু ঘটে—নৃশংস বিল্লী ঝিনৰ হাতত। বিল্লীয়ে মানুহৰ ডিঙি চিঙি তেজত হাত ধুবলৈ বৰ ভাল পায়। তেজৰ গোন্ধ পালে বিল্লীয়ে বিয়াকুল হৈ পৰে—তাৰ পিচত সেই মুণ্ডহীন মৃতদেহ সাগৰৰ মাছৰ ভোজ হয়।

কিন্তু এছ. কে. জি.! তোমালোকক মই ইমান সহজে মৰিবলৈ এৰি দিব নোৱাৰো। তোমালোকক মৃত্যু ঘটোৱাৰ এটা নতুন আমোদজনক উপায় মই ভাবি উলিয়াইছো। তেতিয়াহে তোমালোকৰ এই মৃত্যুৰ দৃশ্য চাই আনন্দ উপভোগ কৰিবলৈ আমি সকলোৱে সুযোগ পাম।

সাগৰৰ টাইগাৰ চাৰ্ক, হৰ্সকীলাৰ, টৰ্পেডকেট, চোৰ্ডটেল, গম্পি, টেৰা আদি দীঘল দীঘল শাণিত দাঁতৰ বৃহৎ বিষাক্ত মাছবিলাকে মানুহৰ মঙহ খাই বৰ তৃপ্তি পায়। এই চলন্ত কিউ. বি. ডোবিনাৰ পৰা তোমালোকক সাগৰৰ বুকুত বাঁচিবে বান্ধি পেলাই দিয়া হব। তাৰ পিচত যেতিয়া টাইগাৰ চাৰ্ক আদিয়ে সিহঁতৰ সুস্বাদু খাদ্য সন্মুখত দেখি তোমালোকৰ দেহৰ মঙহ চিঙি চিঙি নি সাগৰৰ বুকুত ঢৌ খেলিব—আমি এই চলন্ত ডোবিনাৰ পৰা দূৰবীনেৰে সেই

দৃশ্য উপভোগ কৰিম। এতিয়া তোমালোকৰ সেই অভিনৱ মৃত্যুৰ বাবে সাজু হোৱা।

এলেন ৰ'ৰে—সশস্ত্ৰ প্ৰহৰী কেইজনক নিৰ্দেশ দিলে। লগে লগে তীক্ষ্ণ চুৰিৰে ৰুকশানাৰ দেহৰ সকলো আৱৰণ আঁতৰাই পেলালে। ৰুকশানাও সম্পূৰ্ণ উলঙ্গ হৈ পৰিল।

ৰুকশানাই মোক সাৱটি ধৰিলে—ৰুকশানাৰ দৃষ্টিত হতাশাৰ চাৱনি।

মই ৰুকশানাক প্ৰত্যয় দিলো—চিন্তাৰ কাৰণ নাই, উদ্ধাৰৰ পথ নিশ্চয় পামেই। মুখেৰে কলেও কিন্তু ভিতৰি মইও হতাশাত ম্ৰিয়মান হৈ পৰিলো। মই ভগবানক স্মৰণ কৰিলো—হে ভগবান শীঘ্ৰেই যেন এফ· বি· আইয়ে ডোৰিনাৰ ওপৰত আক্ৰমণ চলায়। তেতিয়া আমাৰ মৃত্যুৰ লগতে ডোৰিনাৰ সকলোৰে মৃত্যু ঘটিব।

আমাৰ দুয়োকো একেলগে কটকটীয়াকৈ বাঁচিবে বন্ধা হ'ল। বুকশানাৰ বুকু মোৰ বুকুৰ ওপৰত। বুকশানাৰ মুখ মোৰ কান্ধৰ ওপৰত। লৰচৰ কৰিবৰো উপায় নাই।

এইবাৰ এলেন ৰ'ৰে আমাক সাগৰত পেলাবলৈ· নিৰ্দ্দেশ দিলে।

প্ৰহৰীয়ে ডাংকোলাকৈ আমাক জাহাজৰ কাষলৈ ডাঙি নিলে।

মৃত্যুৰ আগমুহূৰ্তত মই মাথো ভগবানক স্মৰণ কৰিছো শীঘ্ৰেই যেন এফ· বি· আইয়ে ডোৰিনাৰ ওপৰত আক্ৰমণ চলায়।

কিন্তু সেই মুহূৰ্ততে এটা প্ৰচণ্ড শব্দত গোটেই জাহাজখন কঁপি উঠিল। মুহূৰ্তৰ বাবে প্ৰহৰী কেইজন থমকি ৰ'ল।

মোৰ মৃত্যুৰ এই আগমুহূৰ্ততো আনন্দ কৰিবৰ মন গ'ল—মই ৰুকশানাক কাণে কাণে কলো—যাহওক এফ· বি· আইয়ে অৱশেষত ডোৰিনাৰ ওপৰত আক্ৰমণ চলালে।

কিন্তু সেইয়া আছিল মোৰ ভুল ধাৰণা। কোনোবা এটাই চিঞৰি উঠিল—জাহাজৰ তলি ফুটি পানী সোমাইছে।

মোৰ বুজিবলৈ বাকী নাথাকিল—এই চলন্ত জাহাজত সাগৰৰ পানীৰ প্ৰচণ্ড ঢৌত ডোৰিনাৰ তলিত চুম্বকে ধৰি ৰখা টৰনেডখন এবাই যোৱাৰে এই প্ৰচণ্ড শব্দ। তাৰ পিচত সেই ফুটাটোৰেদি নিশ্চয় জাহাজৰ তলিত পানী সোমাবলৈ আৰম্ভ কৰিছে।

কিন্তু মই আৰু ভাবিবলৈ অধিক সুযোগ নাপালো—প্ৰচণ্ড শব্দ কৰি আমি সাগৰত পৰিলোহি। প্ৰহৰী কেইজনে যেন আমাক সাগৰত পেলাই দায়মুক্ত হ'ল।

সাগৰত সাতোৰাৰ ক্ষেত্ৰত মই আৰু ৰুকশানা যথেষ্ট পাৰ্গত। কিন্তু দুয়োকো একেলগে বান্ধি থোৱা অৱস্থাত আমি সাগৰৰ সোঁতত নিজকে উটাই দিয়াৰ বাহিৰে আৰু কোনো গত্যন্তৰ নেদেখিলো।

সাগৰৰ টাইগাৰ চাৰ্কৰ তীক্ষ্ম দাঁতৰ আক্ৰমণৰ কথা মনত পৰি মোৰ বুকু কঁপি গ'ল। কিন্তু মই এটা কথা জানো তেজৰ গোন্ধ নাপালে সাগৰৰ মাছে সাধাৰণতে আক্ৰমণ নকৰে।

আমি মাজে মাজে পানীৰ তলত ডুব গলেও পানীৰ ওপৰত নাক মুখ বাহিৰ কৰি ৰাখিবলৈ প্ৰাণপণে চেষ্টা চলালো।

ইতিমধ্যে আমি যথেষ্ট দূৰ সাগৰৰ পানীত উটি গৈছিলো। নিশ্চয় ডোবিনাত এই পৰ্যন্ত যথেষ্ট পানী সোমাইছে আৰু জাহাজখন অচিৰেই যে ডুবি যাব তাত কোনো সন্দেহ নাই।

হঠাতে আন এক প্ৰচণ্ড শব্দত সাগৰত ঢৌ উঠিছে। আকাশৰ বুকুত মোৰ দৃষ্টিত পৰিল দুখন হেলিকপ্তাৰ। তাৰ মানে অৱশেষত এফ. বি. আইয়ে ডোবিনাৰ ওপৰত আক্ৰমণ চলালে। মই নিজেই মৃত্যুপথৰ যাত্ৰী হৈও এনে পৰিস্থিতিতো আনন্দ উপভোগ কৰিলো।

মোৰ দৃষ্টিত পৰিল ডোবিনাৰ পৰা ধোঁৱা ওলাইছে।

আমি আৰু কিমানদূৰ উটি গৈছিলো—ধাৰণা নাছিল। হঠাতে দেখিলো নিচেই কাষৰত এখন উদ্ধাৰকাৰী নাওঁ। নিশ্চয় বুৰ্লবিচৰ পৰা ইবন পাজাজে এই নাওঁ প্ৰেৰণ কৰিছে।

আকস্মিক ভাগ্য উদয়ৰ আনন্দত মই ৰুকশানাৰ ওঠতে ওঠ লগালো।

———

চেদাম্পটন বন্দৰৰ হুলস্থুলীয়া পৰিবেশে এটা বিসদৃশ আৰু ভয়াবহ বাতাবৰণৰ সৃষ্টি কৰিছিল।

দেশ-বিদেশৰ সাগৰীয় জাহাজৰ অভাৱনীয় ভীৰ এই চেদাম্পটন বন্দৰত। দিনে-নিশাই বৃহৎ বৃহৎ জাহাজসমূহৰ অহা-যোৱাৰ কোনো হিচাপ নাথাকে। বন্দৰৰ কাষতে চেদাম্পটন বেলষ্টেচন। জাহাজবোৰে কঢ়িয়াই অনা বয়বস্তু কঢ়িয়াই নিবলৈকে যেন – এই চেদাম্পটন বেলওৱে ষ্টেচন। দিনে নিশাই আহ যাহ কৰা সাগৰীয় জাহাজৰ হুলস্থুলৰ লগতে ট্ৰেইনৰ হুলস্থুলো একাকাৰ হৈ এক দুৰ্বহ আবহাৱাৰ উদ্ভৱ হয় এই চেদাম্পটনত।

দেশ-বিদেশৰ নাইট ক্লাব সমূহৰ স্বাদলৈ ফুৰা বদমেজাজী জাহাজৰ নাবিক বিলাকে বন্দৰৰ গাতে লগা—চেদাম্পটন এই সৰু চহৰখনত যেন স্বৰ্গসুখ বিচাৰি পায়।

এই চেদাম্পটন বন্দৰ বহুতো অবৈধ সামগ্ৰী সৰবৰাহ কৰা গোপন ঘাটি।

সেয়ে চেদাম্পটনত সমবেত হয়—কু-অভিপ্ৰায় লৈ. আইন আৰু পুলিচৰ কবলত নপৰাকৈ সংগোপনে পলাই ফুৰা ভালেমান লোক।

চেদাম্পটন যেন—অপৰাধীৰ স্বৰ্গ।

এই সৰু চহৰ চেদাম্পটনৰ ফ্ৰেন্দাৰ্চলেন ৰেডলাইট এলেকা। হত্যা, লুট আৰু নাৰী ঘটিত অশালীন কাৰ্য এই ফ্ৰেন্দাৰ্চলেনৰ নিত্য নৈমিত্তিক ঘটনা।

ফ্ৰেন্দাৰ্চলেনৰ গাতে লগা চাৰ্জেলাচ ৰ'ড।

চাৰ্জেলাচ ৰ'ড প্ৰকৃতপক্ষে এটা নিকৃষ্ট ঠেক অন্ধকাৰ গলি বুলি ক'লেও মিছা কোৱা নহয়।

চাৰ্জেলাচ ৰ'ডৰ এই কুখ্যাত জৰাজীৰ্ণ আৰু অৱহেলিত অট্টালিকাটো কেতিয়া তৈয়াৰ হৈছিল—সেইকথা জনা লোক সম্ভৱতঃ চাৰ্জেলাচ ৰ'ডত এজনো নাই। এই কুখ্যাত অট্টালিকাটোৰ নাম কোনে কেতিয়া কিয় 'চানফ্লাৱাৰ' দিছিল সেই কথাও কোনেও নাজানে।

চাৰ্জেলাচ ৰ'ডৰ 'চানফ্লাৱাৰ' এই জৰাজীৰ্ণ অট্টালিকাৰ তৃতীয় মহলাত মিছেছ ফোদাৰীগিল নামৰ কেওঁকতো নোহোৱা বয়সস্থা আৰু নিৰ্দয়া মানুহ গৰাকীৰ মন্ত্ৰণাকক্ষত নিতৌ কেনেকৈ হত্যা, লুট আৰু অপহৰণৰ আঁচনি কৰা হয় সেই কথাও বহুতে নাজানে।

মিছেছ ফোদাৰীগিল যেন—নৃশংসতাৰ প্ৰতীক।

আজি যেন মিছেছ ফোদাৰীগিলৰ মনটো তেনেই উগুল থুগুল। মিছেছ ফোদাৰীগিলে ব্ৰাণ্ডীমেৰীত এঢোক মাৰি চিগাৰেটত এটা দীঘলীয়া টান দি—এমুখ ধোঁৱা ডনাল্ডলৈ চাই এৰি দিলে—ডনাল্ড! এইখিনি মগজুলৈ তুমি

মিষ্টেছ ফোদাৰগিল কম্বাইনৰ কমিচন এজেণ্ট হ'বলৈ আশা কৰাটো মিছা।
শুনা ডনাল্ড—স্কটলেণ্ড ইয়ার্ডে নিশ্চয় জানে যে—'মিছেছ ফোদাৰগিল কম্বাইন' চাৰ্জেন্সাচ ৰ'ডৰ এই কোম্পানীয়ে মানুহৰ দৈনন্দিন ব্যৱহাৰ্য আচবাব পত্ৰ বিশেষকৈ মানুহে বিচৰামতেই লগুৱা আৰু পৰিচাৰিকা যোগান ধৰা কাম যদিও—ফোদাৰগিল কম্বাইনৰ কাজকৰ্ম আৰু চালচলনৰ অন্তৰালত যে অভিসন্ধিও নিহিত আছে সেই কথা অগোচৰ নহয়।
কিন্তু ডনাল্ড—তোমাৰ এই ভোতা বুদ্ধিৰ বাবেইতো সেই সামান্য বস্তুটো চুৰি কৰিবলৈ গৈ—পুলিচৰ হাতত জব্দ হলা। আৰু লগে লগে ফোদাৰগিল কম্বাইনৰ কাৰ্যকলাপৰ প্ৰতি পুলিচৰ দৃষ্টি আকৰ্ষণ কৰিলা কিয়নো পুলিচে নিশ্চয় তোমাৰ ইতিহাস ঘাটিবলৈ গৈ জানিব পাৰিলে যে ককনাৰ ষ্ট্ৰীটৰ হোৰো হুইলাৰৰ ঘৰত যিজন চাকৰে চুৰি কৰাৰ অপৰাধত ধৰা পৰিছিল —সেই চাকৰ যোগান ধৰিছিল 'ফোদাৰগিল কম্বাইনে'।
ফোদাৰগিলৰ ভৎসনাত সামান্যভাৱেও অসন্তোষ প্ৰকাশ নকৰা ডনাল্ডৰ শালমন ভৰা কুৎসিৎ মুখখন ভাবলেশহীন। ফোদাৰগিলৰ কথাই যে ডনাল্ডকে কোনো প্ৰতিক্ৰিয়া কৰিব পৰা নাই। ডনাল্ডে নিজৰ ভৰিৰ জৰাজীৰ্ণ ৰঙবিহীন জোতাজোৰলৈ চাই যেন ভাবিছে—জীৱনলৈ সুদিন কেতিয়া আহিব। কাহানিও পানীৰ স্পৰ্শ নোপোৱা ফিচিকি যোৱা জিনৰ লেতেৰা সাজযোৰৰ অকটা গোন্ধটো এই মুহূৰ্তত ডনাল্ডে উপলব্ধি কৰিলে।
এইবাৰ উইলিয়ামে মত দিলে—ফোদাৰগিল, হৈ যোৱা কথা ৰোমন্থন কৰি কোনো লাভ নাই। যি হবলগা আছিল হৈ গ'ল। এতিয়া হৈ যোৱা কথাই পেঘেনিয়াই থকা মানে আমাৰ নিজৰ ভিতৰতে অসন্তোষৰ সৃষ্টি হোৱা। শুনা ফোদাৰগিল—তোমাৰ বাবে এটা সুখবৰ আছে।
সুখবৰ? কি সুখবৰ? মিছেছ ফোদাৰগিলৰ ওঁঠত এটা বিকৃত হাঁহিয়ে দেখা দিলে।
নেন্সীয়ে প্ৰখ্যাত চিত্ৰাভিনেত্ৰী পেট্ৰিচিয়াৰ ঘৰত পেট্ৰিচিয়াৰ ব্যক্তিগত পৰিচাৰিকা হিচাপে কাম কৰা কালিলৈ এমাহ পূৰ্ণ হ'ব। যোৱাকালি নেন্সীৰ লগত মই মাল্টন হোটেলত দেখা কৰি যিটো বুজিলোঁ—নেন্সী ইতিমধ্যে সুন্দৰী চিত্ৰাভিনেত্ৰী গৰাকীৰ বিশ্বাসৰ পাত্ৰী হ'ব পাৰিছে। নেন্সীয়ে ইমান সুদক্ষতাৰে পেট্ৰিচিয়াক সন্তুষ্ট কৰিছে যে—কোনো কোনো দিনা পেট্ৰিচিয়াই নেন্সীকে নিজৰ বহুমূলীয়া হীৰা-মুকুতাৰে স্তূপীকৃত আ-অলঙ্কাৰৰ ভল্ট আৰু বীভাৰ, চিঞ্চিলা আৰ্মাইন, সবল ফাৰৰ দামী কোট থকা ৱাৰ্ডৰ'বটো খুলি পেট্ৰিচিয়াৰ সাজসজ্জা কৰাত সহযোগ কৰিবলৈ অনুৰোধ কৰে। গতিকে মিছেছ ফোদাৰগিল, তুমি যি সন্দেহ কৰিছিলা—সেই সন্দেহ নেন্সীয়ে ইতিমধ্যে দূৰ কৰিবলৈ সমৰ্থ হৈছে।
মিছেছ ফোদাৰগিলৰ ওঁঠৰ হাঁহিটো এইবাৰ অধিক বিকৃত হৈ দেখা দিলে।

উইলিয়াম যাহওক বহুত দিনৰ মূৰত এটা সুখবৰ দিলা। নহ'লে যি বেয়া দিন পৰিছিল—মইতো ভাবিছিলোঁ—মানুহৰ ঘৰত চাকৰ আৰু পৰিচাৰিকা যোগান ধৰা এই 'ফোদাৰগিল কম্বাইন'ৰ দুৱাৰত তলা লগোৱাৰ বাহিৰে অৱশেষত গত্যন্তৰ নৰবগৈ।

কিন্তু উইলিয়াম নেন্সীৰ ওপৰত তুমি বিশ্বাস স্থাপন কৰিব পাৰিছা যদিও মোৰ মনত খোকোজা এতিয়াও থাকি গৈছে।

কিয় জানো মোৰ ভাব হৈছে—নেন্সীয়ে যেন আমাৰ দলক প্ৰতাৰণা কৰিবলৈ সামান্যতমো কুণ্ঠাবোধ নকৰিব।

উইলিয়ামে পিন্ধি থকা চামৰাৰ জেকেটটোৰ ঠায়ে-ঠায়ে বং উঠিযোৱা ঠাইত নথৰে চিকুটি মুখত এটা নিৰুদ্বিগ্ন ভাব প্ৰকাশ কৰি ক'লে—ফোদাৰগিল, তোমাৰ দেখিছোঁ—নেন্সীৰ ওপৰত শুভ ভাৱ কাহানিও নহ'ব। হেৰা ফোদাৰ-গিল, মানুহৰ ঘৰত চাকৰ-চাকৰানী যোগান ধৰাৰ চেলুলৈ—জীৱনৰ বেছিখিনি সময় তুমি আইনক ফাকি দিয়েই অতিবাহিত কৰিলা—কিন্তু তথাপিও তুমি মানুহ চিনি নাপালা। শুনা মই কওঁ—নেন্সীৰ ওপৰত তুমি এতিয়া সম্পূৰ্ণ ভৰসা কৰিব পাৰা।

অৱশ্যে নেন্সীৰ ওপৰত ভৰসা নকৰিলে আন উপায়ো নাই। কিয়নো আমাৰ দৃষ্টি এই প্ৰখ্যাত চহকী চখীন চিত্ৰাভিনেত্ৰী পেট্ৰিচিয়াৰ ধন-সোণৰ ভণ্টৰ ওপৰত। পেট্ৰিচিয়াৰ হীৰা-মুকুতাৰ ভঁৰাল লুট কৰিবৰ উদ্দেশ্যলৈয়েই নেন্সীক আমি পেট্ৰিচিয়াৰ ব্যক্তিগত পৰিচাৰিকা হিচাপে প্ৰেৰণ কৰিছিলোঁ। পেট্ৰিচিয়াৰ তোমাৰ ফোদাৰগিল কম্ব্যাইন'ৰ প্ৰতি যথেষ্ট শুভ ভাৱ আছে। সেয়ে পেট্ৰিচিয়াৰ খুটিনাটি কিবা বস্তু, বিশেষকৈ চাকৰ-নাকৰৰ প্ৰয়োজন হ'লেই ফোদাৰগিল কম্বাইনলৈ ফৰমাইচ পঠিয়ায়।

ফোদাৰগিলে চিগাৰেটত এটা দীঘলীয়া টানদি স্বস্তিৰে এমুখ ধোঁৱা এৰি দি গালৰ বিকৃত কটা দাগটো খজুৱাই খজুৱাই উইলিয়ামলৈ চাই ক'লে—তুমি ঠিকেই কৈছা উইলিয়াম—পেট্ৰিচিয়াৰ ধন-সোণ, হীৰা-মুকুতাৰ ওপৰত আমাৰ দৃষ্টি বহুদিনীয়া। যদি তুমি কোৱা মতেই নেন্সীয়ে সুচাৰুৰূপে কাম সমাধা কৰিব পাৰে—তেতিয়াহলে এইবাৰ হয়তো আমি পেট্ৰিচিয়াৰ ধন-সোণ লুট কৰিবলৈ সমৰ্থ হম।

ফোদাৰগিলৰ পিটিপিটীয়া চকু দুটাত যেন কিবা এটা দিগবিজয়ৰ আনন্দ।

উইলিয়ামে পিন্ধি থকা বেচ বলৰ টুপিটো কেঞা আঙুলিৰে ঠেলি সামান্য পিছলৈ হোঁহকাই দি ফোদাৰগিললৈ চাই ক'লে—মিছেছ ফোদাৰগিল—সেই ক্ষেত্ৰত তুমি মোৰ ওপৰত সম্পূৰ্ণৰূপে নিৰ্ভৰ কৰিব পাৰা। আমাৰ আঁচনিটো হ'ব এনেধৰণৰ—অহা শনিবাৰে পেট্ৰিচিয়াৰ জন্মদিন।

জন্মদিন? ৱাণ্ডাৰফুল! তেনেহলে দেখোন—

ময়ো তাকেই ভাবিছোঁ ফোদাৰগিল—নেন্সীয়ে 'সংগ্ৰহ কৰা খবৰ অনুযায়ী

পেট্ৰিচিয়াই তেওঁৰ জন্মদিন প্ৰতি বছৰেই অলপ জাকজমকীয়াকৈ পাতে। অৱশ্যে প্ৰায়েই এই জন্মদিন পেট্ৰিচিয়াই অভিনয় কৰি থকা ছবিৰ ষ্টুডিঅ'ৰ ফ্ল'ৰতে সেই ছবিৰ কলাকুশলীক লৈয়েই পালন কৰা হয়।
কিন্তু এইবাৰ পেট্ৰিচিয়াৰ জন্মদিন অনুষ্ঠিত হ'ব—পেট্ৰিচিয়াৰ জেনোৱাৰ ৰিজেণ্ট ষ্ট্ৰীটৰ তেওঁৰ বিলাসবহুল অট্টালিকাৰ ওচৰতে থকা হোটেল ভেচিভিওত। মিছেছ ফোদাৰগিল, আমি এই সুযোগ গ্ৰহণ কৰিম।
অহা শনিবাৰে মাজনিশা যেতিয়া হোটেল ভেচিভিওত পেট্ৰিচিয়াৰ জন্মদিনক উপলক্ষ্য কৰি আনন্দ বন্যাই চূড়ান্ত পৰ্যায় পাব—তেতিয়া আমি পেট্ৰিচিয়াৰ বাসভৱনত প্ৰৱেশ কৰিম।
সুন্দৰ প্ৰস্তাৱ।
আমাক নেন্সীয়ে যোগান ধৰা ডুপ্লিকেট চাবিৰে পেট্ৰিচিয়াৰ লকাৰত হাত দিবলৈ সুযোগ পাম। অৱশ্যে নেন্সীয়ে আমাক পেট্ৰিচিয়াৰ গুপ্তবালৰ আলেখলেখ আৰু বিতং বিৱৰণ সম্পূৰ্ণৰূপে জনাবলৈ সুযোগ পোৱা নাই যদিও, আশাকৰোঁ সময় মতেই আমি গুপ্ত-ভঁৰালৰ বিতং জানিব পাৰিম।
কিন্তু উইলিয়াম, পেট্ৰিচিয়াৰ জন্মদিন বুলিতো পেট্ৰিচিয়াৰ বাসভৱনৰ ৰখীয়া-পৰীয়া, চাকৰ-নাকৰবোৰ উধাও হৈ নাযায়। সেই দিশত চিন্তা কৰি চাইছেনে?
ফোদাৰগিল আশাকৰা যায় পেট্ৰিচিয়াৰ বাসভৱনৰ ৰখীয়া আৰু দুই এজন চাকৰ-নাকৰৰ বাহিৰে সেইদিনা পেট্ৰিচিয়াৰ বাসভৱনত আন কোনো উপস্থিত নাথাকিব। যতদূৰ সম্ভৱ মোৰ পইণ্ট ফৰ্টি ফাইভ ৰিভলভাৰৰ ব্যৱহাৰৰ আৱশ্যক নোহোৱাকৈয়ে আমি পেট্ৰিচিয়াৰ বাসভৱনৰ উপস্থিত কৰ্মচাৰী সকলক পৰাভূত কৰিব পাৰিম।
ঠিকেই কৈছা উইলিয়াম, জীৱন নাশ নকৰাকৈ মণি-মুকুতাখিনি লুট কৰিব পাৰিলে ভাল হয়। কিয়নো কোনো লোক নিহত হোৱা মানেই পুলিচৰ দৌৰাদৌৰী বৃদ্ধি আৰু ধৰা পৰিলেই একেবাৰে মৃত্যুদণ্ড নহলেও যাৱজ্জীৱন কাৰাদণ্ডতো হ'বই।
সেই ক্ষেত্ৰত চিন্তাৰ কোনো কাৰণ নাই। আশা ৰাখিছোঁ নেন্সীয়ে এনে সুকলমে আমাক সুবিধা কৰি দিব যে আমি নিৰ্বিঘ্নেই সকলো কাম সমাধা কৰিব পাৰিম।
কিন্তু উইলিয়াম—আৱশ্যক হ'লে তোমাৰ পইণ্ট ফৰ্টি ফাইভ ৰিভলভাৰে যাতে সম্পূৰ্ণ সুযোগ গ্ৰহণ কৰিব পাৰে তাৰ বাবে সাজু হৈয়েই থাকিবা।
নিশ্চিন্তে থাকা—যি কোনো প্ৰকাৰে আমি আমাৰ বহু আকাঙ্ক্ষিত পেট্ৰিচিয়াৰ ধন-সোণ মণি-মুকুতা হস্তগত কৰিমেই। মই যে চহকী হোৱাৰ সপোন এতিয়াই মোৰ চকুত আগত ভাহি উঠিছে।
যৌৱনৰ বিয়লি বেলাৰ ভাঙি পৰা স্বাস্থ্যৰে ফোদাৰগিলৰ কক্ষ, নিৰ্দয়তাৰ

প্ৰতীক মুখখনতো খন্তেকলৈ আনন্দৰ ৰেখা বিয়পি পৰিল—যেন পেট্ৰিচিয়াৰ সবাতোকৈ মূল্যবান মুকুতাৰ আঙঠিটোত সূৰ্যৰ কিৰণ পৰি তাৰ ৰেঙণিয়ে ফোদাৰীগলৰ মুখখন উজলাই তুলিছে।

তোমাৰ লগত থাকিব ডনাল্ড।

ফোদাৰীগলৰ মুখত ডনাল্ডৰ নাম শুনি—ইমান সময় তাপ মাৰি বহিৰোৱা—ডনাল্ডে সামান্য মুখখন দাঙিলে। আৰু মেকুৰীৰ দৰে সৰু সৰু চকুকেইটাই অলপ সময় সঘনে পিটপিটাই—নিজৰ বং উঠিযোৱা জিনৰ ওপৰত আকৌ চকু নিবিষ্ট কৰিলে। ডনাল্ডৰ শালমন ভৰা কুৎসিৎ মুখখনত মিছেছ ফোদাৰীগল আৰু উইলিয়ামৰ ইমান সময়ৰ কথোপকথনৰ পিছতো কোনো পৰিৱৰ্তন পৰিলক্ষিত নহ'ল। ডনাল্ডে যেন জানে—সি এটা অলগৰ্ধ। গতিকে তাৰ মতামতৰেইবা কোনে গুৰুত্ব দিব। গতিকে আজ্ঞাবাহী ভৃত্যৰ দৰেই ফোদাৰীগল আৰু উইলিয়ামেই চিন্তা কৰি যি আঁচনি তৈয়াৰ কৰে তাতেই হয়ভৰ দিয়া ভাল।

ফোদাৰীগলে একেঢোকে গিলাচৰ অৱশিষ্ট ব্ৰাডীমেৰী ডিঙিত ঢালি একমুহূৰ্ত ৰ'ল—যেন পানীয়খিনি শৰীৰৰ কোন ফালেদি গতি কৰিছে বুজ ললে—এইবাৰ মুৰটো অলপ হেলনীয়াকৈ এটা বিচক্ষণ পণ্ডিতৰ ভঙ্গী দি উইলিয়ামলৈ চাই ক'লে—পেট্ৰিচিয়াৰ লকাৰ খুলি তুমি বাহিৰ কৰি দিয়া বয়বস্তু ডনাল্ডে আনি পেট্ৰিচিয়াৰ বাসভৱনৰ পিছফালৰ চাকৰ-নাকৰ আৰু ক্লীনাৰ উঠা-নমা কৰা লিফটত তুলিব। তাৰ পিছত তোমালোকে পেট্ৰিচিয়াৰ বৃহৎ চৌহদৰ পিছফালৰ পথ ধৰিবা। মই পেট্ৰিচিয়াৰ চৌহদৰ পিছফালৰ সৰু প্ৰৱেশ দ্বাৰৰ কাষতে মোৰ বুইকখন থিয় কৰাই থম।

কিন্তু ফোদাৰীগল—পেট্ৰিচিয়াৰ ধন-সোণ লুট হোৱাৰ পিছতে গোটেই মহানগৰীতে এটা হুলস্থুল লাগি পৰিব। সকলো ঠাইতে পুলিচ সজাগ হ'ব। গতিকে মই ভাবোঁ—আমাৰ কাম সমাধা হোৱাৰ পিছত আমি এই মহানগৰীৰ পৰাই কিছুদিনলৈ আঁতৰি থাকি কোনো আওহতীয়া ঠাইত তাপ মাৰি থকাটো বুদ্ধিমানৰ কাম হ'ব।

ঠিকেই—সেই দিশটো মই আগতেই ভাবিছোঁ। বুইকত মাল বোজাই হোৱাৰ লগে লগেই আমি তিনিও চেৰবৰ্গ বন্দৰলৈ গতি কৰিম। পেট্ৰিচিয়াৰ বৃহৎ অংকৰ ধন-সোণ লৈ আমি চেৰবৰ্গ বন্দৰৰপৰা ভেস্কুভাৰ পৰ্যন্ত এখন স্পীড বটত যাম। ভেস্কুভাৰ পালেই আমি ডোমডোচোলালৈ গতি কৰি আমাৰ বিশিষ্ট উকীল বন্ধু আৰু অপৰাধীৰ সুহৃদ বোৰ্গৰ তাত কিছুদিন তাপ মাৰি থাকিম। এটা সময়ত নিশ্চয় আমাৰ এই অপহৃত কাৰ্যৰ কোঢ়াল তল পৰিব—তেতিয়া আকৌ চেম্পটেনত আকৌ চাৰ্জেলাচ ৰ'ডৰ আমাৰ মন্ত্ৰণাকক্ষ এই 'চানক্লাৱাৰ'। পুনৰ নতুন অভিসন্ধি। ফোদাৰীগলে যেন নিজৰ কল্পনাত নিজেই আপ্লুত হৈ পৰিল।

কিন্তু নেন্সী ? নেন্সীটো পেট্রিচিয়াৰ লগতে বৈ যাব ?
উইলিয়াম আমি ডোমাডোচোলাৰ পৰা চেদাম্পটন বন্দৰলৈ পুনৰ উভতি নহা পৰ্যন্ত নেন্সী পেট্রিচিয়াৰ লগতে থাকিব। তেতিয়াহে যদি পুলিচৰ আমাৰ দলৰ লগত নেন্সীৰ সংযোগ নাই বুলি ধাৰণা হয়।
কিন্তু নেন্সীয়ে যদি—পুলিচৰ ভাবুকিত মুখ খুলি আমাৰ অভিসন্ধি আৰু পলায়নৰ সন্ধেদ দিয়ে ?
যতদূৰ সম্ভৱ নেন্সীয়ে আমাৰ গোপন অভিসন্ধি নাভাঙিব বুলিয়েই মোৰ দৃঢ় বিশ্বাস। কিয়নো নেন্সীয়ে আমাৰ বিৰুদ্ধে কৰলৈ যোৱা মানেই নিজকো পুলিচৰ হাতত গতাই দিয়া। কিয়নো পেট্রিচিয়াৰ ধন-সোণ লুট কৰাৰ মূলতে নেন্সীৰ ভূমিকাই প্ৰধান হ'ব।
মিছেছ ফোদাৰ্গিল—মাজত মাথোন তিনিদিন আছে। ইয়াৰ ভিতৰতে আমাৰ আঁচনি সম্পূৰ্ণ নিখুত কৰি তুলিব লাগিব। যদি কোনো বাধা বিপত্তি নহয় আৰু তিনিদিনৰ পিছত আমাৰ হাতলৈ আহিব প্ৰচুৰ ধন।

দেহ প্ৰায় নিবাৰণ।
সম্ভৱতঃ পেট্রিচিয়াই ভেচিভিও হোটেলত নিজৰ জন্মদিনৰ উৎসৱৰ সামৰণী মাৰি আহি ভাগৰেযোগৰে নিজৰ ঘৰত প্ৰৱেশ কৰি সাজসজ্জা সলোৱাৰ দিহা কৰিছিল।
সেই মুহূৰ্ততে হত্যাকাৰীয়ে পেট্রিচিয়াক গুলীবিদ্ধ কৰিছিল।
হত্যাকাৰীয়ে যে পেট্রিচিয়াৰ আগমনৰ অপেক্ষাত ধৈৰ্য ধৰি পেট্রিচিয়াৰ শয়ন কক্ষৰ এন্টিৰুমত যথেষ্ট সময় তাপ মাৰি বৈছিল তাৰ প্ৰমাণ এন্টিৰুমৰ ফ্ল'ৰত এতিয়াও সিঁচৰিত হৈ থকা চিগাৰেটৰ টুকুৰা।
চিটি পুলিচৰ পুলিচ চাৰ্জন ডাঃ লোমণ্ডৰ মতে এই বিশ্ববিখ্যাত চিত্ৰাভিনেত্ৰী গৰাকীৰ হত্যাকাণ্ড সংঘটিত হৈছে নিশা মাজভাগত।
আনহাতে আমি সংগ্ৰহ কৰা বাৰ্তা অনুযায়ী হত্যাকাণ্ড সংঘটিত হোৱা নিশা পেট্রিচিয়াৰ জন্মদিন হোটেল ভেচিভিওত জাক-জমকেৰে পালন কৰা হৈছিল যদিও নিশা প্ৰায় এঘাৰ বজাত পেট্রিচিয়াই অভ্যাগত অতিথি সকলক জানিবলৈ নিদিয়াকৈয়ে গোপনে ঘৰলৈ গুচি আহিছিল।
সম্ভৱতঃ হত্যাকাৰী পেট্রিচিয়াৰ চিনাকি লোক আৰু হত্যাকাৰীয়ে হয়তো পেট্রিচিয়াৰ এনে কিবা গোপন কথা জানিছিল যি কথাৰ ভাবুকি দি পেট্রিচিয়াক বাৰ্থডে পাৰ্টিৰ পৰা আঁতৰি আহিবলৈ বাধ্য কৰিছিল।
কিন্তু আমাৰ এই অনুমান ভুল হ'ব পাৰে, যিহেতু মৃত্যুৰ সময়ত পেট্রিচিয়াৰ দেহ প্ৰায় নিবাৰণ আছিল। কিয়নো পেট্রিচিয়াই সাজসজ্জা সলোৱা

অৱস্থাতহে পইণ্ট ফৰ্‌টি ফাইভ ৰিভলভাৰৰ গুলীয়ে পেট্ৰিচিয়াক গুলীবিদ্ধ কৰিছিল
গুলিৰ গভীৰতালৈ চাই তেনেই কাষৰ পৰা আততায়ীয়ে গুলী এৰিছে বুলি পুলিচ চাৰ্জনৰ ৰিপ'ৰ্টত প্ৰকাশ।
প্ৰখ্যাত চিত্ৰাভিনেত্ৰী পেট্ৰিচিয়া হত্যাৰ আদ্যোপান্ত চিটি পুলিচ লেফ্‌টেনেণ্ট বাৰ্ডিনৰ মুখত শুনি চিটি পুলিচ ডেপুটি চীফ কনৰাডৰ মুখাবয়বত গাম্ভীৰ্যতা প্ৰকাশ পালে।
কিন্তু বাৰ্ডিন, হত্যাকাৰীৰ উদ্দেশ্য কি সেই বিষয়ে কিবা উমান পালানে ?
বাৰ্ডিনে গলখেকাৰী মাৰি ডিঙিটো পৰিষ্কাৰ কৰি ললে—হয়, পেট্ৰিচিয়াৰ হত্যাকাৰীৰ উদ্দেশ্য একেবাৰে জ্বল জ্বল পট পট হৈ আছে।
কেনেকৈ ?
যিহেতু হত্যাকাৰীৰ পেট্ৰিচিয়াৰ ধন-সোণ হীৰা-মুকুতাৰ আ-অলঙ্কাৰ লুট কৰাৰ মতলব আছিল।
তাৰ কিবা প্ৰমাণ পাইছানেকি ?
হয়, হত্যাকাৰীয়ে স্পষ্ট প্ৰমাণ এৰি থৈ গৈছে, যিহৰ বাবে আমি ভাবিবলৈ সহজ হৈ পৰিছে যে হত্যাকাৰীৰ প্ৰকৃততে পেট্ৰিচিয়াৰ ধন-সোণৰ প্ৰতিহে আকৰ্ষণ আছিল।
কি সেই প্ৰমাণ ?
হত্যাকাৰীয়ে পেট্ৰিচিয়াৰ জন্মদিনটো লুট কৰিবলৈ উপযুক্ত দিন হ'ব বুলি বাচি লৈছিল। কিন্তু হত্যাকাৰী ভবা নাছিল যে—জন্মদিনৰ উৎসৱ আৰু অভ্যাগত অতিথিসকলক এৰি হঠাতে পেট্ৰিচিয়াৰ নিজৰ ঘৰলৈ আগমন ঘটিব। যাৰ ফলত পেট্ৰিচিয়াই মৃত্যুক সাবটি লব লগা হ'ল।
কিন্তু বাৰ্ডিন, লুটকাৰী ওৰফে হত্যাকাৰীয়ে পেট্ৰিচিয়াৰ বহুমূলীয়া হীৰা-মুকুতা ধন-সোণ লুট কৰিবলৈ সমৰ্থ হ'লনে নাই ?
লুটকাৰীয়ে পেট্ৰিচিয়াৰ ধন-সোণৰ লকাৰ খুলিবলৈ সমৰ্থ হৈছিল যদিও—স্তূপীকৃত ধন-সোণ হীৰা-মুকুতা তেনেদৰেই এৰি পলাবলৈ বাধ্য হ'ল।
সম্ভবতঃ পেট্ৰিচিয়াৰ আকস্মিক আগমনত লুটকাৰীয়ে পেট্ৰিচিয়াক গুলীবিদ্ধ কৰিলে যদিও তাৰ পিছমুহূৰ্ততে হয়তো এনে পৰিস্থিতিৰ উদ্ভৱ হ'ল—যাৰ ফলত লুটকাৰীয়ে ধন-সোণৰ মোহ এৰি পেট্ৰিচিয়াৰ ঘৰ এৰি পলাবলৈ বাধ্য হ'ল।
কিন্তু বাৰ্ডিন, তুমি যে অলপ আগতে ক'লা হত্যাকাৰীয়ে কিবা সুস্পষ্ট প্ৰমাণ এৰি থৈ গৈছে—কি সেই প্ৰমাণ ?
হয় চাৰ, সেইটো কাৰণতেই মই ভাবিছোঁ—হত্যাকাৰী বা লুটকাৰী বৰ চতুৰ লোক নাছিল। সম্ভৱতঃ কোনো সৰু-সুৰা চোৰে হঠাতে প্ৰভূত পৰিমাণে ধন-সোণ লুট কৰি নিজকে চহকী কৰাৰ সপোন দেখিছিল।

নহ'লে চতুৰ লোক হ'লে নিজে ধৰা পৰাৰ এনে ফটফটীয়া চিন ৰাখি থৈ নাযায়।

ধৰা পৰাৰ চিন ?

হয় চাৰ—পেট্ৰিচিয়াৰ লকাৰৰ লগত অট'মেটিক কেমেৰা সংযোজন আছিল।

ৱাণ্ডাৰফুল।

কিন্তু লুটকাৰীয়ে হয়তো লকাৰৰ লগত কেমেৰাৰ সংযোজনৰ কথা নাজানিছিল। সেয়ে লকাৰৰ তলাখোলাৰ লগে লগে লুটকাৰীৰ ছবি কেমেৰাই নিখুঁতভাৱে ধৰি ৰাখিছিল।

উত্তম। তেনেহলেতো হত্যাকাৰীক বিচাৰি উলিওৱাটো বিশেষ কঠিন নহ'ব ?

হয় চাৰ, ময়ো সেইটোকে ভাবোঁ। ইতিমধ্যে অট'মেটিক কেমেৰাৰ ছবি বাহিৰ কৰা হৈছে—ছবিত দেখা যায় লুটকাৰী দুজন। এজনৰ হাতত পইণ্ট ফৰ্টিফাইভ ৰিভলভাৰ সুস্পষ্ট হৈ আছে।

উল্লেখযোগ্য যে পেট্ৰিচিয়া নিহত হৈছিল পইণ্ট ফৰ্টিফাইভ ৰিভলভাৰৰ গুলীত। গতিকে এইটো সহজেই প্ৰতীয়মান হয় যে—লুটকাৰীয়েই পেট্ৰিচিয়াৰ হত্যাকাৰী।

তেনেহলে বাৰ্ডিন—অট'মেটিক কেমেৰাত উদ্ধাৰ হোৱা ছবিৰ পম খেদা হৈছেনে ?

হয় চাৰ, ছবিত এজনৰ মুখ একেবাৰে নতুন। কিন্তু দ্বিতীয় জনৰ মুখ চিনাকি লোক ইতিমধ্যে ওলাইছে। দ্বিতীয় জনৰ শালমন ভৰা অদ্ভুত মুখৰ গঢ়ন আৰু বুলেটৰ নিচিনা বিসদৃশ মুৰটোৰে মানুহটোৰ অৱয়ৱ মনত ৰখাটো তেনেই সহজ।

চেদাম্পটন চিটিৰ চিটি পুলিচৰ ডিটেক্টিভ জিন মাৰ্টিনে এই মানুহটোক চিনাক্তকৰণ কৰিবলৈ সমৰ্থ হৈছে। এই মানুহটোৱে কিছুদিন আগতেহে জেলৰ পৰা মুকলি হৈ গৈছে।

তেতিয়াহলে বাৰ্ডিন—চিন্তাৰ বিশেষ কাৰণ নাই। সকলো পুলিচ চকীলৈ এই মানুহটোৰ ছবিৰে সৈতে বৰ্ণনা দি সতৰ্ক কৰি দিয়া হওক আৰু যাতে মানুহটোক যিকোনো প্ৰকাৰে জব্দ কৰা হয় তাৰ বাবে চলাথ আৰম্ভ কৰি দিয়া। এই মানুহটোৰ লগতে দ্বিতীয় মানুহটোৰ চলাথো যাতে চলি থাকে সেই বিষয়ে দৃষ্টি ৰাখিবা।

মানুহ দুটাক জব্দ কৰিবলৈ সম্পূৰ্ণ ব্যৱস্থা ইতিমধ্যে গ্ৰহণ কৰা হৈছেই চাৰ।

কিন্তু বাৰ্ডিন। মই এটা কথা বুজি পোৱা নাই, চিত্ৰাভিনেত্ৰী পেট্ৰিচিয়াৰ জন্মদিন উপলক্ষে ভেচিভিও হোটেলত জাকজমকীয়াকৈ জন্মদিন পালন কৰা হৈছিল। নিশ্চয় মহানগৰীৰ গণ্যমান্য বিশেষকৈ চলচ্চিত্ৰত জড়িত লোক পেটি্চিয়াৰ জন্মদিনত সমবেত হৈছিল। কিন্তু সেয়ে হ'লেও পেটি্চিয়াৰ বাসভৱনত সততে থকা চাকৰ-নাকৰ ৰখীয়া-পৰীয়া নিশ্চয় আছিল। কিন্তু

সিহঁতৰ অগোচৰে লুটকাৰী অথবা পেট্ৰিচিয়াৰ হত্যাকাৰী কেনেকৈ পেট্ৰিচিয়াৰ বাসভৱনত সোমাল ?
সেইটোও এটা ইণ্টাৰেষ্টিং কথা চাৰ। ঘটনাৰ নিশা পেট্ৰিচিয়াৰ বাসভৱনৰ সদা সতৰ্ক ৰখীয়া-পৰীয়া টোপনিত লালকাল হৈ ঢলি পৰিছিল।
পৰীক্ষা কৰি দেখা গৈছে যে—ৰখীয়া-পৰীয়াই সেইদিনা ব্যৱহাৰ কৰা পানী, বিয়াৰ আৰু হুইস্কী সকলোতে উগ্ৰ কোকেন মিলোৱা আছিল। যাৰ ফলত সিহঁতে সেই পানীয় ব্যৱহাৰ কৰাৰ পিছতে টোপনিত ঢলি পৰিছিল।
তাৰমানে—হত্যাকাৰীয়ে পৰিকল্পিতভাৱেই পেট্ৰিচিয়াৰ ধন-সোণ লুট কৰাৰ আঁচনি লৈছিল।
সেই ক্ষেত্ৰত কোনো সন্দেহ নাই।
কিন্তু লুটকাৰী যদি ইমান চতুৰ লোকেই সিহঁতে লকাৰৰ লগত সংলগ্ন অট'-মেটিক কেমেৰাৰ উমান নাপালে কিয় ?
চাৰ সেই কথাটো মোৰো বুজিবলৈ টান লাগিছে—পেট্ৰিচিয়াৰ জন্মদিনৰ সুযোগ লৈ লকাৰ ভাঙিবলৈ পৰিকল্পনা কৰা চোৰ দুজনে পেট্ৰিচিয়াৰ ৰখীয়া পৰীয়াক পানী আৰু হুইস্কীৰ লগত কোকেন মিলাই ধৰাশায়ী কৰি নিজৰ পথ নিষ্কণ্টক কৰিবলৈ সমৰ্থ হ'ল অথচ সেই বুধিয়ক চোৰ দুজনৰ মগজত উদয় নহ'ল যে লকাৰৰ লগত কিবা কৌশল অৱলম্বন থাকিবও পাৰে ?
যাৰ ফলত মূৰ্খৰ নিচিনাকৈ চোৰ দুটাই পেট্ৰিচিয়াক হত্যা কৰি লকাৰৰ লগত সংলগ্ন অট'মেটিক কেমেৰাত নিজৰ ফটো ৰাখি সুবিধা কৰি থৈ গ'ল।
পুলিচ ডেপুটি চীফ কনৱাডৰ মুখাবয়বত গাম্ভীৰ্য। বাৰ্ডিন! মোৰ কিন্তু কথাটো অলপ খেলি-মেলি যেন লাগিছে। মোৰ সন্দেহ হৈছে—অট'মেটিক কেমেৰাত আৱদ্ধ ছবিৰ মানুহ দুটা পেট্ৰিচিয়াৰ হত্যাকাৰী নহ'বও পাৰে কিয়নো মানুহ দুটাৰ যদি ধন-সোণ লুট কৰাই একমাত্ৰ উদ্দেশ্য আছিল তেতিয়াহলে পেট্ৰিচিয়াৰ জন্মদিনৰ উৎসৱ, অভ্যাগত অতিথি এৰি থৈ পেট্ৰিচিয়াৰ বাসভৱনলৈ আকস্মিক আৰু অবাঞ্চনীয় প্ৰত্যাবৰ্তন লুটকাৰী দুজনৰ বাবে নিশ্চয় অভাৱনীয় আছিল। কিন্তু পেট্ৰিচিয়া অকস্মাৎ নিজৰ জন্মদিনৰ উৎসৱ এৰি বাসভৱনলৈ আহিছিল কিয় ?
যদি ধৰি লওঁ কোনো তৃতীয় ব্যক্তিৰ জৰুৰী আহ্বানত পেট্ৰিচিয়া জন্মদিনৰ উৎসৱো এৰি নিজৰ বাসভৱনলৈ ঢাপলি মেলিছিল—তেতিয়াহলে এই তৃতীয় ব্যক্তি কোন ? তৃতীয় ব্যক্তিৰ লগত পেট্ৰিচিয়া বা লুটকাৰীৰ কি সম্পৰ্ক ?
আৰু যদি ধৰি লও লুটকাৰীৰ যিকোনো এজনেই পেট্ৰিচিয়াৰ হত্যাকাৰী—তেতিয়াহলে পেট্ৰিচিয়াৰ শয়ন কক্ষৰ এণ্টিৰুমৰ ফ্ল'ৰত একাধিক চিগাৰেটৰ টুকুৰা ক'ৰ পৰা আহিল ?
যি চিগাৰেটৰ টুকুৰাবোৰে সহজ কৰি পেলাইছে যে—কোনো-লোকে এই এণ্টি-ৰুমত কাৰোবাৰ অপেক্ষাত যথেষ্ট সময় ধৈৰ্যৰে অপেক্ষা কৰিছিল। লুটকাৰী

দুজনেতো এনেদৰে অধীৰ অপেক্ষাত কাৰোবাৰ বাবে পৰ দি বোৱাৰ কোনো যুক্তি নাই ?

গতিকে দেখা যায়—লুটকাৰী দুজনে অট'মেটিক কেমেৰাত নিজৰ ছবি আৱদ্ধ কৰি থৈ আমাৰ কাম সহজ কৰি থৈ গৈছে বুলি ভবা হৈছে যদিও মই ভাবোঁ ঘটনাটোত যথেষ্ট জটিলতা আছে।

অৱশ্যে এইটো ঠিক ছবিত আৱদ্ধ লুটকাৰী দুজনক কৰায়ত্ত কৰিব পাৰিলে—হত্যাকাণ্ডৰ কিবা এটা আঁত লাগিব পাৰে বুলি আশা কৰিব পৰা যায়।

হুয় চাব। মোৰো সেয়ে ধাৰণা।

বাৰ্ডিন! পেট্ৰিচিয়া হত্যাকাণ্ডৰ তোমাৰ পৰা পোৱা আভাসৰ পৰা আমি আৰু এটা কথাত নিশ্চিত হ'ব পাৰোঁ যে পেট্ৰিচিয়াৰ বাসভৱনৰ কোনো ভিতৰৰ লোকে হয়তো কোনো লগুৱাই হত্যাকাৰীক বা লুটকাৰীক সহায় কৰিছিল। আমি যদি ধৰি লওঁ পেট্ৰিচিয়াৰ লকাৰ ভঙা লুটকাৰী দুজনৰ কোনোবা এজনৰ ৰিভলভাৰৰ গুলিত পেট্ৰিচিয়া নিহত হৈছে—সেয়ে হ'লেও সন্দেহৰ অৱকাশ থাকি যায়।

কিয়নো তৰ্কৰ খাতিৰত আমি যদি ভাবি লওঁ পেট্ৰিচিয়াৰ বাসভৱনৰ এজন লগুৱাই লুটকাৰী দুজনৰ লুটকাৰ্য সুকলমে সমাধা কৰিবলৈ বাকী বখীয়া-পৰীয়াক পানী বা হুইস্কীৰ লগত কোকেন মিলাই টোপনিত পেলাইছিল, যাতে বখীয়া-পৰীয়াই উমান নোপোৱাকৈ লুটকাৰীয়ে সুকলমে লুটকাৰ্য সমাপন কৰিব পাৰে।

কিন্তু লুটকাৰীয়ে নিৰ্দিষ্ট সময়ত পেট্ৰিচিয়াৰ বাসভৱনত প্ৰৱেশ কৰি লকাৰ ভাঙোতেই যি কোনো কাৰণত পেট্ৰিচিয়াৰ আকস্মিক আগমন ঘটে আৰু লুটকাৰীয়ে উপায়ন্তৰ হৈ পেট্ৰিচিয়াক গুলীবিদ্ধ কৰে।

কিন্তু যদি সেয়ে হয়—লুটকাৰীয়ে পেট্ৰিচিয়াক হত্যা কৰাৰ পিছত পেট্ৰিচিয়াৰ লকাৰত স্তূপীকৃত ধন-সোণ উধাও নকৰিলে কিয় ?

এয়ে সন্দেহৰ সুত্ৰপাত কৰে যে—পেট্ৰিচিয়াৰ হত্যাকাৰী আৰু লুটকাৰী যাৰ ফটো অট'মেটিক কেমেৰাত নিৱদ্ধ আছে সেয়া একে মানুহ নহয়।

হত্যাকাৰী আৰু লুটকাৰী যদি দুয়ো পৃথক লোক হয়—আমি নিশ্চয় অনুমান কৰি ললে ভুল নহ'বও পাৰে যে—হত্যাকাৰীয়ে পৰিকল্পনা কৰিয়েই পেট্ৰিচিয়াৰ জন্মদিনটো হত্যাৰ দিন হিচাপে বাচি লৈছিল আৰু হত্যাকাৰীয়ে পেট্ৰিচিয়াৰ লকাৰ ভাঙিবলৈ লুটকাৰী দুজন আগমনৰ কথা কিবা প্ৰকাৰে জানিছিল। পেট্ৰিচিয়াৰ কোনো লগুৱাই হত্যাকাৰী আৰু লুটকাৰী দুয়ো পক্ষকে সহায় কৰিছিল। সম্ভৱতঃ হত্যাকাৰীৰ নিৰ্দেশ ক্ৰমেই কোনো লগুৱাই লুটকাৰী দুজনক পেট্ৰিচিয়াৰ লকাৰৰ সম্পূৰ্ণ আভাস পেট্ৰিচিয়াৰ জন্মদিনৰ খবৰ আৰু পেট্ৰিচিয়াৰ বখীয়া-পৰীয়াক ধৰাশায়ী কৰাৰ দায়িত্ব লৈছিল। কিন্তু সেই সহায়কাৰী লোকজনে নিশ্চয় চক্ৰান্ত কৰিয়েই লুটকাৰী দুজনক শ'লঠেকত

পেলাবলৈকে পেটিচিয়াৰ লকাৰৰ লগত অট'মেটিক কেমেৰাৰ সংলগ্নৰ কথা গোপন কৰি ৰাখিছিল। অট'মেটিক কেমেৰাৰ কথা গোপনে ৰখাৰ অন্তৰালত নিশ্চয় উদ্দেশ্য নিহিত আছিল। যাৰ ফলত লুটকাৰীৰ ছবি কেমেৰাত নিবদ্ধ হৈ ৰ'ল।

যদি সেয়ে হয় হত্যাকাৰীয়ে নিজৰ গা-বচাই লুটকাৰী দুজনকে হত্যাৰ অপৰাধত জব্দ কৰাবলৈ প্ৰয়াস কৰিছিল বুলি ভাবি লবলৈ সুচল হয়।

অৱশ্যে এইয়া আমাৰ সকলো অনুমানহে। আমি এই ক্ষেত্ৰত নিশ্চিন্ত হ'ব পাৰিম যদিহে অট'মেটিক কেমেৰাৰ ছবিত থকা লুটকাৰী দুজন আৰু পেটিচিয়াৰ বাসভৱনৰ অভ্যন্তৰৰ কোনো লোকে হত্যাকাৰী বা লুটকাৰীৰ প্ৰতি সহায়ৰ হাত আগবঢ়াইছিল—সেইলোকক অচিৰেই জব্দ কৰিব পাৰোঁ।

ডেপুটি চীফৰ কথা—ইমান সময় মন দি শুনি থকা লেফটেনেণ্ট বাৰ্ডিনে মাত দিলে—হয় চাৰ, আপোনাৰ অনুমানৰ নিশ্চয় যুক্তি আছে। ছবিত থকা সেই লুটকাৰী দুজনক জব্দ কৰিবলৈ ইতিমধ্যে চাৰ্জেণ্ট ওব্ৰায়ানৰ নেতৃত্বত এটা দলে সম্ভাব্য সকলো ঠাইতে চলাথ আৰম্ভ কৰি দিছে।

মিয়ামিৰ ডক অঞ্চলত নিকৃষ্ট শ্ৰেণীৰ ফ্ৰিছ ফ্ৰিছ বাৰ।

এই ফ্ৰিছ ফ্ৰিছ বাৰৰ মালিক এজন জামাইকান। লী হাৰ্ডি নামৰ এই জামাইকান জনৰ দুৰ্বল দেহ, শেঁতা পৰা মুখ আৰু লেতেৰা সাজ-পোছাক দেখিলে কিন্তু ভাব নহয় যে—মানুহটো এটা ভয়াবহ হত্যাকাৰী। অৱশ্যে লী হাৰ্ডিৰ ঢেলা চকু দুটাৰ শেঁতা চাৱনিত হত্যাৰ স্পৃহা সদায়েই লাগি থাকে।

লী হাৰ্ডিৰ এই ফ্ৰিছ ফ্ৰিছ বাৰত সাধাৰণতে সমবেত হয়—সমাজৰ নিকৃষ্ট শ্ৰেণীৰ লোক। তলখাপৰ চোৰ, বদমাচ আৰু গুণ্ডা শ্ৰেণীৰ লোকৰ প্ৰধান আড্ডাখানা হ'ল এই ফ্ৰিছ ফ্ৰিছ বাৰ।

লী হাৰ্ডিৰ ফ্ৰিছ ফ্ৰিছ বাৰত এই নিম্নখাপৰ লোকৰ সমবেত হোৱাৰ অন্যতম কাৰণ হ'ল এই অঞ্চলত পুলিচৰ অত্যাচাৰ তুলনামূলক হিচাপে কম।

মাজে সময়েহে পুলিচে ফ্ৰিছ ফ্ৰিছ বাৰত অপৰাধীৰ সন্ধানত প্ৰৱেশ কৰে।

আন এটা কাৰণতো এই ফ্ৰিছ ফ্ৰিছ বাৰ আইনৰ দৃষ্টিৰ পৰা পলাই থাকিব খোজা নিম্নখাপৰ অপৰাধীসকলৰ প্ৰিয়। চোৰাই মাল বিক্ৰীৰ সুবিধা আছে এই ফ্ৰিছ ফ্ৰিছত। চোৰাই মাল কিনিবৰ বাবেও এই বাৰত বহুতো লোক সমবেত হয়।

লী হাৰ্ডিয়েও সময়ে সময়ে সুযোগ সুবিধা পালে পানীৰ মূল্যত চোৰাই মাল কিনি ৰাখে।

অৱশ্যে কোনোৱে সামান্য বেইমানী কৰাৰ আভাস পালেই লী হাৰ্ডিৰ হত্যাৰ

স্পৃহা তীব্ৰ হৈ উঠে আৰু তেনে লোকৰ লৗ হাৰ্ডি'ৰ পইণ্ট থি এইট অট'মেটিকৰ কবলত পৰাৰ বাহিৰে কোনো গত্যন্তৰ নাথাকে।

তাৰপিছত নিহত হোৱা লোকজনৰ মৃতদেহ ওচৰৰ সাগৰৰ মাছৰ আহাৰত পৰিণত হয়। পুলিচ পিছত লাগিবলৈ কোনো শুংসূত্ৰই নৰয়গৈ।

ডনাল্ডে ফ্ৰিছ ফ্ৰিছ বাৰত প্ৰৱেশ কৰি চাৰিওফালে সতৰ্ক দৃষ্টি দিলে। ডনাল্ডৰ কপালত ঘাম বিৰিবিঙছে। ভয়ত মানুহটো শেঁতা পৰি গৈছে।

ডনাল্ডে ধীৰ পদক্ষেপে ভিতৰ সোমাই গ'ল আৰু বাৰৰ আণ্ডাৰ গ্ৰাউণ্ড এটা কেবিনত বহি পৰিল।

ডনাল্ডক এতিয়া মদ লাগে। প্ৰচুৰ মদ। পেটত মদ নপৰিলে যেন এতিয়া ডনাল্ডে চিন্তা, দুৰ্ভাবনাতে মূৰ্ছা যাব।

কেইমুহূৰ্তমান পিছতে ওৱেটাৰে মদ পৰিৱেশন কৰিলে। ডনাল্ডে খৰ গতিৰে টকোইলাত ঢোক মাৰি যেন যথেষ্ট সকাহ পালে।

এতিয়াহে যেন ডনাল্ডে ধীৰে-সুস্থিৰে চিন্তা কৰিব পাৰিছে। যোৱা নিশাটোৱে কিমান সৰ্বনাশীয়া নিশা আছিল সেই কথা ভাবিলেও ডনাল্ডৰ বুকুত পুনৰ কঁপনি আৰম্ভ হয়।

মিছেছ ফোদাৰগিলৰ আঁচনিত কোনো খুঁত নাছিল।

পৰিকল্পিতভাৱেই নেন্সীক প্ৰখ্যাত চহকী আৰু চৌখীন চিত্ৰাভিনেত্ৰী পেট্ৰিচিয়াৰ ব্যক্তিগত পৰিচাৰিকা হিচাপে ফোদাৰগিলে যোগান ধৰিছিল। বুদ্ধিমতী আৰু সুন্দৰী নেন্সীয়ে এমাহকাল পেট্ৰিচিয়াৰ ব্যক্তিগত পৰিচাৰিকা হিচাপে থাকি নিজৰ কৰ্মদক্ষতাৰ বাবে পেট্ৰিচিয়াৰ হৃদয় জয় কৰিবলৈ সমৰ্থ হৈছিল। যেতিয়া নেন্সী পেট্ৰিচিয়াৰ সম্পূৰ্ণ বিশ্বাসী বুলি পৰিগণিত হৈছিল— তেতিয়াই ফোদাৰগিলে প্ৰখ্যাত চিত্ৰাভিনেত্ৰী পেট্ৰিচিয়াৰ ধন-সোণ-হীৰা-মুকুতাৰ লকাৰ ভঙাৰ আঁচনি তৈয়াৰ কৰিছিল। নেন্সীয়ে পেট্ৰিচিয়াৰ বাস-ভৱনৰ আৰু অভ্যন্তৰৰ সম্পূৰ্ণ আলেখলেখ আৰু নক্সা যোগান ধৰিছিল।

পেট্ৰিচিয়াৰ ধন-সোণৰ ভঁৰাল লুট কৰিবলৈ পেট্ৰিচিয়াৰ জন্ম দিনটোৱেই ভাল হ'ব বুলি বিবেচনা কৰা হৈছিল। কিয়নো সেইদিনা হোটেল ভোচিভিওত অনুষ্ঠিত হ'ব লগা জন্মদিন উপলক্ষে পেট্ৰিচিয়া ব্যস্ত ৰব আৰু পেট্ৰিচিয়াৰ শয়ন কক্ষৰ সম্পূৰ্ণ কৰ্তৃত্ব ৰব নেন্সী! যি শয়ন কক্ষৰ এণ্টিকুমতে আছে পেট্ৰিচিয়াৰ ধন-সোণ-হীৰা-মুকুতা স্তূপীকৃত লকাৰ আৰু বহু মূল্যবান সাজপাৰৰ ৱাৰ্ড'ৰ'ব।

নিৰ্দিষ্ট দিনত নেন্সীৰ টেলিফোনৰ সংকেত পালেই ডনাল্ড আৰু উইলিয়াম অগ্ৰসৰ হোৱাৰ কথা পেট্ৰিচিয়াৰ গ্ৰীণ ভেলিলৈ।

লকাৰ খুলিবলৈ ইতিমধ্যে এটা ডুপ্লিকেট চাবি নেন্সীয়ে কৌশলৰে সংগ্ৰহ কৰি যোগান ধৰিছিল। গতিকে সমস্যা একো নাছিল।

পেট্ৰিচিয়াৰ ধন-সোণ লুট কৰাৰ খুটিনাটি সম্পৰ্কে ডনাল্ড আৰু উইলিয়ামে

মিছেছ ফোদাৰগিলৰ চেম্বাৰত বহি উপযুৰ্পৰি আলোচনা চলালে। পেট্টি-চিয়াৰ আ-অলংকাৰ লুট কৰাৰ আঁচনি প্ৰায় সম্পূৰ্ণ হৈ পৰিল।

বাধা হৈ ৰ'ল ৰখীয়া-পৰীয়া কেইজন।

অৱশেষত উইলিয়ামে আগবঢ়োৱা প্ৰস্তাব অনুসৰিয়েই ড্ৰিংকচৰ লগত কোকেন মিলাই এই ৰখীয়া পৰীয়া কেইজনক ধাৰাশায়ী কৰাৰ দায়িত্ব ললে নেন্সীয়ে। নেন্সীয় কৌশলৰে আৱশ্যক হ'লে নিজৰ দেহ সৌন্দৰ্যৰ ভেলেকী মাৰি কোকেন মিলোৱা পানীয় ৰখীয়া কেইজনক খোৱাৰ ব্যৱস্থা কৰিব।

কোকেন সেবন কৰি ৰখীয়া কেইজন ধাৰাশায়ী হৈ পৰিলে আৰু পেট্টিচিয়াৰ লকাৰ ভঙাৰ কোনো বাধা নাথাকিব!

সকলো কাৰ্য সুকলমে সমাধা হোৱাৰ পিছত উইলিয়ামে ধন-সোণ, হীৰা-মুকুতা লকাৰৰ পৰা বাহিৰ কৰিব—ডনাল্ডে কঢ়িয়াই নি -পিছফালৰ চাকৰ-নাকৰ, ক্লীনাৰ আদি উঠা নমা কৰা লিফ্টত তুলিবগৈ।

তাৰপিছত লিফটৰ পৰা পেট্টিচিয়াৰ বাসভৱনৰ পিছ দুৱাৰেদি ডনাল্ড আৰু উইলিয়াম বাহিৰ হৈ আওহতীয়া আলিবাটটোৰ আন্ধাৰত থিয়হৈ থকা মিছেছ ফোদাৰগিলৰ বুইকত ধন-সোণ বোজাই দি তিনিও চেৰবৰ্গ বন্দৰলৈ ঢাপলি মেলাৰ কথা।

চেৰবৰ্গৰ পৰা ভেঙ্কুভাৰ বন্দৰলৈ গৈ তাৰপৰা ডোমাডোচোলালৈ গাড়ী বা টেইনত গৈ বোৰ্গৰ তাত কিছুদিন তাপমাৰি ৰোৱাৰ আঁচনি হৈছিল।

কিন্তু শেষ মুহূৰ্তত এনে অভাৱনীয় কাণ্ড কিয় ঘটিল?

নে ইয়াৰ অন্তৰালত নেন্সীৰেই আন কিবা উদ্দেশ্য আছিল?

ডনাল্ডৰ পিছত এতিয়া পুলিচৰ চ'ৰ। কথাটো মনত পৰি ডনাল্ডৰ বুকুখন পুনৰ চপচপাই উঠিল।

লকাৰ খুলি থকা অৱস্থাত ডনাল্ড আৰু উইলিয়ামৰ সকলো কাৰ্য অট'মেটিক কেমেৰাত আবন্ধ হৈ আছে। যেতিয়া ডনাল্ড আৰু উইলিয়ামে লকাৰৰ লগত সংলগ্ন অট'মেটিক কেমেৰাৰ বুজ পাইছিল—তেতিয়া সেই সৰ্বনাশ হৈ গৈছিল। তেতিয়া ডনাল্ড আৰু উইলিয়ামৰ পলোৱাৰ বাহিৰে কোনো গত্যন্তৰ নাছিল।

পূৰ্বৰ আঁচনি অনুযায়ীয়েই উইলিয়াম আৰু ডনাল্ড মিছেছ ফোদাৰগিলৰ বুইকত পেট্টিচিয়াৰ জেনোৱাৰ ৰিজেণ্ট ষ্ট্ৰীটৰ গ্ৰীণভেলিৰ পিছ দুৱাৰত উপস্থিত হৈছিল। পিছ দুৱাৰত নেন্সী মজুত আছিল। নেন্সীয়ে কৈছিল: কোনো বাধা নাই। সকলো পৰিকল্পিতভাৱেই সমাধা হৈছে।

হোটেল ভেচিভিওত পেট্টিচিয়াৰ জন্মদিনৰ উৎসৱ গোটেই নিশা ধৰি চলিব। আনহাতে গ্ৰীণভেলিত যি পাঁচজন অৱশিষ্ট ৰখীয়া-পৰীয়া আছে সকলো কেইজন কোকেনৰ কবলত পৰি ধাৰাশায়ী। গতিকে কোনো বাধাই নাই।

উইলিয়ামে নেন্সীৰ কথা শুনি আনন্দতে সুহুৰি মাৰিছিল। তাৰপিছত

ডনাল্ড আৰু উইলিয়াম লকাৰৰ ফালে অগ্ৰসৰ হৈছিল। নেন্সীয়ে ডনাল্ড আৰু উইলিয়ামক পথ দেখুৱাই নিছিল।
ডুপ্লিকেট চাবিৰে লকাৰ খোলাটো সমূলি সমস্যা হৈ দেখা দিয়া নাছিল।
ডনাল্ড আৰু উইলিয়ামে লকাৰত আশা কৰাতকৈও অধিক স্তূপীকৃত হীৰা-মুকুতাৰ পৰিমাণ দেখি আনন্দত বিহ্বল হৈ পৰিছিল। সেই মুহূৰ্ততে উইলিয়ামে ডনাল্ডৰ দৃষ্টি আকৰ্ষণ কৰিছিল এটা ঘড়ীৰ টিক্ টিক্ শব্দৰ নিচিনা শুনা নুশুনা শব্দৰ প্ৰতি।
কি শব্দ ?
কিহৰ শব্দ ?
এই আকস্মিক শব্দই দুয়োকে হতবাক কৰিছিল।
হঠাৎ উইলিয়ামে কৈছিল ঃ এয়া যেন অট'মেটিক কেমেৰাৰ ছাটাৰৰ শব্দ।
তেনেহলে......?
কিন্তু নেন্সীয়েতো লকাৰৰ লগত অট'মেটিক কেমেৰাৰ সংলগ্নৰ কথা কোৱা নাছিল। ইমান গুৰুত্বপূৰ্ণ কথাটো নেন্সীয়ে কিয় কোৱা নাছিল ?
ডনাল্ডে অট'মেটিক কেমেৰাৰ উপস্থিতিৰ কথা জানিব পাৰি হতাশ হৈ পৰিল। পোন্ধৰ দিন আগতে ডনাল্ডে জেলৰপৰা মুক্ত হৈছে। এইবাৰে সৈতে ডনাল্ড জেললৈ যোৱা তিনিবাৰ হ'ল। গতিকে প্ৰতিখন পুলিচ থানাতে দাগী আচামীৰ ফটো এলবামত ডনাল্ডৰ ফটোও নিশ্চয় জিলিকি আছে।
গতিকে অট'মেটিক কেমেৰাৰ ছবি উদ্ধাৰ কৰিয়েই পুলিচে প্ৰথমেই ডনাল্ডৰে যে সন্ধান লব তাত কোনো ভুল নাই।
তেনেস্থলত এতিয়া প্ৰথমেই কাম হ'ব গোপন ঠাইৰপৰা অট'মেটিক কেমেৰাটো উদ্ধাৰ কৰি তাক নষ্ট কৰা।
ডনাল্ডৰ প্ৰস্তাৱত উইলিয়ামো সম্মত হ'ল ঃ প্ৰথমে কেমেৰা। কিন্তু সেই মুহূৰ্ততে এখন গাড়ীৰ শব্দই দুয়োকে সচকিত কৰিলে।
এই মুহূৰ্তত, এই মাজনিশা পেট্ৰিচিয়াৰ বাসভৱনলৈ কোন আহিব পাৰে ?
নিশ্চয়......? আকস্মিকভাৱে হোৱা এই বাধাত ডনাল্ড আৰু উইলিয়াম দুয়ো কিংকৰ্তব্যবিমূঢ় হৈ পৰিল। দুয়ো কি কৰিম কি নকৰিম ঠিৰাং কৰাৰ আগতে শুনিলে পদশব্দ নিচেই কাষ পালেহি। কিংকৰ্তব্যবিমূঢ় হৈ দুয়ো বৃহৎ ৱাৰ্ডৰ'বৰ পিছত সোমাই পৰিল।
কিন্তু এইয়া কি......? এইয়া যে একেবাৰে অসম্ভৱ ? এইয়া কেনেকৈ সম্ভৱ হ'ব পাৰে ?
ৱাৰ্ডৰ'বৰ পিছত লুকাই থকাৰ পৰাই দুয়ো দেখিলে সৰু খোজেৰে আৰু যথেষ্ট উশৃংখলভাৱে পেট্ৰিচিয়াই ৰুমত প্ৰৱেশ কৰিলে।
কেইমুহূৰ্তমান নীৰৱতা।
কিন্তু অকস্মাৎ উত্তপ্ত স্বৰৰ বাক-বিতণ্ডাই ডনাল্ড আৰু উইলিয়াম দুয়োকো

বিস্ময়াভিভূত কৰি পেলালে।

ডনাল্ড আৰু উইলিয়ামে এই মুহূৰ্তত মুখ নেদেখাকৈয়ে ঠিৰাং কৰিলে এটা মাত নিঃসন্দেহে পেটিট্ৰিচিয়াৰ,কিন্তু আনটো—? কোনো পুৰুষৰ গলগলীয়া মাত।

কিন্তু অলপ আগতে পেটিট্ৰিচিয়া অকলেহে প্ৰৱেশ কৰিছিল। তেনেস্থলত এই পুৰুষ স্বৰ ক'ৰপৰা আমদানী হ'ল? যতদূৰ সম্ভৱ কোনো লোক পেটিট্ৰিচিয়াৰ শয়ন কোঠাত আগৰে পৰাই মজুত আছে। হয়তো এই পুৰুষৰ লগত পেটিট্ৰিচিয়াৰ এনে এক ৰহস্যজনক সম্বন্ধ আছে, যাৰ আকস্মিক আহ্বানত পেটিট্ৰিচিয়াই উপায়ন্তৰ হৈ ভৌচিভিও হোটেলত নিজৰ জন্ম দিনৰ নিমন্ত্ৰিত অতিথিসকলক এৰি গ্ৰীণভেলীলৈ ঢাপলি মেলিবলৈ বাধ্য হৈছে।

কিন্তু আগন্তুক কোন?

ডনাল্ড আৰু উইলিয়াম পেটিট্ৰিচিয়াৰ শয়ন কোঠাৰ এণ্টি ৰুমৰ ৱাৰ্ডৰ'বৰ পিছত।

গতিকে পেটিট্ৰিচিয়া আৰু আগন্তুকৰ স্পষ্ট বাক-বিতণ্ডা শুনিলেও মানুহটোৰ মুখখন দেখিবলৈ সমৰ্থ হোৱা নাই। অলপ পিছতে পেটিট্ৰিচিয়া আৰু আগন্তুকৰ বাক-বিতণ্ডাই শীৰ্ষবিন্দু পালে।

এটা সময়ত পেটিট্ৰিচিয়াই কাৰোবাক উদ্দেশ্য কৰি মাতিলে। হয়তো নেন্সীক। কিন্তু সেই মুহূৰ্তত এটা গুলীৰ শব্দই দুয়োকে চক্ খুৱাই দিলে।

এক মুহূৰ্তৰ বাবে ডনাল্ডে ভাবিছিল: হয়তো উইলিয়ামৰ বিভলভাৰৰ পৰাই গুলী বাহিৰ হ'ল। কিন্তু পিছ মুহূৰ্তত বুজিলে গুলী চলিল পেটিট্ৰিচিয়াৰ শয়ন কোঠাত।

ডনাল্ডে সেপ ঢুকিলে—এতিয়া কি হ'ব?

উইলিয়ামেও হতাশজনকভাৱে নিম্নস্বৰত ক'লে—হয়তো পেটিট্ৰিচিয়াক খুন কৰিলে।

হঠাতে উইলিয়ামৰ মনত পৰিল—কিন্তু হত্যাকাৰী?

উইলিয়ামে ডনাল্ডক ইঙ্গিত দিলে—আমি হত্যাকাৰীক জব্দ কৰাটো আৱশ্যক।

তৰিৎবেগে উইলিয়ামে পেটিট্ৰিচিয়াৰ শয়ন কোঠাত প্ৰবেশ কৰিলে। ডনাল্ডেও উইলিয়ামৰ পিছ ললে।

পেটিট্ৰিচিয়া গুলীবিদ্ধ হৈ ফ্লʼৰত পৰি আছে। আৰু হত্যাকাৰী...? হত্যাকাৰী ইতিমধ্যে উধাও হৈছে।

ডনাল্ডে হাউলি পেটিট্ৰিচিয়াৰ বুকুত হাত দিলে।—নাই একেবাৰে নিষ্প্ৰাণ।

দুয়ো দৌৰি লৰীত প্ৰৱেশ কৰিলে। তাৰপিছত দীঘলীয়া লাউঞ্জ।

লাউঞ্জ পাৰহৈ তললৈ চাই দেখিলে এটা যেন ছায়া মূৰ্তি খৰ-খোজেৰে গ্ৰীণভেলীৰ চৌহদ অতিক্ৰম কৰিবলৈ সাজু হৈছে। নিশ্চয়ে এইজনেই

পেট্ৰিচিয়াৰ হত্যাকাৰী।
উইলিয়ামে নিজৰ মনতে যেন আওৰালে—নেন্সী ক'ত?
ডনাল্ডবো মনত পৰিল—নেন্সীতো এই মুহূৰ্ত'ত থকাৰ কথা।
উইলিয়াম পুনৰ ভিতৰত প্ৰৱেশ কৰিলে।
কিন্তু সেই মুহূৰ্ত'ত ছাইৰেণৰ শব্দই ডনাল্ডক বিহ্বল কৰি তুলিলে—নিশ্চয় পুলিচ ??
এতিয়া পলোৱাৰ বাহিৰে কোনো গত্যন্তৰ নাই।

…মিয়ামিৰ ডক অঞ্চলৰ কুখ্যাত হত্যাকাৰী লী হাৰ্ডিৰ ফ্ৰিছ ফ্ৰিছ বাবত উত্তেজনা শাম কটাবলৈ ডনাল্ডে ঢোকে ঢোকে টকোইলা গিলি -'গ্ৰীণভেলীত' সংঘটিত হোৱা ঘটনাটোকে পুনৰবাৰ ভাবি চাইছিল।
এটা সামান্য চোৰ হ'লেও, বুদ্ধি, সাহস তেনেই কম বুলি অবহেলিত হ'লেও ডনাল্ডে ঠিকেই বুজিব পাৰিছে—হত্যাকাৰীয়ে নিশ্চয় পৰিকল্পিতভাৱেই পেট্ৰিচিয়াক হত্যাৰ আঁচনি তৈয়াৰ কৰিছিল আৰু হত্যাকাৰীক নিশ্চয় সহায়ৰ হাত আগবঢ়াইছিল পেট্ৰিচিয়াৰ ব্যক্তিগত পৰিচাৰিকা নেন্সীয়ে।
নেন্সীৰ সহায়তে পেট্ৰিচিয়াৰ হত্যাকাৰীয়ে ডনাল্ড আৰু উইলিয়ামৰ পেট্ৰিচিয়াৰ হীৰা-মুকুতা চুৰি কৰা আঁচনিৰ সুযোগ লৈছিল। যাৰ বাবে নেন্সীয়ে পেট্ৰিচিয়াৰ অভ্যন্তৰৰ সমূহ বিৱৰণ আনকি লকাৰৰ ডুপ্লিকেট চাবি যোগাৰ কৰি দিও লকাৰৰ লগত সংলগ্ন অট'মেটিক কেমেৰাৰ কথা গোপনে ৰাখিছিল।
নেন্সীয়ে এই কাৰচাজিৰ ফলতে ডনাল্ড আৰু উইলিয়ামৰ বহুতো ফটো পেট্ৰিচিয়াৰ অট'মেটিক কেমেৰাত আবদ্ধ হ'ল। যাৰ ফলত হত্যাকাৰী আৰু নেন্সীৰ উদ্দেশ্যও সফল হ'ল।
হত্যাকাৰীয়ে নিশ্চয় আশা কৰিছিল—লকাৰ খুলি থকা অৱস্থাত লকাৰৰ লগত সংলগ্ন অট'মেটিক কেমেৰাত ডনাল্ড আৰু উইলিয়ামৰ ছবি জব্দ হৈ ৰ'ব আৰু পুলিচে পিছত পেট্ৰিচিয়াৰ হত্যাকাৰীৰ পমখেদি ডনাল্ড আৰু উইলিয়ামকে হত্যাকাৰী বুলি গ্ৰেপ্তাৰ কৰিব।
ডনাল্ড আৰু উইলিয়ামে কোনোপধ্যেই প্ৰমাণ কৰিব নোৱাৰিব যে—সিহঁত দুটা পেট্ৰিচিয়াৰ হত্যাকাৰী নহয়।
ডনাল্ডৰ মনত পুনৰ উদয় হ'ল—তাৰমানে পুলিচৰ দৃষ্টিত ডনাল্ড এতিয়া পেট্ৰিচিয়াৰ হত্যাকাৰী।
এই বিখ্যাত ৰূপহী চৌখীন আৰু ব্যস্ত চিত্ৰাভিনেত্ৰী গৰাকী হত্যাৰ বাতৰিত নিশ্চয় ইতিমধ্যে হৈ-চৈ লাগি গৈছে। নিশ্চয় ডনাল্ড আৰু উইলিয়ামৰ ছবি

বাতৰি কাকতৰ প্ৰথম পৃষ্ঠাত।

ডনাল্ডৰ এই অদ্ভুত চেহেৰাটো মনত ৰখাটো তেনেই সহজ। তেনেস্থলত ডনাল্ডে জানো মানুহৰ দৃষ্টিৰ পৰা পলাই ফুৰিব পাৰিব ?

ডনাল্ডৰ মনত পৰিল—এই ফ্ৰিছ ফ্ৰিছ বাৰত সোমাওঁতেও নিশ্চয় ডনাল্ডক বহুতে দেখিছে। কোনোৱে যদি পুলিচক জনায় যে বিখ্যাত চিত্ৰাভিনেত্ৰী পেটিচিয়াৰ হত্যাকাৰী ডনাল্ড ফ্ৰিছ ফ্ৰিছ বাৰত মজুত আছে।

টকোইলাৰ উগ্ৰ নিচাই ডনাল্ডক অৱশ কৰি পেলাইছে। তথাপিও উপায় নাই—এই মুহূৰ্ত্তে ফ্ৰিছ ফ্ৰিছ বাৰ ত্যাগ কৰিব লাগিব।

টকোইলাত অন্তিম ঢোকা মাৰি ডনাল্ড উঠি পৰিল।

ডনাল্ডৰ ভৰিকেইটা যেন একেবাৰে অচল হৈ অবাধ্য হৈ পৰিছে—থৰক-বৰক খোজেৰে ডনাল্ড প্ৰৱেশদ্বাৰৰ ফালে অগ্ৰসৰ হ'ল।

কিন্তু সেই মুহূৰ্ত্তে ডনাল্ডে টকোইলাৰ নিচাত প্ৰায় বেহুচ হৈ পৰা আধাবুজা চকুৰ অস্পষ্ট দৃষ্টিৰে দেখিলে—পুলিচ আহি ফ্ৰিছ ফ্ৰিছ বাৰত প্ৰৱেশ কৰিছে।

পুলিচ দেখি হঠাৎ ডনাল্ডৰ মগজুৱে টকোইলাৰ নিচাক তল পেলাই পুনৰ কাম কৰিবলৈ ধৰিলে।

ডনাল্ডে ভাবিলে এতিয়া পলোৱাৰ বাহিৰে গত্যন্তৰ নাই।

থৰক-বৰক খোজেৰে ডনাল্ডে এফালে দৌৰ দিবলৈ উদ্যত হ'ল।

কিন্তু তাৰ আগতেই এখন শক্তিশালী হাতে ডনাল্ডক জব্দ কৰিলে।

ডনাল্ডে হাত-ভৰি আচাৰি চিঞৰিবলৈ ধৰিলে—মই হত্যাকাৰী নহয়। মোৰ পেটিচিয়াৰ নিচিনা প্ৰখ্যাত চিত্ৰাভিনেত্ৰীক হত্যা কৰাৰ সাহস নাই। মই এটা সামান্য চোৰ। মানুহ হত্যা কৰাৰ সাহস মোৰ কোনোদিনেই নাই। মই হত্যাকাৰীক চিনি পাইছোঁ। মই…

ছাৰ্জেণ্ট ওৱায়ানৰ এটা শক্তিশালী পূৰ্ণহতীয়া চৰ ডনাল্ডৰ গালত পৰিল।

ডনাল্ডৰ নিচা বহুখিনি যেন নাইকিয়া হৈ গ'ল। চৰ নহয় যেন এটা হাতুৰীৰ কোব।

ডনাল্ড একেটা চৰতে একেবাৰে নিশ্চুপ হৈ পৰিল।

এজন পুলিচে আহি ডনাল্ডৰ পেটত এটা গোৰ সোধালে।

দুজন পুলিচে শক্তিশালী হাতেৰে দুয়োফালে ডনাল্ডক ধৰি থকাত ডনাল্ড পৰি নোযোৱাকৈয়ে কোনোমতে ৰ'ল।

পুলিচ দুজনে দুফালে ধৰি ডনাল্ডক প্ৰায় চোচৰাই নিলে।

ফ্ৰিছ ফ্ৰিছ বাৰৰ বাহিৰত পুলিচৰ গাড়ী।

ছাৰ্জেণ্ট ওৱায়ানে চিঞৰি উঠিল—এই বদমাচ খুনিটোৰ বাবে সাৱধান। ই পলাবলৈ চেষ্টা কৰিব পাৰে।

কিন্তু সেই মুহূৰ্ত্তে এটা গুলী আহি ডনাল্ডৰ কপালত লাগিল।

পুলিচে দুহাতে ধৰি থকা অৱস্থাতে ডনাল্ডৰ নিশ্চল দেহ পুলিচ এটাৰ গাতে ঢলি পৰিল।
সকলো হতভম্ব। গুলীটো ক'ৰপৰা আহিল ?
ছাৰ্জেণ্ট ওৱাগ্নান সতৰ্ক দৃষ্টিৰে দেখিলে—কিছু আঁতৰত এখন জাগুৱাৰ গাড়ী তীব্ৰগতিত আঁতৰি গ'ল।

পুৰণি লিংকন গাড়ী হ'লেও টেক্সিখনৰ গতিবেগ যথেষ্ট আছিল। টেক্সি-ড্ৰাইভাৰজন নিঃসন্দেহে দক্ষ চালক।
টেক্সিৰ পিছৰ চিটত হেলান দি উইলিয়াম চিন্তাত মগ্ন।
উইলিয়ামৰ বিমৰ্ষ মলিন মুখ খনত ডাঢ়িৰ অবাধ ৰাজত্ব। ঘটনাৰ পিছৰ পৰাই উইলিয়ামৰ ডাঢ়িয়ে খুৰৰ স্পৰ্শ পোৱা নাই।
এসময়ত যথেষ্ট চখীনলোক বুলি সুনাম থকা উইলিয়ামৰ আজি সাজ-পোছাকৰ লাগবান্ধ নাই।
সেই একেটা চিন্তাই উইলিয়ামক যোৱা তিনিদিনে খুলি খুলি খাইছে। পুলিচৰ তত্বাৱধানত থাকোঁতেই আততায়ীৰ গুলীত ডনাল্ডৰ মৃত্যুৰ বতৰা বাতৰি কাকতত পঢ়াৰ পিছৰে পৰা উইলিয়াম ভয়ত বিহ্বল হৈ পৰিছে।
কোন এই আততায়ী ? কোনে ডনাল্ডক হত্যা কৰিলে ?
নিশ্চয় এই প্ৰখ্যাত সুন্দৰী চিত্ৰাভিনেত্ৰী গৰাকীৰ হত্যাকাৰীয়েই ডনাল্ডৰো হত্যাকাৰী। হয়তো পেট্ৰিচিয়াৰ হত্যাকাৰীয়ে নিজ অপকৰ্মৰ জ্বলন্ত সাক্ষী নোহোৱা কৰিবলৈকে ডনাল্ডৰ প্ৰাণ ল'লে।
ডনাল্ড এটা মূৰ্খ। নহ'লে পুলিচে সদা সুতৰ্ক দৃষ্টি ৰখা ফ্লিছ ফ্লিছ বাৰত প্ৰৱেশ কৰি নিজৰ মৃত্যু নিজেই মাতি আনিব লাগেনে ?
অৱশ্যে ডনাল্ডৰ মৃত্যুত উইলিয়ামে নিশ্চিতভাবে বুজিছে পেট্ৰিচিয়াৰ হত্যাকাৰীয়ে ডনাল্ডক নিহত কৰি এতিয়া উইলিয়ামৰ সন্ধানত চলাথ আৰম্ভ কৰিছে।
বিগত তিনিদিন উইলিয়ামে যি অশান্তিত যেনেদৰে অতিবাহিত কৰিছে তাতকৈ ডনাল্ডৰ দৰে মৃত্যুক আহ্বান কৰি শান্তিত মৰাই ভাল।
যোৱা গোটেই নিশা আওহতীয়া বাৰউড ওচান হোটেলৰ সাতমহলীয়া চাদৰ এটা অৱহেলিত কমত বহি উইলিয়ামে ভাবি পাইছে—জীয়াই থকাৰ ভৰসা মাত্ৰ এটা। সেইটো হৈছে পেট্ৰিচিয়াৰ হত্যাকাৰীক অচিৰেই পুলিচৰ হাতত ধৰাই দিয়া।
প্ৰকৃত হত্যাকাৰী ধৰা পৰিলেহে পেট্ৰিচিয়াৰ হত্যাকাৰী বুলি ডনাল্ড আৰু উইলিয়ামৰ ওপৰত পুলিচে কৰা সন্দেহ দূৰ হ'ব আৰু নিৰ্মম মৃত্যুৰ পৰাও

উইলিয়ামে ৰেহাই পাব।

হয়তো হত্যাকাৰী ধৰা পৰাত পুলিচক সহায় কৰা বুলি উইলিয়ামৰ শাস্তি ন'হবও পাৰে।

উইলিয়ামে এতিয়া ভালদৰেই বুজি পাইছে যে সুন্দৰী চিত্ৰাভিনেত্ৰী পেট্ৰিচিয়াৰ হত্যাকাৰীয়ে পেট্ৰিচিয়াৰ ধন-সোণ চুৰি কৰিবলৈ মিছেছ ফোদাৰগিল কম্বাইনে তৈয়াৰ কৰা আঁচনিৰ কথা সম্পূৰ্ণৰূপে জানিছিল। সেয়ে হত্যাকাৰীয়ে কৌশলৰে পেট্ৰিচিয়াৰ হত্যাকাণ্ডৰ লগত উইলিয়াম আৰু ডনাল্ডক জড়িত কৰিবলৈ সমৰ্থ হৈছিল।

এই কথাই এয়ে প্ৰতীয়মান কৰে যে—পেট্ৰিচিয়াৰ ব্যক্তিগত পৰিচাৰিকা নেন্সীয়ে যেনেদৰে ডনাল্ড, উইলিয়াম, মিছেছ ফোদাৰগিলক পেট্ৰিচিয়াৰ ধন-সোণ লুট কৰিবলৈ কৰা আঁচনিত পূৰ্ণ সহযোগ আগবঢ়াইছিল—তেনেদৰে নেন্সীয়ে হত্যাকাৰীকো সহায়ৰ হাত আগবঢ়াইছিল।

নেন্সীয়ে হত্যাকাৰীৰ লগত সহায়ৰ হাত আগবঢ়োৱাই নহয় নেন্সীয়ে ডনাল্ড, উইলিয়াম আৰু মিছেছ ফোদাৰগিলক পৰিকল্পিতভাৱেই প্ৰতাৰণা কৰিছিল।

নহ'লে নেন্সীয়ে নিখুতভাৱে পেট্ৰিচিয়াৰ ধন-সোণ, হীৰা, মুকুতা স্তুপীকৃত লকাৰৰ নক্সা, পেট্ৰিচিয়াৰ বাসভৱনৰ সম্পূৰ্ণ বিৱৰণ, আনকি ধন-সোণ লুট কৰি পিছ দুৱাৰেদি কেনেকৈ পলাব লাগিব সকলো পৰামৰ্শ আগবঢ়োৱাৰ পিছতো নেন্সীয়ে কিয় লকাৰৰ লগত সংলগ্ন অট'মেটিক কেমেৰাৰ কথা গোপনে ৰাখিলে?

যাৰ ফলত লকাৰত হাত দিয়েই ডনাল্ড আৰু উইলিয়ামৰ ফটো অট'মেটিক কেমেৰাই ধৰি ৰাখিলে। হাতত পইণ্ট ফৰটিফাইভ অট'মেটিক ৰিভলভাৰ লৈ থিয় হৈ থকা আৰু লকাৰ খুলি থকা ডনাল্ডৰ ছবি অট'মেটিক কেমেৰাত উদ্ধাৰ কৰি পুলিচ নিশ্চিত হৈছে যে—উইলিয়ামৰ ৰিভলভাৰৰ গুলীতে পেট্ৰিচিয়া নিহত হৈছে।

পুলিচে উইলিয়ামৰ গুলীত পেট্ৰিচিয়া নিহত হোৱাৰ কাৰণো হয়তো বিচাৰি পাইছে।

পুলিচ নিশ্চয় স্থিৰ নিশ্চিত হৈছে যে ভেচিভিও হোটেলত পেট্ৰিচিয়াৰ জন্মদিনৰ খবৰ পাই জন্মদিনৰ নিশাই সুবিধা দেখি চোৰৰ দলে পেট্ৰিচিয়াৰ গ্ৰীনভেলিৰ ৰখীয়া-পৰীয়াক কোকেনৰ নিচাত ধাৰাশায়ী কৰি গ্ৰীনভেলিত প্ৰৱেশ কৰে।

কিন্তু কাৰ্যসম্পন্ন নহওঁতেই আকস্মিক পেট্ৰিচিয়াৰ আগমনত চোৰ দুটাই হতভম্ব হৈ পৰে আৰু কিংকৰ্তব্যবিমূঢ় হৈ পেট্ৰিচিয়াক নিহত কৰি পলাই যায়।

অট'মেটিক কেমেৰাৰ ছবিয়ে নিশ্চিতভাৱে প্ৰমাণ কৰি দিব যে উইলিয়ামেই পেট্ৰিচিয়াৰ নিহতকাৰী।

কিন্তু নেন্সীয়ে এনেদৰে প্ৰতাৰণা কিয় কৰিলে? নেন্সীৰ লগত হত্যাকাৰীৰ কি সম্বন্ধ থাকিব পাৰে?

টেক্সি সেই মুহূর্ততে বৈ যোৱাত উইলিয়ামৰ চিন্তাত যতি পৰিল। উইলিয়ামে দেখিলে অল্ড ডিক্সি এলেকা পালেহি।

অল্ড ডিক্সি এলেকাত এনেও জনসমাগম কম। বিশেষকৈ এই সময়ত মানুহৰ আহ যাহ প্ৰায় নাথাকেই।

এই আওহতীয়া অল্ড ডিক্সি এলেকা মহানগৰীৰ সবাতোকৈ অৱহেলিত এলেকা।

এই এলেকাৰ জৰাজীৰ্ণ অট্টালিকাবোৰ দেখিলেই বুজিব পাৰি যে মানুহবোৰৰ অৱস্থাও টনকিয়াল নহয়।

উইলিয়ামে টেক্সি বিদায় দি সতৰ্ক খৰতকীয়া খোজেৰে অল্ড ডিক্সিৰ গাতে লগা হাৰলে ষ্ট্ৰীটত সোমাই পৰিল।

পুৰণি ওখ ওখ অট্টালিকাবোৰৰ বাবে হাৰলে ষ্ট্ৰীট যেন দিনতে অন্ধকাৰ।

নিগ্ৰোৰ বসতি অঞ্চল এই হাৰলে ষ্ট্ৰীটত নিগ্ৰোৰ উপৰিও দুই-এক অন্যান্য লোকো আছে।

উইলিয়ামে সন্তৰ্পণে আগবাঢ়িল।

হাৰলে ষ্ট্ৰীটৰ নিগ্ৰো পথচাৰী দুই-একে সন্দিগ্ধ দৃষ্টিৰে উইলিয়ামলৈ চালে।

উইলিয়ামে যিমান পাৰে হেলনীয়াকৈ টুপিটোৰে নিজৰ মুখখন ঢাকিবলৈ চেষ্টা কৰিলে।

উইলিয়ামে যেন বুজিছে কিহৰ বাবে এই সন্দিগ্ধ চাৱনী। এগৰাকী নামী দামী চিত্ৰাভিনেত্ৰী পেট্ৰিচিয়াক হত্যা কৰা বুলি ডনাল্ড আৰু উইলিয়ামৰ ছবি বাতৰি কাকতৰ প্ৰথম পৃষ্ঠাত হয়তো সকলোৱে দেখিছে।

সেয়ে হয়তো পথচাৰীৰ এই কৌতূহলৰ চাৱনি।

উইলিয়ামে ভাবিলে এতিয়া যেন সকলোৰে ওপৰতে সন্দেহ। ঠিকতো নাই কোনে ক'ত চিনি পেলাব যে প্ৰখ্যাত চিত্ৰাভিনেত্ৰী পেট্ৰিচিয়াৰ হত্যাকাৰী এইটোৱেই। আনকি এই আওহতীয়া অৱহেলিত ঠাইতো পুলিচৰ গাড়ীৰ চাইৰেণ শুনিলেও আচৰিত হ'ব লগা একো নাই। কিয়নো কোনো সন্দেহকাৰীয়ে হাৰলে ষ্ট্ৰীটত এজন সন্দেহজনক লোকৰ আগমনৰ কথা পুলিচলৈ টেলিফোন কৰিবও পাৰে।

অলপ পিছতে উইলিয়ামে খৰতকীয়া খোজেৰে হাৰলে ষ্ট্ৰীটৰ পৰা উইগমোৰ ষ্ট্ৰীটৰ ঠেক গলিত প্ৰৱেশ কৰিলে।

উত্তেজনাত উইলিয়ামৰ বুকুখন দুৰু দুৰুকৈ কঁপিছে।

এইবাৰ উইলিয়াম এটা অৱহেলিত তিনমহলীয়া ঘৰৰ সন্মুখত উপস্থিত হ'ল। ঘৰটোত কোনো লিফট্‌ৰ ব্যৱস্থা নাই।

খৰখেদাকৈ উইলিয়ামে ঠেক খিয় চিৰি বগাবলৈ ধৰিলে।

উইলিয়ামে জানে এই তিনিমহলীয়া ঘৰটোৰ অধিকাংশ কোঠালিতে বাস কৰে—নিম্নস্তৰৰ কলগাৰ্ল, অৰ্থনৈতিক সংকটত জুৰুলা—মানুহৰ ঘৰত কামকৰা চাকৰ-নাকৰ, ক্লীনাৰ আদি।

এনে এক নিকৃষ্ট ঘৰতে নেন্সীৰ নিচিনা মনোলোভা আকৰ্ষণী গাভৰুৱে কিয় যে বাস কৰিছে ভাবিলেও আচৰিত লাগে।

আচলতে নেন্সীৰ টকা-পইচাৰ যথেষ্ট অভাৱ। আনহাতে ৰূপহী ছোৱালী-জনীয়ে চট কৰি সাজ-পোছাক কৰিবলৈ বৰ ভাল পায়। কিন্তু খৰচ অনুপাতে অৰ্থ আৰ্জন কৰিবলৈ নেন্সীৰ কপালত সুযোগ মিলা নাই।

সেয়ে নেন্সীৰ এই অধঃপতন।

প্ৰচুৰ অৰ্থ উপাৰ্জনৰ সম্ভাৱনা দেখিয়েই নেন্সীয়ে মিছেছ ফোদাৰগিলৰ জালত ভৰি দিছিল আৰু পেটিট্ৰিচিয়াৰ ধন-সোণ লুট কৰা আঁচনিত সবাতোকৈ মুখ্য ভূমিকা গ্ৰহণ কৰিবলৈ বাধ্য হৈছিল।

কমদিনৰ চিনাকিতে উইলিয়ামৰ নেন্সীক ভাল লাগিছিল। উইলিয়ামে ভাবিছিল—নেন্সী ছোৱালীজনী তেনেই সহজ-সৰল। উপায়ন্তৰ হৈহে নেন্সীয়ে অৰ্থলোভত মিছেছ ফোদাৰগিলৰ আঁচনিৰ প্ৰতি সমৰ্থন জনাইছিল।

কোনো এদিন দুৰ্বল মুহূৰ্তত উইলিয়ামে ভাবিছিল—নেন্সীক জীৱন সঙ্গিনী-ৰূপে পালে হয়তো ভালেই লাগিব।

ব্যক্তিগত পৰিচাৰিকা হিচাবে নেন্সীয়ে পেটিট্ৰিচিয়াৰ যথেষ্ট আস্থাভাজন হ'ব পাৰিছিল।

কিন্তু নেন্সীয়ে অৱশেষত প্ৰতাৰণা কৰিলে কিয় ?

হয়তো হত্যাকাৰীয়ে নেন্সীক যথেষ্ট ধনৰ লোভ দেখুৱাইছিল ? এই প্ৰচুৰ ধনৰ লোভত পৰিয়েই নেন্সীয়ে এই কামোৰ মাৰিলে।

মিছেছ ফোদাৰগিলে কিন্তু প্ৰথমৰে পৰাই এফালে নেন্সীক পেট্ৰিচিয়াৰ ধন-সোণ লুট কৰা আঁচনিত মুখ্য ভূমিকা অৰ্পণ কৰিলেও, ফোদাৰগিলে নেন্সীক সম্পূৰ্ণৰূপে বিশ্বাস কৰা নাছিল। এতিয়াহে উইলিয়ামে ভাবিছে ফোদাৰ-গিলৰ নেন্সীৰ ওপৰত আৰোপ কৰা এই সন্দেহ অমূলক নাছিল। ফোদাৰগিলে নিজৰ দিব্য চকুৰে যেন ঠিকেই দেখিছিল যে এই ৰূপহী ছোৱালীজনীয়ে প্ৰতাৰণা কৰিব।

সি যিয়েই নহওক—এইটো কথা নিশ্চিত যে নেন্সীয়ে পেটিট্ৰিচিয়াৰ হত্যাকাৰীক ভালদৰেই চিনি পায়।

এতিয়া উইলিয়ামৰ জীৱন-মৰণ ভৱিষ্যত সকলো নিৰ্ভৰ কৰিছে নেন্সীৰ ওপৰত। নেন্সীয়ে যদি কয় পেটিট্ৰিচিয়াৰ প্ৰকৃত হত্যাকাৰী কোন, তেতিয়াহলে হয়তো উইলিয়ামৰ ইলেকট্ৰিক চেয়াৰত বহি মৃত্যুদণ্ড শিৰপাতি লোৱা শাস্তিৰ পৰা ৰেহাই পাবও পাৰে।

উইলিয়ামে তৃতীয় মহলাৰ একাষৰীয়া এটা কোঠালীৰ প্ৰৱেশদ্বাৰৰ সম্মুখত ৰ'ল।

খন্তেক বৈ উইলিয়ামে নেন্সীৰ বাসভৱনৰ প্ৰৱেশদ্বাৰত মৃদু টোকৰ মাৰিলে।

কিন্তু কোনো সাৰ-শব্দ নাপাই উইলিয়ামে এইবাৰ অলপ জোৰেৰে দুৱাৰত

শব্দ কৰিলে।

এটা অস্পষ্ট পুৰুষৰ মাত ভাহি আহিল—সোমাই আহা। দুৱাৰখন ভেজা দিয়া।

উইলিয়ামে ধীৰ পদক্ষেপে ৰুমত প্ৰৱেশ কৰিলে। প্ৰৱেশ কৰিয়েই উইলিয়ামৰ নাকত লাগিল এটা পচা গোন্ধ। হয়তো ৰুমটোৰ আবদ্ধ বতাহৰ লগত বহুদিন বাহিৰৰ বতাহৰ সম্বন্ধ হোৱা নাই।

ৰুমটোৰ ক্ষীণ পোহৰত উইলিয়ামে দেখিলে এখন টেবুলত কেইবাটাও খালী হুইস্কীৰ বটল। এটা বটলৰ তলিতে সামান্য পৰিমাণৰ হুইস্কী। টেবুলৰ বিপৰীতে এখন হেলেনীয়া চেয়াৰত বহি এটা আদবয়সীয়া মানুহে হাতত শূন্য গিলাচ লৈ নিচাত বুদবুদ। যেন কেইবাদিনো ধৰি মানুহটোৱে একেৰাহে মদেই গিলি আছে।

উইলিয়ামক দেখিয়েই নিচাত প্ৰায় লেবেজান মানুহটোৰ চকু কেইটা অলপ উজ্জ্বল হ'ল -কেইবাবাৰো চেষ্টা কৰিও যেন মানুহটোৱে মুখত কথা ফুটাব পৰা নাই।

মানুহটোৱে অলপ উঠিবলৈ চেষ্টা কৰি আকৌ ঢপকৈ হেলনীয়া চকীখনত পৰি গ'ল।

এইবাৰ মানুহটোৱে উইলিয়ামক হতভম্ব কৰি অস্পষ্ট ভাষাত কৈ উঠিল নেন্সীৰ খবৰ লাগেতো? কিন্তু এবটল হুইস্কীৰ বিনে কোনোপধ্যেই মোৰ মুখৰ পৰা নেন্সীৰ খবৰ বাহিৰ নহ'ব।

প্ৰথম অৱস্থাত উইলিয়ামে মানুহটোৰ প্ৰায় অবোধ্য কথা শুনি থৰমৎ খালে তাৰ পিছত উইলিয়ামে মানুহটোৰ কলাৰত ধৰি গালত এটা পূৰ্ণহতীয়া চৰ সোধালে। লগে লগে উইলিয়ামৰ কৰ্কশ স্বৰ—ইউ বাষ্টাৰ্ড, শীঘ্ৰে ক নেন্সী ক'ত? নহ'লে তোক মই শেষ কৰি দিম।

মানুহটো যেন নিৰ্বিকাৰ—ধীৰে বন্ধু, ধীৰে, মাৰপিট, খুন-জখম কৰি একো লাভ নহ'ব। এবটল হুইস্কী—তেতিয়াহে নেন্সীৰ খবৰ। সিহঁতেও তাকেই কৰিছে।

সিহঁত? কোন সিহঁত?

কোন হ'ব আৰু পুলিচ। সিহঁতেও নেন্সীৰ খবৰ বিচাৰিছিল। কিন্তু হুইস্কীৰ বিনেতো মোৰ মুখত নেন্সীৰ খবৰ নোলায়। কিয় ওলাব কওকচোন ডাঙৰীয়া, মইতো ধন-সোণ বিচৰা নাই, মইতো নেন্সীৰ খবৰ বিক্ৰী কৰি চহকী হবলৈ হাবিয়াস কৰা নাই। মোক লাগে এবটল হুইস্কী মাত্ৰ, তাৰপিছত নেন্সীৰ খবৰ দিবলৈ মোৰতো কোনো আপত্তি নাই। গতিকে ডাঙৰীয়া, নেন্সীৰ খবৰ যদি অগত্যা লাগেই এক বটল হুইস্কীৰ বিনে গত্যন্তৰ নাই। উইলিয়ামে ভাবিলে—তাৰমানে পুলিচেও ইতিমধ্যে নেন্সৰী খোজ-খবৰ লৈছে।

পুলিচৰ কথা মনত পৰি উইলিয়াম যেন শেঁতা পৰি গ'ল।

এইবাৰ উইলিয়ামে যথেষ্ট কোমল সুৰত মানুহটোলৈ চাই ক'লে,—চোৱা বন্ধু মোৰ বৰ লৰালৰি। এতিয়া তোমাক এটা হুইস্কীৰ বটল যোগাৰ কৰি দিয়া মোৰ পক্ষে কোনোপধ্যেই সম্ভৱ নহয়। তদুপৰি মোৰ পকেটত প্ৰয়োজনীয় সামান্য ধনহে অৱশিষ্ট আছে। গতিকে বন্ধু তুমি আৰু বিলম্ব নকৰি শীঘ্ৰেই নেন্সীৰ খবৰ দিয়া।

মদৰ নিচাত বুদবুদ হৈ থকা মানুহটোৱে এইবাৰ যেন অলপ হাঁহিবলৈ চেষ্টা কৰিলে। তাৰপিছত মুখাবয়ৱ কঠিন হৈ পৰিল আৰু অধিক কৰ্কশ স্বৰত ক'লে —ওহো, মাফ কৰিব দেই, সেইটো অসম্ভৱ।

মোক মাৰি শেষ কৰি দিলেও হুইস্কীৰ বিনে মোৰ মুখৰ পৰা এটা কথাও নুফুটিব।

উইলিয়ামে দেখিলে কোনো উপায় নাই। মানুহটোক মাৰ ধৰ কৰিও লাভ নাই।

উইলিয়ামে আঙুলিৰ পৰা সোণৰ আঙঠিটো টেবুলত খুলি থলে। চোৱা হুইস্কীৰ পৰিৱৰ্তে এই আঙঠিটো ৰাখিলোঁ, তুমি এতিয়া নেন্সীৰ খবৰ কোৱা।

মানুহটোৱে অলপ সময় আঙঠিটোলৈ চালে, তাৰ পিছত মুখত হাঁহিবলৈ যেন অশেষ চেষ্টা কৰি আঙঠিটো পকেটত ভৰালে।

ওঁ এতিয়া শুনা নেন্সীৰ খবৰ—নেন্সীয়ে এই ঘৰ এৰি থৈ গৈছে। এতিয়া এইঘৰ মই ভাৰাত লৈছোঁ—বছ, নেন্সীৰ খবৰ সিমানেই।

উইলিয়ামে যেন খঙত একো নাই হৈ পৰিল। খঙৰ ভমকত উইলিয়ামে মানুহটোৰ মুখত এটা প্ৰচণ্ড ঘোচা সোধালে। ঘোচা খাইও মানুহটো যেন নিৰ্বিকাৰ। যেন একোৱেই হোৱা নাই।

মানুহটোৱে এইবাৰ ক'লে—ৰবা বন্ধু! অধৈৰ্য নহবা। নেন্সীৰ খবৰ আৰু আছে।

আৰু আছে?

আৰু আছে। অৱশ্যে মোৰ হাতত নাই। কিন্তু মই তোমাক ইচ্ছা কৰিলে নেন্সীৰ শেহতীয়া খবৰ যোগাৰ কৰি দিব পাৰোঁ।

কেনেকৈ?

মানুহটোৰ কথাত জড়তা দূৰ হোৱা নাই যদিও মানুহটোৱে পৰাপক্ষত স্পষ্টকৈ কবলৈ চেষ্টা কৰিলে—চানু পাবলো নাইট ক্লাবৰ কথা নিশ্চয় তুমি শুনিছা। এই চানু পাবলোৰে সংলগ্ন বেলভিচটা নাইট ক্লাব।

তাৰপিছত—? উইলিয়ামৰ কণ্ঠত উদ্বিগ্নতা।

মানুহটোৱে যেন এক মুহূৰ্ত চিন্তা কৰি চালে কথাটো কোৱা ভাল হবনে নহয়।

উইলিয়ামে উদ্বেগেৰে চিঞৰি উঠিল—তাৰাঁপিছত।

অ' তাৰাঁপিছত। এই নাইট ক্লাবৰে সুন্দৰী বেলি ডেন্সাৰ মানিপেনী। এই চুইট চিক্সটিন মানিপেনীয়ে তোমাক নেন্সীৰ শেহতীয়া খবৰ দিব পাৰিব।

উইলিয়ামৰ আৰু ধৈৰ্য্য-চ্যুতি হ'ল—উইলিয়াম নিশ্চিত হ'ল যে মানুহটো এটা চৈতান। উইলিয়ামে পুনৰ মানুহটোক এটা প্ৰচণ্ড ঘোচা সোধাই আঙঠিটো কাঢ়ি ল'লে। এইবাৰ মানুহটো হেলনীয়া চকীৰ পৰা ঠেকেচা খাই ফ্ল'ৰত পৰিল—মুখেৰে বিৰবিৰকৈ উইলিয়ামক উদ্দেশী গালি পাৰিলে।

উইলিয়ামে আৰু তাত এক মুহূৰ্ত্তও অপেক্ষা নকৰি খৰ খোজেৰে বাহিৰ ওলাল।

কিন্তু প্ৰৱেশদ্বাৰৰ বাহিৰত ভৰি দিয়েই উইলিয়াম সচকিত হ'ল—কেইবাটাও গধুৰ পদশব্দ যেন চিঁৰি বগাই ওপৰলৈ উঠিছে।

হয়তো পুলিচ? নে পেট্ৰিচিয়াৰ আৰু ডনাল্ডৰ হত্যাকাৰী দল। উইলিয়াম হতভম্ব হৈ পৰিল।

নিশা অগ্ৰসৰ হৈছিল।

উইলিয়ামেঁ অলপ আঁতৰতে টেক্সিখন বিদায় দি গা ঢাকি উইমপোল ষ্ট্ৰীটৰ চানু পাবুলো নাইট ক্লাবৰ অভিমুখে অগ্ৰসৰ হ'ল।

উইলিয়ামৰ এতিয়া আৰু নিজৰ বিবৰ্ণ মলিন চেহেৰা আৰু সাজ-পাৰৰ প্ৰতি সমুলি কাণসাৰ নাই। উইলিয়ামৰ এতিয়া এটাই চিন্তা—পুলিচৰ হাতৰ পৰা গা বচাই যিকোনো প্ৰকাৰে নেন্সীক বাহিৰ কৰিবই লাগিব আৰু নেন্সীৰ মুখৰ পৰা পেট্ৰিচিয়াৰ হত্যাকাৰী কোন জানি লৈ পুলিচৰ হাতত আত্মসমৰ্পণ কৰিব লাগিব।

নহ'লে আৰু অধিক কাল উইলিয়ামৰ পুলিচ অথবা পেট্ৰিচিয়াৰ হত্যাকাৰীৰ কৱলৰ পৰা গা বচাই ফুৰাটো কঠিন হ'ব।

চিন্তাত মগ্ন থকা অৱস্থাতেই উইলিয়ামে আহি বিখ্যাত চানু পাবুলো নাইট ক্লাব পালেহি। এই নাইট ক্লাবৰ কাষৰতে বেলাভিচ্টা নাইট ক্লাব। ইয়াতে আছে বেলী ডেন্সাৰ মানিপেনী। যদি সেই মদাহীটোৱে বিপথে পঠিওৱা নাই—এই মানিপেনীয়েই নেন্সীৰ খবৰ দিব পাৰিব।

উইলিয়ামে ধীৰ পদক্ষেপে বেলাভিচ্টা নাইট ক্লাবত প্ৰৱেশ কৰিলে—উইলিয়ামে বেলাভিচটা নাইট ক্লাবত প্ৰৱেশ কৰিয়েই চাৰিওফালে সতৰ্ক দৃষ্টি বুলালে।

বেলাভিচ্টাৰ অভ্যন্তৰৰ সীমিত পোহৰত সুৰাপায়ীসকলে মদত বুদ বুদ হৈ আছে।

দুই এজে টেবুল গাৰ্লৰ সঙ্গ আৰু সুৰাৰ সপ্তমত উল্লাসত উথলি উঠিছে।

উইলিয়ামে বেলাভিচ্টাৰ এচুকত সতকাই দৃষ্টি নপৰাকৈ আসন বাচি ল'লে।

ওৱেটাৰ আহি উপস্থিত হ'ল—মৃদু স্বৰত উইলিয়ামে ফৰমাইচ দিলে—লাইম আৰু লেমু মিলোৱা ডিম্পল হেগ।

অলপ পিছতে সুন্দৰী ওয়েট্ৰেচ গৰাকীয়ে ওঁঠত হাঁহি বুলাই ডিম্পল হেগ পৰিবেশন কৰিলে।

উইলিয়ামে গিলাচত ওঁঠ লগাই অলপ যেন সকাহ পালে আৰু ইঙ্গিতেৰে ওয়েট্ৰেচ গৰাকীক খন্তেক ৰবলৈ ক'লে।

তাৰপিছত কোনো ভনিতা নকৰাকৈ ক'লে—মই মানিপেনীক লগ পাব খোজোঁ।

মানিপেনী? কোন্ মানিপেনী?

উইলিয়ামে পকেটৰ পৰা তিনি ডলাৰৰ বিল বাহিৰ কৰি ক'লে—মানিপেনীক লগ পোৱাটো মোৰ অতিশয় প্ৰয়োজন।

ওৱেট্ৰেচ গৰাকীয়ে টেবুলৰ ওপৰত পৰি থকা তিনি ডলাৰলৈ হাত মেলিলে।

উইলিয়ামে নোট কেইখন হাতেৰে ঢাকি ধৰিলে—প্ৰথমতে মানিপেনীৰ খবৰ।

কিন্তু এই বেলভিচ্টো নাইট ক্লাবততো কোনোমানিপেনী নাই—ছোৱালীজনীৰ কথা কওঁতে আড়ষ্টতা।

উইলিয়ামে ওৱেট্ৰেচ গৰাকীৰ দৃষ্টি দেখিয়েই যেন কিবা এটা বুজি পালে—ঠিক আছে পাঁচ ডলাৰ।

এইবা ওৱেট্ৰেচগৰাকীৰ চকুত হাঁহি বিৰিঙিল। ঠিক আছে—মই মানিপেনীক লগ ধৰাৰ ব্যৱস্থা কৰিম।

পাঁচ ডলাৰ লৈ ওৱেট্ৰেচ গৰাকী মুহূৰ্ততে প্ৰস্থান কৰিলে।

উইলিয়াম মানিপেনীৰ অধীৰ অপেক্ষাত ধীৰে ধীৰে ডিম্পল হেগৰ সেৱনত মত্ত থাকিল।

অলপ পিছতে ওৱেট্ৰেচ গৰাকীয়ে পুনৰ দেখা দিলে—মানিপেনীয়ে আপোনাক লগ ধৰিবলৈ সম্মতি প্ৰকাশ কৰিছে।

মানিপেনী? উইলিয়াম আনন্দত উৎফুল্লিত হৈ পৰিল আৰু নিৰ্বিবাদেই ওৱেট্ৰেচ গৰাকীক অনুসৰণ কৰিলে।

বেলভিচ্টো নাইট ক্লাবৰ এটা আওহতীয়া কমত উইলিয়াম উপস্থিত হ'ল।

উইলিয়ামে দেখিলে কমটোত এগৰাকী যুৱতী আগৰে পৰা মজুত আছে, নিশ্চয় মানিপেনী।

উইলিয়ামে লক্ষ্য কৰিলে—মানিপেনীৰ পিন্ধনত লিনেনৰ তেনেই সীমিত সাজসজ্জা। প্ৰথম দৃষ্টি দিয়েই উইলিয়ামে বুজি পালে—মানিপেনীৰ যৌৱন পুষ্ট দেহটোৰ যথেষ্ট আকৰ্ষণীয়তা আছে যদিও মুখখন যেন কিবা কৰ্কশ।

উইলিয়ামে সৌজন্য ৰাখি মৃদু স্বৰত ক'লে—আপুনিয়েই মানিপেনী?

উত্তৰত মানিপেনীয়ে মূৰ দুপিয়ালে—ওঁঠত এক ৰহস্যময় হাঁহি বিৰিঙিল।

নিশ্চয় নেপ্সীৰ খবৰৰ বিশেষ প্ৰয়োজন।

মানিপেনীৰ কথাত উইলিয়ামে থৰমৎ খালে। মানিপেনীয়ে কেনেকৈ জানিলে যে—উইলিয়ামে নেপ্সীৰ খবৰকে বিচাৰি আহিছে? নিশ্চয় ইয়াৰ অন্তৰালত

মানিপেনীৰ কিবা অসৎ উদ্দেশ্য আছে। মানিপেনীয়ে পুলিচৰ লগত সহযোগ কৰা নাইতো ?

উইলিয়াম ভিতৰি ভিতৰি হতাশ হৈ পৰিল।

মানিপেনীয়ে উইলিয়ামৰ ভাবান্তৰলৈ লক্ষ্য কৰি হাঁহি বুলাই ক'লে—চিন্তাৰ কোনো কাৰণ নাই। এই কেইদিন মানিপেনীক সকলোৱে বিশেষ প্ৰয়োজন হৈছে – কেৱল নেন্সীৰ খবৰৰ বাবে।

গতিকে ধৰিয়েই লৈছোঁ - মোক লগ পোৱাটো আপোনাৰ বিশেষ প্ৰয়োজন যেতিয়া নিশ্চয় নেন্সীৰ খবৰৰ পিছতেই আপুনিও হাবাথুৰি খাইছে।

ঠিকেই কৈছে—মই নেন্সীৰ বাৰ্ত্তা বিচাৰিয়েই আপোনাৰ কাষ চাপিছোঁ।

নেন্সীৰ খবৰ মই জানো। কিন্তু আপুনি কেনেকৈ ভাবিলে ইয়াৰ কোনো মূল্য নাই বুলি ?

মূল্য ? কিন্তু...?

নেন্সীৰ খবৰৰ দাম পাঁচশ ডলাৰ।

পাঁচশ ডলাৰ?

অ' পাঁচশ ডলাৰ যদি আপুনি নিশাৰ ভিতৰতে মোৰ হাতত গতাব পাৰে— তেতিয়াহে নেন্সীৰ খবৰৰ আশা কৰিব পাৰে।

পাঁচশ ডলাৰ ? কিন্তু পাঁচশ ডলাৰ মই পাম ক'ত ? বৰ জোৰ মোৰ পকেটত পঁচিশ-ত্ৰিশ ডলাৰ হ'ব। কিন্তু নিশাটোৰ ভিতৰতে পাঁচশ ডলাৰ যোগাৰ কৰাটো মোৰ পক্ষে কোনোপধ্যেই সম্ভৱ নহয়।

সম্ভৱ হয় নহয় সেইটো আপোনাৰ কথা। নেন্সীৰ খবৰ যদি আপোনাৰ প্ৰয়োজন আছে তেতিয়াহলে নিশাৰ ভিতৰতে পাঁচশ ডলাৰ। অন্যথা নেন্সীৰ খবৰৰ প্ৰতি আগ্ৰহ নেদেখুৱাই ভাল।

মানিপেনীৰ মুখত ৰুক্ষতা যেন অধিক বৃদ্ধি পাইছে।

এইবাৰ মানিপেনীয়ে এখন কাৰ্ড আগবঢ়ালে। এইটো মোৰ ঠিকনা। যদি আপোনাৰ বাবে নেন্সীৰ খবৰটো বিশেষ প্ৰয়োজন বুলি ভাবে তেতিয়াহলে পাঁচশ ডলাৰ যোগাৰ কৰি নিশা চাৰি বজাৰ আগতে এই ঠিকনাত উপস্থিত হ'ব। এতিয়া বিদায়।

মানিপেনীয়ে আৰু এক মুহূৰ্তও অপেক্ষা নকৰিলে। নিৰ্বিকাৰ ভাৱেই খৰখোজেৰে বেলভিচটোৰ প্ৰস্থান পথৰ ফালে গতি কৰিলে।

দিক্‌বিদিক শূন্য হৈ উইলিয়ামেও মানিপেনীৰ পিছ ল'লে।

বেলভিচটোৰ বাহিৰ হৈয়েই মানিপেনীৰ বাবে সাজু হৈ থকা এখন লানচিয়া গাড়ীত উঠি মুহূৰ্ততে মানিপেনী নেদেখা হল।

উইলিয়াম যেন হতাশ হৈ পৰিল—পাঁচশ ডলাৰৰ চিন্তাই উইলিয়ামৰ মূৰত পাক-ঘূৰণি খালে। নিশাটোৰ ভিতৰত পাঁচশ ডলাৰ কেনেকৈ সম্ভৱ ? কিন্তু পাঁচশ ডলাৰ যোগাৰ নোহোৱা মানেই নেন্সীৰ খবৰো আশা কৰা মিছা আৰু

নেন্সীৰ খবৰ নোপোৱা মানেই পেট্ৰীচিয়াৰ হত্যাৰ অপৰাধত ইলেকট্ৰিক চেয়াৰত মৃত্যুদণ্ড।

নাই—বিনা দোষে মৃত্যুক কিয় আমন্ত্ৰণ জনাব?

পাঁচশ ডলাৰ যিকোনো প্ৰকাৰে যোগাৰ কৰিবই লাগিব। নেন্সীৰ খবৰ সংগ্ৰহ কৰি নেন্সীৰ পৰা প্ৰকৃত হত্যাকাৰীৰ পৰিচয় বাহিৰ কৰিবই লাগিব।

কিন্তু পাঁচশ ডলাৰ এতিয়া কেনেকৈ সংগ্ৰহ কৰা যায়? উইলিয়ামে চিন্তা কৰিবলৈ ধৰিলে। উইলিয়ামৰ হঠাতে মনত পৰিল, মিছেছ ফোদাৰগিলৰ কথা। মিছেছ ফোদাৰগিলে নিশ্চয় পাঁচশ ডলাৰ দি এই বিপদত উইলিয়ামক সহায় কৰিব। কিয়নো মিছেছ ফোদাৰগিলে নিশ্চয় জানে যে—উইলিয়াম হত্যাৰ অপৰাধত পুলিচৰ হাতত জব্দ হ'লে ফোদাৰগিলো নিশ্চয় সাৰি নাযাব।

কিয়নো প্ৰখ্যাত চিত্ৰাভিনেত্ৰী পেট্ৰীচিয়াৰ ঘৰত চুৰি কৰাৰ পৰিকল্পনা উদ্ভাৱন কৰিছিল মিছেছ ফোদাৰগিলে। গতিকে মিছেছ ফোদাৰগিলে যদি উইলিয়ামক পাঁচশ ডলাৰ দিয়াত হেমাহীও কৰে তেতিয়াহলে উইলিয়ামে ভয় দেখুৱাই হলেও ফোদাৰগিলৰ পৰা পাঁচশ ডলাৰ আদায় কৰিহে এৰিব।

উইলিয়ামৰ মূৰত কথাটো উদয় হোৱাৰ লগে লগে উইলিয়াম এখন টেক্সিত উঠি পৰিল—নিৰ্দেশ দিলে চাৰ্জেলাচ ৰ'ড।

চাৰ্জেলাচ ৰ'ডৰ নাম শুনি টেক্সিচালকজন যেন উচপ খাই উঠিল চাৰ্জেলাচ ৰ'ডলৈ এই নিশা?

ওহো কোনো টেক্সিচালক এই নিশা দোভাগত চাৰ্জেলাচ ৰ'ডলৈ নাযায়। সকলোৰেতো প্ৰাণৰ প্ৰতি মমতা আছে—ইমান সহজে কোনেনো ঝামেলা মাতি আনিব খোজে?

উইলিয়ামে টেক্সিচালকজনৰ মনোভাব বুজি পালে আৰু দৃঢ়তাৰে ক'লে—ডবল ভাৰা।

এইবাৰ টেক্সিচালকে আৰু কোনো দ্বিধা নকৰি তীব্ৰগতিত গাড়ী চুটালে।

টেক্সিৰ পিছৰ চিটত হেলনীয়াকৈ বহি উইলিয়ামে চিন্তা কৰিবলৈ ধৰিলে—পৰিস্থিতিটো বুজাই ক'লে বাৰু মিছেছ ফোদাৰগিলে পাঁচশ ডলাৰ দিবলৈ অমান্তি হ'ব নেকি? নিশ্চয় নহ'ব। কিয়নো মিছেছ ফোদাৰগিলে হয়তো নিশ্চয় এই হত্যাকাণ্ডৰ লগত জড়িত হ'ব নুখুজিব। ফোদাৰগিলক বুজাই ক'লে নিশ্চয় ফোদাৰগিলেও বুজি পাব যে—পেট্ৰীচিয়াৰ হত্যা-ষড়যন্ত্ৰৰ পৰা আমাক উদ্ধাৰ কৰিব পাৰে একমাত্ৰ নেন্সীয়ে। গতিকে নেন্সীক লগ পোৱাটো বিশেষ প্ৰয়োজন। নেন্সীয়েই প্ৰকৃত পেট্ৰীচিয়া হত্যাকাৰীৰ পৰিচয় দাঙি ধৰি—সকলোকে ৰক্ষা কৰিব পাৰে।

নেন্সীৰ কথা মনত পৰাৰ লগে লগে উইলিয়ামৰ আন এক চিন্তাৰ উদয় হ'ল। পুলিচে যদি পেট্ৰীচিয়াৰ ব্যক্তিগত পৰিচাৰিকা নেন্সীক ইতিমধ্যে বিচৰা আৰম্ভ

কৰিছে—তেতিয়াহলে নেস্‌সীৰ বিস্তৃত বিৱৰণ লবলৈ গৈ পুলিচে নিঃসন্দেহে ফোদাৰীগলৰ খবৰো পাব। অৰ্থাৎ মিছেছ ফোদাৰীগলৰ ওপৰতো নিশ্চয় ইতিমধ্যে পুলিচৰ সতৰ্ক দৃষ্টি পৰিছে। তাৰমানে এতিয়া মিছেছ ফোদাৰীগলৰ তালৈ যোৱামানে পুলিচৰ হাতত নিজকে সমৰ্পণ কৰা।

কিন্তু নেস্‌সীৰ খবৰৰ বাবে পাঁচশ ডলাৰ যে—লাগেই। তেনেহলে উপায় ?

নাই কোনো উপায় নাই। নিশাটোৰ ভিতৰত আন ক'ত নো এতিয়া পাঁচশ ডলাৰ পাব ?

উইলিয়াম হতাশাত ভাগি পৰিল।

এনেতে এটা পেট্ৰল পাম্পত তেল ভৰাবলৈ টেক্সিখন ৰ'ল।

এই নিৰিবিলি ঠাই টুকুৰাত দোভাগ নিশা কোনো গাড়ী অহাৰ সম্ভাৱনা নেদেখি পেট্ৰল পাম্পৰ মানুহজন নিদ্ৰাত ঢলি পৰিল।

টেক্সিচালকে মানুহজনক জগাই পেট্ৰল ললে।

পেট্ৰল পাম্পৰ নিশকতীয়া দুৰ্বল দেহৰ মানুহটোক দেখি উইলিয়ামৰ মনত এটা আইডিয়া উদ্ভৱ হ'ল—নিশ্চয় পেট্ৰল পাম্পৰ কেচবক্সত পাঁচশ ডলাৰৰ অধিক টকা আছে। গতিকে এটা সুযোগ গ্ৰহণ কৰিবই লাগিব।

এটা উপায় উদ্ভাৱন হোৱা দেখি উইলিয়াম উৎফুল্লিত হৈ পৰিল। টেক্সিত কিছুদূৰ গৈ উইলিয়ামে টেক্সিচালকক টেক্সি ৰখাবলৈ নিৰ্দেশ দিলে আৰু ক'লে —চাৰ্জেলাচ ৰড'ৰ পৰিৱৰ্তে এই ঠাইতে মই নামিম।

টেক্সিচালকে যেন ভালেই পালে। উইলিয়ামক নমাই টেক্সি তীব্ৰ গতিত চলাই মেলিলে।

উইলিয়াম খৰ খোজৰে পুনৰ পেট্ৰল পাম্প পালেহি।

পেট্ৰল পাম্পৰ দুৰ্বল দেহৰ ক্ৰগীয়া একমাত্ৰ মানুহটোৱে পুনৰ শোৱাৰ যো-জা চলাইছিল।

উইলিয়ামে গৈ সম্পূৰ্ণ আয়নাৰ দুৱাৰত ঢকিয়ালে গৈ।

বিচনাত আলাসৰে উঠিব খুজিও পেট্ৰল পাম্পৰ মানুহটো বিচনাৰ পৰা নামি দুৱাৰখন খুলিলে।

উইলিয়ামে যথেষ্ট বিনয়ী সুৰে ক'লে—অলপ আগত গাড়ীখন বেয়া হ'ল—এটা ফোন কৰিবলৈ অনুমতি দিলে......

মানুহটোৱে উইলিয়ামৰ হাৱ-ভাৱত নিশ্চয় বিপদগ্ৰস্ত বুলি অনুমান কৰিছিল—সেয়ে নিৰ্বিবাদে উইলিয়ামক ফোন কৰিবলৈ অনুমতি দিলে।

উইলিয়ামে ধীৰ গতিৰে ভিতৰত প্ৰৱেশ কৰি সুযোগ বুজি নিশকতীয়া মানুহটোৰ মুৰৰ পিছফালে এটা প্ৰচণ্ড মাৰ সোধালে। লগে লগে মানুহটো মাটিত বাগৰি পৰিল।

উইলিয়ামে এক মুহূৰ্তও বিলম্ব নকৰি কেচ বক্সত হাত দিলে। টকা যথেষ্ট আছে। হয়তো পাঁচশ ডলাৰতকৈও অধিক।

উইলিয়ামে মুঠি মাৰি টকাখিনি ললে। ইমান সহজেই উইলিয়ামৰ হাতলৈ ইমানখিনি টকা অহাত উইলিয়ামৰ অলপ আগৰ দুশ্চিন্তা তল পৰিল।
কিন্তু পিছ মুহূৰ্ত্তে উইলিয়ামৰ মনত পৰিল ফ্ল'ৰত অলৰ অচৰ হৈ পৰি থকা পেট্ৰল পাম্পৰ নিশকতীয়া মানুহটোৰ কথা।
পেট্ৰল পাম্পৰ দুৰ্বল দেহৰ মানুহটোক বাৰু অলপ জোৰে প্ৰহাৰ কৰা হ'ল নেকি? মানুহটোৰ জ্ঞান পুনৰ ঘুৰিবতো? যদি মানুহটো মৰি থাকে? এটা হত্যাকাণ্ডৰ পৰা উদ্ধাৰ পাবলৈ গৈ আন এটা হত্যাকাণ্ড?
উইলিয়ামে হাউলি মানুহটোৰ গাত হাত দিলে—নাই, একেবাৰে নিঃসাৰ।
নাই এতিয়া আৰু আন এটা সমস্যালৈ চিন্তা কৰি থাকিলে নহ'ব—শীঘ্ৰেই মানিপেনীক লগ পাবই লাগিব। মানিপেনীক পাঁচশ ডলাৰ গতাব পাৰিলেই—নেন্সীৰ খবৰ পোৱা যাব। তাৰ পিছত নেন্সীক জব্দ কৰিব পাৰিলেহে পেট্ৰিচিয়াৰ হত্যাকাৰীৰ সন্ধান আৰু পুলিচক পেট্ৰিচিয়াৰ হত্যাকাৰীৰ সন্ধান দিব পাৰিলেহে—নিজেই নৰহত্যাৰ অপৰাধত মৃত্যুদণ্ডৰ পৰা উদ্ধাৰ পোৱাৰ সম্ভাৱনা।

ইমান সহজেই যে সমস্যাৰ সমাধান হ'ব উইলিয়ামে ভাবিবই পৰা নাছিল। অতি সহজেই পাঁচশ ডলাৰ হাতলৈ আহিল।
এতিয়া পাঁচশ ডলাৰ মানিপেনীক গতাব পাৰিলেই উইলিয়ামে পাব নেন্সীৰ খবৰ আৰু নেন্সীক এবাৰ জব্দ কৰিব পাৰিলেই নেন্সীৰ মুখৰ পৰা যি কোনো প্ৰকাৰে পেট্ৰিচিয়াৰ হত্যাকাৰীৰ পৰিচয় বাহিৰ কৰিব লাগিব।
নেন্সীয়ে নিশ্চয় প্ৰথম অৱস্থাত হত্যাকাৰীৰ খবৰ দিবলৈ দ্বিধাবোধ কৰিব—কিয়নো নেন্সীৰোতো প্ৰাণৰ মায়া আছে।
কিন্তু উইলিয়ামে ঢিলাই দিলে নহ'ব—উইলিয়াম কঠোৰ হৈ পৰিব আৰু নেন্সীক যি কোনো প্ৰকাৰে হত্যাকাৰীৰ পৰিচয় দিবলৈ বাধ্য কৰিব।
তাৰপিছত উইলিয়ামে পুলিচক হত্যাকাৰীৰ সন্ধান দিব পাৰিলে—এই হত্যাৰ কালিমাৰ পৰা উইলিয়াম চিৰদিনৰ বাবে মুক্ত হ'ব।
কিন্তু পেট্ৰল পাম্পৰ সেই নিশকতীয়া মানুহটোৰ যদি মৃত্যু ঘটে? মাৰটো নিশ্চয় জোৰে পৰিছিল—নহ'লে মানুহটো একেটা আঘাততে লেবেজান হৈ পৰিল কিয়? তাতেই পুলিচ পেট্ৰল পাৰ্টিৰ সাৰ্জেণ্ট জনে—পেট্ৰল পাম্পৰ পৰা খৰতকীয়া খোজৰে ওলাই আহোঁতেই উইলিয়ামক দেখিছিল।
তেনেহলে—এটা হত্যা অভিযোগৰ পৰা উদ্ধাৰ পৰিবলৈ গৈ উইলিয়ামে আন এটা হত্যাকাণ্ডত জড়িত হৈ পৰিছিল নেকি?
পুলিচ পেট্ৰল-পাৰ্টিৰ সাৰ্জেণ্টজনৰ তীক্ষ্ণ সন্দিহান চাৱনি দেখিয়েই উইলিয়ামে বুজিছিল—মানুহটোৱে উইলিয়ামক সন্দেহৰ দৃষ্টিৰে চৈছে।

সৌভাগ্যক্রমে সেই মূহূর্ততে উইলিয়ামে এখন টেক্সি পাইছিল। আৰু টেক্সিখনে উইলিয়ামক সেই সংকটময় বিৰক্তিকৰ পৰিবেশৰ পৰা উদ্ধাৰ কৰিছিল।

সি যিয়েই হওক এতিয়া আৰু আন সমস্যাৰ কথা চিন্তা কৰি নিজকে ব্যতিব্যস্ত কৰি তোলাৰ সকাম নাই বুলি উইলিয়ামে ঠিৰাং কৰিলে। উইলিয়ামৰ এতিয়া একমাত্র উদ্দেশ্য মানিপেনী।

মানিপেনীক পাঁচশ ডলাৰ হস্তগত কৰিলে মানিপেনীয়ে উইলিয়ামক দিব নেন্সীৰ খবৰ আৰু নেন্সীক যদি এবাৰলৈ উইলিয়ামে লগ পায়—তেতিয়া যিকোনো প্ৰকাৰে এই অভাৱনীয় বিপদৰ পট পৰিৱৰ্তন কৰিবই লাগিব।

কিন্তু মানিপেনীয়ে যদি প্ৰতাৰণা কৰে? ওহো বেয়া চিন্তা ননাই ভাল। মানিপেনীয়ে কেতিয়াও প্ৰতাৰণা নকৰে। কিয়নো মানিপেনীৰ যদি প্ৰতাৰণা কৰা উদ্দেশ্যই থাকিলহেঁতেন তেতিয়াহলে পাঁচশ ডলাৰৰ কথাই নুলিয়ালে-হেঁতেন।

উইলিয়ামে নিজৰ মনটোক প্ৰত্যয় জন্মাবলৈ চেষ্টা কৰিলে। কিন্তু পাঁচশ ডলাৰ?

পাঁচশ ডলাৰৰ কথা মনত পৰি উইলিয়ামৰ পুনৰ মনত পৰিল পেট্ৰল পাম্পৰ মানুহটোলৈ।

মুৰৰ পিছফালে মৰা একেটা মাৰতে মানুহটো ধৰাশায়ী হৈছিল। যদি মানুহটো মৰি থাকে?

এটা হত্যাকাণ্ডৰ পৰা উদ্ধাৰ পাবলৈ গৈ আন এটা হত্যাকাণ্ড? উইলিয়ামে মানুহটোৰ বুকুত হাত দি চাইছিল একেবাৰে নিঃসাৰ আছিল—তেনেহলে?

তাতেই পুলিচ পেট্ৰল পাৰ্টিৰ সাৰ্জেণ্টজনে উইলিয়ামক খৰখোজেৰে ওলাই অহা দেখিছে। উইলিয়াম অনাহুত আশংকাত শিয়ৰি উঠিল।

নাই এতিয়া সেই কথা বাদ—উইলিয়ামে পাকঘূৰণি খাই থাকিব খোজা হৈ যোৱা ঘটনাখিনি পুনৰ পাহৰি থাকিবলৈ চেষ্টা কৰিলে।

টেক্সিখন তীব্ৰগতিত অগ্ৰসৰ হৈছিল -অলপ পিছতে টেক্সি হাইড পাৰ্কৰ ১০২ পথটোৰ মুৰতে ৰ'ল।

উইলিয়ামে টেক্সি বিদায় দি হাইড পাৰ্কৰ ১০২ পথত প্ৰৱেশ কৰিলে।

কিছুদূৰ আগবাঢ়ি উইলিয়ামে স্লোন ষ্ট্ৰীটৰ ফালে গতি কৰিলে।

এই স্লোন ষ্ট্ৰীট প্ৰধানকৈ কলগাৰ্ল, মডেল আদিৰ বাসভূমি। সবাতোকৈ ৰূপহী যুৱতী গৰাকীৰ পৰা আপুচ যুৱতী গৰাকীলৈকে এই স্লোন ষ্ট্ৰীটত বসবাস কৰে।

উইলিয়ামে ভয়, সংকোচ আৰু উত্তেজনাৰে খৰতকীয়া খোজ পেলাই স্লোন ষ্ট্ৰীটৰ মানিপেনীৰ এপাৰ্টমেণ্টৰ উদ্দেশ্যে গতি কৰিলে।

এটা থিয় ঠেক চিৰি বগাই উইলিয়ামে যেতিয়া মানিপেনীৰ এপাৰ্টমেণ্টৰ উদ্দেশ্যে ওপৰলৈ উঠিল—তেতিয়া উইলিয়ামৰ বুকুৱে দুক দুক কৰিছে।

কিয়জানো উইলিয়ামৰ ভাৱ হৈছে—আন এক বিপদ যেন উইলিয়ামৰ সম্মুখত।

ভাগৰত, উত্তেজনাত উইলিয়ামে ঘন ঘন উশাহ লৈছে আৰু চিঁৰৰ প্ৰতিটো চাপ বগাই উইলিয়ামে চিন্তা কৰিছে মানিপেনীয়ে প্ৰতাৰণা নকৰেতো?

উইলিয়ামে যেতিয়া তৃতীয় মহলাত উঠিল হঠাতে কৰিডৰৰ লাইটটো নুমাই গ'ল।

উইলিয়ামে এই আকস্মিকতাত বিচুৰ্তি খালে। উইলিয়ামে ভয়ত অধিক বিহ্বল হৈ পৰিল।

উইলিয়ামৰ চকুত পৰিল—এটা ছাঁ মূৰ্তি যেন অন্ধকাৰ কৰিডৰটোৰেদি অদৃশ্য হ'ল। উইলিয়ামে চিন্তা কৰিবলৈ ধৰিলে—এই শেহনীশা মানিপেনীৰ এপাৰ্ট-মেণ্টৰ আশে-পাশে এইবোৰ কি ৰহস্য? বোধকৰোঁ উভতি যোৱাই শ্ৰেয়। নহ'লে যে অধিক বিপদে জুমুৰি দি ধৰিব তাৰ লক্ষণ দেখাই গৈছে।

কিন্তু উইলিয়ামৰ অবচেতন মনটোৱে সাহস যোগালে—ইমান দূৰ আগবাঢ়ি অহা হ'ল যেতিয়া আৰু যেনেকৈ হওক পাঁচশ ডলাৰ যোগাৰ হ'ল যেতিয়া মানিপেনীক লগ ধৰিবই লাগিব।

উইলিয়ামে আৰু কেইখোজমান আগবাঢ়ি মানিপেনীৰ এপাৰ্টমেণ্টৰ প্ৰৱেশ দ্বাৰত মৃদু টোকৰ মাৰিলে।

উইলিয়ামৰ কাণত পৰিল—এপাৰ্টমেণ্টৰ ভিতৰত কোনোৱে গুণ-গুণাই গান গাইছে। নিশ্চয় মানিপেনী—নিশ্চয় মানিপেনীয়ে উইলিয়ামৰ বাবেই অধীৰ অপেক্ষাত গীত জুৰিছে।

আৰু কিছু সময় অপেক্ষা কৰিও মানিপেনীয়ে দুৱাৰ খুলি নিদিয়াত—উইলিয়ামৰ কিবা সন্দেহ হ'ল।

নিশ্চয় ভিতৰত মানিপেনীৰ আন কোনো পুৰুষ বন্ধু মজুত আছে। উইলিয়ামৰ মনত মানিপেনীৰ প্ৰতি ঘৃণা উপজিল। এই শেহ নিশা উইলিয়ামক এপইণ্টমেণ্ট দিও আকৌ পুৰুষ বন্ধু?

আৰু কিছু সময় উইলিয়ামে মানিপেনীৰ এপাৰ্টমেণ্টৰ প্ৰৱেশ দ্বাৰৰ সম্মুখত অধীৰ অপেক্ষাত বৰ অধৈৰ্য হৈ পৰিল আৰু আগপিছ নুগুণি প্ৰৱেশ দ্বাৰত এটা জোৰে খুণ্ডা মাৰিলে—কিন্তু কি আচৰিত দুৱাৰখন দেখোন ভেজাদিয়া আছিল। উইলিয়ামৰ খুন্দাত দুৱাৰ মেল খালে।

উইলিয়ামে ধীৰ পদক্ষেপে মানিপেনীৰ কমত প্ৰৱেশ কৰিলে—সীমিত পোহৰত মানিপেনীৰ কমৰ শুৱনি আচবাব-পত্ৰ আৰু চাকচিক্য দৃষ্টিত পৰিল। নিশ্চয় মানিপেনী যথেষ্ট চখীন ছোৱালী।

উইলিয়ামৰ অকস্মাৎ দৃষ্টি পৰিল—অলপ আঁতৰত মানিপেনীয়ে এখন আৰাম চেয়াৰত বহি টোপনিত ঢলি পৰিছে। নিশ্চয় উইলিয়ামৰ বাবে বৈ বৈ মানিপেনী টোপনিত কেতিয়া পৰিল নিজেই কব নোৱাৰে—কাষত এটা ড্ৰিংকচৰ গিলাচ।

কিন্তু আচৰিত—কেই মুহূৰ্তমান আগতে যে—মানিপেনীয়ে গুণগুণাই গান গাইছিল। কি আচৰিত ইমান কমসময়ৰ ভিতৰতে টোপনিতে লালকাল হৈ পৰাটো সম্ভৱনে ?

তেনেহলে পুৰুষ বন্ধু ? উইলিয়ামৰ সন্ধানী দৃষ্টিয়ে চাৰিওফালে দৃষ্টি দিলে—কিন্তু কোনো তৃতীয় ব্যক্তিৰ অস্তিত্ব উইলিয়ামৰ চকুত নপৰিল।

টোপনিত লালকাল মানিপেনীৰ ওপৰত উইলিয়ামে দৃষ্টি দিলে—মানিপেনীৰ গাত নিশাৰ শোৱাৰ সাজ।

মানিপেনীৰ ববকটা সোণালি চুলিতাৰি, সেন্দুৰীয়া আকৰ্ষণীয় যৌৱনপুষ্ট দেহ আৰু মুগা ধেনুভিৰীয়া চেলাউৰীৰে মানিপেনী যেন সঁচাকৈয়ে ধুনীয়া যুৱতী। এই সুন্দৰী মানিপেনী বেলুভিচটা নাইট ক্লাবৰ সেয়ে অন্যতম আকৰ্ষণ।

অৱশ্যে দেহৰ কমনীয়তাৰ তুলনাত মানিপেনীৰ মুখাবয়ব সামান্য কক্ষ।

উইলিয়ামে কেইমুহূৰ্তমান আলেখলেখ অধ্যয়ন কৰি এখোজ এখোজকৈ মানিপেনীৰ কাষ চাপিল—হঠাতে উইলিয়ামৰ দৃষ্টিত পৰিল—মানিপেনী টোপনিয়াই বহি থকা চকীৰ কাষত টেবুলখনত এটা সৰু টেপৰেকৰ্ডাৰ।

এইবাৰ উইলিয়ামৰ সন্দেহে চূড়ান্ত ৰূপ পালে। এতিয়াহে উইলিয়ামে লক্ষ্য কৰিলে মানিপেনীয়ে উশাহ লোৱা নাই। তাৰ মানে—?

উইলিয়ামে মানিপেনীৰ হাতৰ পালচ চালে, বুকুত হাত দি চালে—নাই একেবাৰে নিঃসাৰ।

তেনেহলে মানিপেনীৰ কণ্ঠৰ অলপ আগৰ গুণ-গুণনি ? নিশ্চয় টেপৰেকৰ্ডাৰ। তাৰমানে মানিপেনীক নিহত কৰা হৈছে—নিশ্চয় কোনো বিষ প্ৰয়োগ কৰি।

উইলিয়াম ভয়ত বিহ্বল হৈ পৰিল—উইলিয়ামৰ চিন্তাশক্তি যেন জঠৰ হৈ পৰিল।

এতিয়া উপায়—উইলিয়াম আহিছিল মানিপেনীৰ পৰা নেন্সীৰ বতৰা লবলৈ, লগত পেট্ৰল পাম্পৰ পৰা লুট কৰা পাঁচশ ডলাৰতকৈও অধিক টকা।

কিন্তু এতিয়া টকাৰ বিনিময়ত নেন্সীৰ খবৰ সংগ্ৰহ কৰাটো দূৰৰেই কথা সহিত মানিপেনীক কেন্দ্ৰ কৰি এতিয়া আন এক ৰহস্যৰ মেৰজালত নিজকে জড়িত কৰি পেলোৱাহে হ'ল।

হঠাতে উইলিয়ামৰ ভাব হ'ল—মানিপেনীৰ মৃতদেহ সম্মুখত লৈ ইয়াত অধিক সময় অপেক্ষা কৰা মানে নিজেই অধিক বিপদক আহ্বান জনোৱা। আৰু খন্তেকো ইয়াত অপেক্ষা কৰিব নোৱাৰি।

উইলিয়ামে খৰতকীয়া খোজৰে মানিপেনীৰ এপাৰ্টমেণ্ট এৰি পলাবলৈ উদ্যত হ'ল।

কিন্তু সেই মুহূৰ্ততে উইলিয়ামে একাধিক পদশব্দ মানিপেনীৰ এপাৰ্টমেণ্ট অভিমুখে অগ্ৰসৰ হোৱা শুনিবলৈ পালে।

উইলিয়াম হতাশ হৈ পৰিল—এতিয়া কি হ'ব ? আগন্তুকে নিশ্চয় উইলিয়ামকে মানিপেনীৰ নিহতকাৰী বুলি ঠাৱৰ কৰিব।

কিন্তু উইলিয়ামে তৎধৰাৰ আগতেই মানিপেনীৰ এপাৰ্টমেণ্টৰ একমাত্ৰ প্ৰৱেশ-দ্বাৰখন বাহিৰৰ পৰা বন্ধ হৈ গ'ল—তাৰ আগমুহূৰ্তত উইলিয়ামে যেন শুনিলে কোনোৱে কৈছে—নিহতকাৰী ভিতৰতে বন্দী।

হতাশাত উইলিয়াম ফ্ল'ৰতে বহি পৰিল। প্ৰখ্যাত চিত্ৰাভিনেত্ৰী পেট্ৰিচিয়াৰ হত্যা অপৰাধৰ পৰা উদ্ধাৰ পাবলৈ গৈ—উইলিয়ামে এতিয়া দুটা হত্যাকাণ্ডৰ লগত জড়িত হৈ পৰিল। যদি পাঁচশ ডলাৰ লুট কৰা পেট্ৰল পাম্পৰ নিশকতীয়া মানুহটোৰো ইতিমধ্যে মৃত্যু হৈছে—তেতিয়াহলে আৰু—উইলিয়ামে ইলেকট্ৰিক চেয়াৰত বহি বা গেচ চেম্বাৰত নিজৰ মৃত্যু কান্ধপাতি লোৱাৰ বাহিৰে কোনো গত্যন্তৰ নাই। দেশত এনে কোনো আদালত নাই—যি তিনিটাকৈ হত্যাকাণ্ড কৰা বুলি প্ৰমাণিত হোৱাৰ পিছত মৃত্যুদণ্ডৰ পৰা ৰেহাই দিব পাৰে।

উইলিয়াম ভগ্নত, দুশ্চিন্তাত লেবেজান হৈ পৰিল। সঁচাকৈয়ে ভাগ্যই উইলিয়ামক বেয়াকৈ প্ৰতাৰণা কৰিলে। ভাগ্যই অৱশেষত উইলিয়ামক হাৰ মনালে।

উইলিয়ামে ভাবিছিল—এতিয়া আৰু মৃত্যুক আকোৱালি লোৱাৰ বাহিৰে কোনো গত্যন্তৰ নাই।

কি যে ভাগ্যৰ পৰিহাস—কি কৰিবলৈ গৈ কি হ'ল ?

মিছেছ ফোদাৰগিলৰ লগলাগি প্ৰখ্যাত চিত্ৰাভিনেত্ৰী পেট্ৰিচিয়াৰ ধন-সোণ সহজেই অপহৰণ কৰি সেই ধনৰেই কিছুদিন সুখৰেই কটোৱাৰ উইলিয়ামৰ সপোন অৱশেষত থানবান হৈ গ'ল।

সু-পৰিকল্পিত আঁচনি অনুযায়ী উইলিয়াম আৰু ডনাল্ডক চিত্ৰাভিনেত্ৰী পেট্ৰিচিয়াৰ ধন-সোণ লুট্ কৰাৰ ক্ষেত্ৰত—সিঁহতৰ দলৰে নেন্সায়ে পেট্ৰিচিয়াৰ পৰিচাৰিকা হৈ থাকি সহায়ৰ হাত আগবঢ়াইছিল।

কিন্তু বিধিৰ বিপাক কোনে খণ্ডাব—কোনো আততায়ীয়ে পেট্ৰিচিয়াক নিহত কৰিলে। উইলিয়াম আৰু ডনাল্ডৰ ছবি অট'মেটিক কেমেৰাত আবদ্ধ হৈ ৰ'ল। পুলিচ পিছত লাগিল। পুলিচৰ কতৃত্বত থাকোঁতেই ডনাল্ড কোনো অজান আততায়ীৰ বুলেটৰ আঘাতত নিহত হ'ল।

তাৰপিছত মানিপেনী। পেট্ৰল পাম্পৰ পাঁচশ ডলাৰতকৈও অধিক টকা লুট। আৰু মানিপেনীৰ অভাৱনীয় মৃত্যু—।

আৰু এতিয়া—?

মানিপেনীৰ এপাৰ্টমেণ্টৰ পৰা যি কেইজন লোকে উইলিয়ামক জব্দ কৰি

আনিছিল—সেই কেইজনক উইলিয়ামে প্ৰথমে পুলিচ বুলিয়েই ধাৰণা কৰি লৈছিল।

কিন্তু সিঁহতৰ নিজৰ ভিতৰতে হোৱা কথোপকথন শুনি উইলিয়ামে ধাৰণা কৰি ল'লে—সিঁহত যেন পুলিচ নহয়—সিহঁত যেন কোনো অপৰাধী সম্হাৰহে লোক।

উইলিয়ামৰ সেই ধাৰণা বদ্ধমূল হ'ল যেতিয়া উইলিয়ামৰ চকু বান্ধি-ভালেমান দূৰ গাড়ীৰে আনি এখন স্পীডবটত তোলা হ'ল।

তাৰপিছৰ পৰাই উইলিয়াম সাগৰৰ মাজত অৱস্থিত এই জাহাজত বন্দী।

এই অন্ধকাৰ কোঠালীত উইলিয়ামৰ যেন উশাহ চুটি হৈ আহিছিল।

যোৱা নিশাৰ একাধিক দুৰ্যোগৰ পিছত এই কোঠালিত যেতিয়া উইলিয়াম বন্দী হৈ ৰ'ল—তেতিয়াৰে পৰা এই গোটেই দিনটো উইলিয়ামৰ পেটত পানী এটোপও পৰা নাই।

লঘোনে ভোকে আৰু দুশ্চিন্তাত উইলিয়াম লেবেজান হৈ পৰিল।

উইলিয়ামে ভাবিলে—ইহঁতৰ উদ্দেশ্য কি? যতদূৰ সম্ভৱ ইহঁতেই মানিপেনীক হত্যা কৰিছে।

কিন্তু উইলিয়ামক ইহঁতে এই সাগৰৰ মাজত কোনো এক অচল জাহাজৰ এই নিকৃষ্ট অন্ধকাৰ বন্ধ কেবিনত জব্দ কৰি ৰাখিছে কিয়? উইলিয়ামক লৈ সিহঁতে কি কৰিব? নে এই অপৰাধী সম্হাৰ পেট্ৰিচিয়াৰ হত্যাৰ লগত কিবা যোগাযোগ আছে?

সেয়ে হলেও উইলিয়ামৰ কৰিব লগা একো নাই। উইলিয়াম আৰু ডনাল্ডে প্ৰখ্যাত চিত্ৰাভিনেত্ৰী পেট্ৰিচিয়াৰ বাসভৱনত অবৈধ প্ৰৱেশ কৰিছিল—এই চহকী চিত্ৰাভিনেত্ৰী গৰাকীৰ অা-অলঙ্কাৰ অপহৰণৰ উদ্দেশ্যে। কিন্তু বহু আকাঙ্ক্ষিত পেট্ৰিচিয়াৰ আ-অলঙ্কাৰ উধাও কৰাটো সম্ভৱতো নহ'লেই বৰঞ্চ পেট্ৰিচিয়াৰ হত্যা ৰহস্যৰ লগত অভাৱনীয়ভাৱে জড়িতহে হৈ পৰিল। পেট্ৰিচিয়াৰ হত্যা মুহূৰ্তত উইলিয়াম সেই ঠাইতে মজুত আছিল যদিও—আত্মগোপন কৰি থকা ঠাইৰ পৰা উইলিয়ামে হত্যাকাৰীক দেখা নাছিল। গতিকে হত্যাকাৰীক এতিয়া চিনাক্ত কৰিবলৈ উইলিয়ামৰ কোনো উপায় নাই।

নে মানিপেনীৰ অন্তৰালতে আন কিবা ৰহস্য আছে? মানিপেনীক হত্যাইবা কিয় কৰিব লগা হ'ল? উইলিয়ামৰ চিন্তাই পাকঘূৰণি খালে।

ঠিক সেই মুহূৰ্ততে উইলিয়াম আবদ্ধ হৈ থকা বন্ধ কেবিনৰ দুৱাৰখন মেল খালে।

সাগৰৰ এছাটি সেৰেঙা বতাহ—উইলিয়ামৰ গালে-মুখে লাগিল।

উইলিয়ামে চকু মেলি চালে।

কেবিনৰ ভিতৰত কোনো পোহৰ নাই।

কৰিডৰৰ লাইটৰ পোহৰে কেবিনটো সামান্য পোহৰ কৰি তুলিছিল।

কেইবাটাও গধুৰ পদশব্দ কোবনত প্ৰৱেশ কৰিলে।

উইলিয়ামে লঘোনে থকা দুৰ্বল দেহটোৰে থিয় হ'বলৈ প্ৰয়াস কৰিলে।

কিন্তু তাৰ আগতেই এটা প্ৰচণ্ড ঘোচা উইলিয়ামৰ মুখত পৰিল।

এনেয়ে লঘোনে-ভোকে আৰু নিশা উজাগৰে থকা দুৰ্বল দেহ, তাতেই উইলিয়ামে এই আকস্মিক আক্ৰমণৰ প্ৰতি সজাগ নাছিল—সেয়ে উইলিয়ামে তাল চম্ভালিব নোৱাৰি উফৰি পৰিল। উইলিয়ামৰ নাকেৰে তেজ ববলৈ ধৰিলে।

পূৰ্বৰ আক্ৰমণকাৰীয়েই এইবাৰ উইলিয়ামৰ বাহুত এটা প্ৰচণ্ড গোৰ সোধালে।

আক্ৰমণকাৰী নিশ্চয় যথেষ্ট শক্তিশালী লোক—উইলিয়াম জাহাজৰ অসমান ফ্ল'ৰত চোঁচৰা খাই অলপ আঁতৰত মুখ ঠেকেচা খাই পৰিল। সম্ভৱ হাতৰ এটা জোৰা এৰাই গ'ল। যন্ত্ৰণাত উইলিয়ামৰ প্ৰাণবায়ু যেন মুহূৰ্ততে ওলাই যাব।

এইবাৰ এটা বৃহৎ কলেবৰৰ লোক উইলিয়ামৰ বুকুত বহি পৰিল।

তাৰপিছত উইলিয়ামৰ চুলিত মুঠি মাৰি মুখখন দাঙি ধৰি—ব্ৰজকঠোৰ কণ্ঠে সুধিলে—ডকুমেণ্টচ ক'ত? নিগেটিভ?

ডকুমেণ্টচ? ডকুমেণ্টচ কি? যন্ত্ৰণাত জঠৰ হৈ পৰা উইলিয়ামৰ যেন হতবাকৰ সময়।

উইলিয়ামৰ বুকুৰ ওচৰত বহি থকা পাহাৰ সদৃশ বৃহৎ কলেবৰৰ মানুহটোৱে হাতৰ পিঠিফালেৰে উইলিয়ামৰ মুখত এটা প্ৰচণ্ড চৰ সোধালে।

উইলিয়ামৰ চিন্তা শক্তিও লোপ পালে।

এইবাৰ এজনে নিৰ্দেশ দিলে—টাইগাৰ! এতিয়ালৈ তাক এৰাই দিয়া। ৰাতিপুৱা পুনৰ ইয়াক মেৰামত কৰিব লাগিব—তেতিয়াহে যদি তাৰ মুখৰ মাত বাহিৰ হয়। নিগেটিভখিনি নিশ্চয় এই চৈতানৰ জিম্মাতে আছে। কালিলৈও যদি এই ধূৰন্ধৰ মানুহটোৰ মুখৰ মাত নোলায়—তেতিয়াহলে তাক হাত-ভৰি বান্ধি সাগৰত পেলাই দিয়া হ'ব। সাগৰত চাৰ্ক, হৰ্সকীলাৰ, টৰ্পেডকেট আদিয়ে ইয়াৰ মঙহ খাই নিশ্চয় ভালেই পাব।

এই মুহূৰ্তত উইলিয়ামৰ মূৰ্চ্চা যোৱা অৱস্থা যদিও মানুহটোৰ মাত শুনি উইলিয়ামে আধাবুজা চকুযুৰি আৰু সামান্য মেলিবলৈ চেষ্টা কৰি মানুহটোক চাবলৈ চেষ্টা কৰিলে।

এই মানুহটোৰ মাত যেন উইলিয়ামে ক'ৰবাত শুনিছে। কিন্তু ক'ত শুনিছে?

উইলিয়ামে কোনোপধ্যেই মনত পেলাব পৰা নাই। আনহাতে কৰিডৰৰ সামান্য পোহৰে পোহৰাই তোলা কেবিনৰ ভিতৰত স্পষ্টকৈ মানুহটোক চিনিব পৰা নাই।

এইবাৰ উইলিয়ামৰ বুকুৰ ওপৰত বহি থকা বৃহৎ কলেবৰৰ মানুহটোৱে হাতৰ পিঠিফালেদি উইলিয়ামৰ মুখত আন এটা চৰ সোধালে। লগে লগে উইলিয়ামে অজ্ঞান হৈ পৰিল।

যেতিয়া উইলিয়ামে জ্ঞান ঘূৰাই পালে—তেতিয়া উইলিয়ামে যন্ত্ৰণাত কোনো-পধ্যেই হাত-ভৰি লৰচৰ কৰিব নোৱাৰা অৱস্থা। অসহ্য যন্ত্ৰণাত উইলিয়ামৰ যেন এই মুহূৰ্ত্ততে মৃত্যু হ'ব। হঠাতে উইলিয়ামে ওচৰতে অস্ফুট স্বৰত কাৰোবাৰ উচুপনি আৰু যন্ত্ৰণাকাতৰ কেঁকনি শুনি উচপ খাই উঠিল।

কিন্তু আন্ধাৰে গিলি থোৱা কেবিনৰ কোনপিনে এই উচুপনিৰ অস্তিত্ব উইলিয়ামে অনুমান কৰি লব নোৱাৰিলে। অলপ সময় তাপ মাৰি থাকি উইলিয়ামে ঠিৰাং কৰিলে নিঃসন্দেহে এই যন্ত্ৰণাকাতৰ উচুপনি কোনো যুৱতীৰ।

কিন্তু ইমান সময়ে এই কেবিনত আন কাৰোবাৰ উপস্থিতিৰ কথা উইলিয়ামে কিয় জানিব পৰা নাছিল বাৰু? নিশ্চয় উইলিয়ামে অজ্ঞান হোৱাৰ পিছতে এই যুৱতীক সিহঁতে এই কেবিনত থৈ গৈছে। নিঃসন্দেহে এই যুৱতীয়ো উইলিয়ামৰ দৰেই কিবা কাৰণত এই দস্যুসকলৰ হাতত বন্দী।

কিন্তু যুৱতী কোন? সিহঁতে যুৱতীক উইলিয়ামৰ সৈতে এই একেটা কেবিনতে ৰখাৰ কাৰণ কি? ইয়াৰ অন্তৰালত নিশ্চয় আন কিবা ৰহস্য আছে।

উইলিয়ামে নিজৰ কৌতূহল দমন কৰিব নোৱাৰি নিজৰ অসহ্য যন্ত্ৰণাকো আওকান কৰি কোনো ৰকমে চুঁচৰি চুঁচৰি যুৱতীৰ যন্ত্ৰণাকাতৰ উচুপনিৰ শব্দ লক্ষ্য কৰি আগবাঢ়ি গ'ল।

যন্ত্ৰণাত চাটি ফুটি কৰা যুৱতীৰ অস্ফুট কান্দোনৰ মাত্ৰাও বৃদ্ধি পাইছিল।

উইলিয়ামে যুৱতীৰ সেই কান্দোনকে উপলক্ষ্য কৰি কোনো প্ৰকাৰে চুঁচৰি যুৱতীৰ কাষ পালে।

কেবিনৰ ভিতৰৰ ঘোপমৰা অন্ধকাৰত একোকে নমনি। বাহিৰৰ সাগৰৰ প্ৰচণ্ড ঢৌৰ দুৰ্দমনীয় কোলাহল কেবিনৰ ভিতৰতো প্ৰবেশ কৰিছে।

উইলিয়ামে অনুমানতে যুৱতীৰ গাত হাত দিলে। যুৱতী উচাপ খাই উঠিল।

কোন? মাতত উৎসুকতা, ভয় বিহ্বল কম্পন। উইলিয়াম হতভম্ব। এই মাতটো যে উইলিয়ামৰ নিচেই পৰিচিত? তাৰমানে এই যুৱতীটো নেন্সীৰ বাহিৰে আন কোনো নহয়?

উইলিয়ামে কোমল সুৰত মাতিলে—নেন্সী?

কোন?

মই উইলিয়াম, নেন্সী।

উইলিয়াম?

অ' মই নেন্সী।

এই মুহূৰ্তত উইলিয়ামে যেন পাহৰি গ'ল—এই নেন্সীৰ বাবেই উইলিয়ামৰ লটিঘটি। হয়তো জীৱন লৈ এই মৃত্যু উপত্যকাৰ পৰা উভতি যোৱাটো সম্ভৱ নহ'বও পাৰে।

ডনাল্ডৰ মৃত্যু হ'ল। অট'মেটিক কেমেৰাত নিজৰ ছবি আবদ্ধ কৰি থৈ আহিব লগা হ'ল এই নেন্সীৰ বাবেই। এই নেন্সীৰ বাবেই ডনাল্ডৰ দৰেই উইলিয়ামো এতিয়া মৃত্যু পথৰ যাত্ৰী। এই নেন্সীক জব্দ কৰিবৰ বাবেই উইলিয়ামে ইতিমধ্যে যথেষ্ট কণ্টক অতিক্ৰম কৰিব লগা হ'ল।

তথাপিও এই মুহূৰ্তত উইলিয়ামে নেন্সীয়ে কৰা ষড়যন্ত্ৰৰ কথা পাহৰি গ'ল। এতিয়া উইলিয়ামৰ ভাব'হ'ল—নেন্সী আৰু উইলিয়ামৰ একেই অপৰাধী সম্হাৰ হাতত মৃত্যু অনিবাৰ্য। দুয়ো এতিয়া মৃত্যু পথৰ যাত্ৰী।

তেনেস্থলত উইলিয়ামৰ এই মুহূৰ্তত নেন্সীৰ প্ৰতি প্ৰতিশোধৰ ভাবৰ পৰিৱৰ্তে নেন্সীৰ প্ৰতি বন্ধুত্বৰ ভাবহে প্ৰকাশ পালে। উইলিয়ামে নিজৰ যন্ত্ৰণাৰ কথা পাহৰি গৈ নেন্সীৰ যন্ত্ৰণাৰ অস্ফুট কান্দোনত হিয়া উথলি উঠিল।

উইলিয়ামে ভাবিলে, নেন্সীয়ে পেট্ৰিচিয়াৰ হত্যাকাৰীক সহায় কৰিবলৈ গৈ নিশ্চয় উইলিয়ামহঁতক প্ৰতাৰণা কৰিছিল। তেনেস্থলত নেন্সীৰ এই দুৰৱস্থা কেনেকৈ হ'ল?

উইলিয়ামে নিজৰ কৌতূহল দমন কৰিব নোৱাৰি লঘু স্বৰতে ক'লে · নেন্সী। পেট্ৰিচিয়াৰ হত্যাৰ পিছৰে পৰা মোৰ দুৰ্যোগৰ সীমা সংখ্যা নাই।

ডনাল্ডে ইতিমধ্যে বুলেটৰ আঘাতত মৃত্যুক সাবটি ললে। মোৰ পিছত পুলিচ। ইপিনে ইহঁতৰ হাতত বন্দী হোৱাৰ পিছতে মোৰ ভাব হৈছে—মৃত্যু মোৰ অনিবাৰ্য। অৱশ্যে মই এতিয়াও ধাৰণা কৰিব পৰা নাই ইহঁত কোন? ইহঁতৰ উদ্দেশ্য কি? ইহঁতে মোক বন্দী কৰি ৰাখিছে কিয়?

কিন্তু মই হতবাক হৈছোঁ—তোমাৰ এই দুৰৱস্থা দেখি। তোমাৰ এই দুৰৱস্থা কেনেকৈ হ'ল নেন্সী? তুমিতো পেট্ৰিচিয়াৰ হত্যাকাৰীৰ প্ৰতি সহায়ৰ হাত আগবঢ়াইছিলা?

বিপদৰ শীৰ্ষ বিন্দুত উপনীত হৈ মনৰ ভাব প্ৰকাশ কৰিবলৈ চিনাকি লোক পাই উইলিয়ামে যেন অলপ সময়ৰ বাবে নিজৰ অসহ্য যন্ত্ৰণাৰ কথা পাহৰি গৈছিল।

হয়তো নেন্সীৰো তেনে ভাবেই হৈছিল। নেন্সীয়ে এইবাৰ যন্ত্ৰণা কাতৰ স্বৰৰে ধীৰে ধীৰে ক'লে—সঁচাকৈয়ে অনুতাপ হয়—মোৰ দুৰ্বুদ্ধিৰ বাবেই তোমালোকৰ আজি এই দুৰ্গতি।

কিন্তু মই উপায়হীন হৈ পৰিছিলোঁ। হত্যাকাৰীয়ে মোক এনে শ'লঠেকত পেলাইছিল যে—তোমালোকক প্ৰতাৰণা কৰাৰ বাহিৰে মোৰ গত্যন্তৰ নাছিল। কিয়নো হত্যাকাৰীয়ে মোক মৃত্যু ভয় দেখুৱাইছিল। কিয় জানো তেতিয়া মোৰ মৃত্যু ভয়ে ইমান বিহ্বল কৰি তুলিছিল যে—মই তোমালোকৰ কথা

এবাৰলৈও চিন্তা নকৰি হত্যাকাৰীৰ নিৰ্দেশ অনুযায়ীয়েই সকলো কাম কৰি গৈছিলোঁ।
হত্যাকাৰীয়ে বিচাৰিছিল—তোমালোকৰ ছবি পেট্ৰিচিয়াৰ লকাৰৰ লগত সংলগ্ন অট'মেটিক কেমেৰাত আবদ্ধ হৈ ৰওক। তেতিয়াহে যদি চিত্ৰাভিনেত্ৰী পেট্ৰিচিয়াৰ হত্যাকাৰী বুলি তোমালোককেই পুলিচে সন্দেহ কৰে।
সেয়ে মই পেট্ৰিচিয়াৰ হত্যাকাৰীৰ নিৰ্দেশতে তোমালোকৰ পৰা অট'মেটিক কেমেৰাৰ অস্তিত্বৰ কথা গোপনে ৰাখিছিলোঁ।
কিন্তু হত্যাকাৰী কোন?
কোন মই কব নোৱাৰোঁ। মাত্ৰ ইমানখিনিয়েই অনুমান কৰিছিলোঁ—হত্যাকাৰীয়ে পেট্ৰিচিয়াৰ আদ্যোপান্ত খবৰ্চ মাৰি জনা লোক।
হত্যাকাৰীক কেন্দ্ৰ কৰি পেট্ৰিচিয়াই এনে কিছুমান কথা জানিছিল—যাৰ বাবে পেট্ৰিচিয়াৰ মুখ বন্ধ কৰিবলৈ হত্যাকাৰীয়ে হত্যাৰ আঁচনি হাতত লব লগা হ'ল।
যতদূৰ সম্ভৱ হত্যাকাৰী সম্পৰ্কে কোনো ডকুমেণ্টচ পেট্ৰিচিয়াৰ হাতত আছিল। যি ডকুমেণ্টচ হয়তো হত্যাকাৰীক যথেষ্ট অপকাৰ কৰিব পাৰে বুলি হত্যাকাৰীয়ে জানিছিল।
সেই ডকুমেণ্টচ উদ্ধাৰৰ বাবেই যতদূৰ সম্ভৱ হত্যাকাৰীৰ এই চতুৰ আঁচনি—যাৰ বাবে আজি তোমালোক পেট্ৰিচিয়াৰ হত্যাকাৰী ৰূপে জড়িত। আৰু যি ডকুমেণ্টচৰ অস্তিত্বৰ সন্ধানতে আজি মই হত্যাকাৰী দলৰ হাতত বন্দী।
যোৱা কেইদিন ধৰি ইহঁতে মোৰ ওপৰত যি অত্যাচাৰ চলাইছে মই যে এতিয়াও কেনেকৈ জীৱিত আছোঁ সেই কথা চিন্তা কৰিও আচৰিত লাগিছে। সকলো পাপৰ প্ৰায়শ্চিত্ত—মোৰ ভাৱ হৈছে, তোমালোকক প্ৰতাৰণা কৰা বাবেই মোৰ আজি এই যমৰ যন্ত্ৰণা।
উইলিয়ামে নেন্সীৰ প্ৰতি সহানুভূতিত গদ্ গদ্ হৈ পৰিল।
আৰু অনুমানতে নেন্সীৰ চুলিত মৰমৰ পৰশ বুলালে। যেন দুয়ো মৃত্যুপথৰ যাত্ৰী এতিয়া পৰম সুহৃদ হৈ পৰিছে। দুয়োৰে মাজত যেন কাহানিও কোনো ভাবান্তৰ নাছিল।
উইলিয়ামে যথেষ্ট নিম্নস্বৰত ক'লে—নেন্সী। এতিয়াহে মোৰ মনত পৰিছে।
কি?
অথনি দুজন নৰদস্যুয়ে মোক নিৰ্মমভাৱে প্ৰহাৰ কৰিছিল আৰু তৃতীয়জন ব্যক্তিয়ে সিহঁতে বিচৰা ডকুমেণ্টচৰ অস্তিত্বৰ কথা জনাব নোৱাৰিলে মোক কালিলৈ সাগৰত হাত-ভৰি বান্ধি পেলাই দিয়া হ'ব বুলি ভাবুকি দিছিল।
এই তৃতীয়জন ব্যক্তিৰ মাতটো শুনি মোৰ তেতিয়া ভাব হৈছিল—এই মাত যেন মোৰ চিনাকি। কিন্তু এতিয়াহে মোৰ মনত পৰিছে—
কি? এইমাতৰ অধিকাৰী জনেই পেট্ৰিচিয়াৰ হত্যাকাৰী। কিয়নো মোৰ

স্পষ্ট মনত আছে—মৃত্যুৰ আগ মুহূৰ্তত পেট্ৰিচিয়াৰ লগত হত্যাকাৰীৰ কথোপকথন। মোৰ যদি অনুমান ঠিক হয়—আমি পেট্ৰিচিয়াৰ হত্যাকাৰীৰ হাততে বন্দী।

হয়তো তুমি ঠিকেই কৈছা উইলিয়াম।

কিন্তু নেন্সী! পেট্ৰিচিয়াৰ হাতত কি এনে বহুমূলীয়া ডকুমেণ্টচ আছিল—যাৰ বাবে নিৰ্বিবাদে বুলেটৰ আঘাত বুকু পাতি লব লগা হ'ল?

মোৰ সন্দেহ হয়—হয়তো পেট্ৰিচিয়াৰ হত্যাকাৰী জনৰ জীৱনৰ এটা অন্ধকাৰৰ দিশ আছে—যি অন্ধকাৰ দিশৰ অবৈধ কৰ্মৰ ডকুমেণ্টচ পেট্ৰিচিয়াৰ হাতত কিবা প্ৰকাৰে পৰিছিল। হয়তো সেই ডকুমেণ্টচুৰ আলমতে—পেট্ৰিচিয়াই হত্যাকাৰীক ভাবুকি দিবলৈ প্ৰয়াস পাইছিল।

যাৰ বাবে পেট্ৰিচিয়াই অৱশেষত নিজেই মৃত্যুক আকোৱালি লব লগা হ'ল।

তাৰ মানে নেন্সী! সিহঁতে যে মোক পৰি পৰি নিগেটিভৰ কথা সুধিছে—সেই নিগেটিভতেই হত্যাকাৰীৰ অন্ধকাৰ দিশৰ ছবি নিবন্ধ আছে। কিন্তু নেন্সী—এতিয়া আমি ইয়াৰ পৰা উদ্ধাৰৰ কিবা উপায় আছেনে?

উপায়? কোনো উপায় নাই। এই নৰদস্যু কেইটাৰ শিয়ান দৃষ্টিৰ পৰা আমি ৰেহাই পোৱাৰ আশা নিচেই ক্ষীণ। অৱশ্যে সিহঁতক যদি আমি নিগেটিভৰ সন্ধান দিব পাৰিলোঁহেঁতেন—তেতিয়াহলে আমাৰ মুক্তিৰ আশা হয়তো আছিল।

কিন্তু আমি যিহেতু নিগেটিভৰ অস্তিত্ব এজনেও নাজানো গতিকে আমাৰ সেই আশাৰো মূল্য নাই।

নেন্সীৰ কথা শুনি উইলিয়াম খন্তেক নীৰবে ৰ'ল। তাৰপিছত কওঁ নকওঁকৈ ক'লে—নিগেটিভৰ অৱস্থিতিৰ কথা মই জানো।

তুমি জানা? নেন্সীৰ কণ্ঠত উৎকণ্ঠা।

হয়তো জানো। সেই দিনা পেট্ৰিচিয়াক হত্যা কৰি যেতিয়া হত্যাকাৰী আঁতৰি পৰিছিল—তাৰ পিছমুহূৰ্ততে মই আৰু ডনাল্ড পেট্ৰিচিয়াৰ ৰুমত প্ৰৱেশ কৰিছিলোঁ। আৰু মই ফ্ল'ৰত আবিষ্কাৰ কৰিছিলোঁ—এটা তিনি ইঞ্চিমান দীঘল ঘূৰণীয়া ৰূপালী টেমা। প্লাষ্টিকৰ এই টেমাটোৰ ভিতৰত···

উইলিয়ামৰ বাক্যটো শেষ নহ'ল। তাৰ আগতে কেবিনৰ দুৱাৰ মেল খালে। এইবাৰ কেবিন পোহৰ হৈ উঠিল। প্ৰৱেশ কৰিলে—অথনি উইলিয়ামক নিৰ্দয়-ভাৱে প্ৰহাৰ কৰা নৰদস্যু দুটা। দুয়োৰে মুখত অট্টহাঁহি।

উইলিয়ামে নৰদস্যু দুটাৰ আকস্মিক আগমনত থৰমৎ খালে। নিশ্চয় কেবিন-টোত চিংক্ৰোফোন সংযোজিত আছিল। নিশ্চয় চিংক্ৰোফোনত সিহঁতে উইলিয়াম আৰু নেন্সীৰ কথোপকথনৰ প্ৰতিটো কথাই শুনিছে।

কিন্তু···কিন্তু···?? উইলিয়ামে নিজৰ চকুকে বিশ্বাস কৰিবলৈ টান পালে। উইলিয়ামৰ বুদ্ধিহীনতাৰ কথা আকৌ এবাৰলৈ প্ৰমাণিত হ'ল। উইলিয়ামে

দেখিলে—যি নেন্সীৰ অসহ্য যন্ত্ৰণাৰ নিখুঁত অভিনয়ত, কেঁকনি-গেথনি শুনি সহানুভূতিত গদ্‌গদ্‌ হৈ উইলিয়ামে নেন্সীৰ প্ৰতি থকা প্ৰতিহিংসাৰ মনোভাব পৰিত্যাগ কৰি হৃদয়তা প্ৰকাশ কৰিছিল—সেই নেন্সীয়ে নৱদস্যু দুজনৰ লগতে অট্টহাস্যত যোগ দিলে।

তাৰমানে উইলিয়ামৰ মুখৰ পৰা নিগেটিভৰ অস্তিত্বৰ কথা জানিবলৈ নেন্সীয়ে ইমান সময় ঘোপমৰা অন্ধকাৰৰ আলমত অভিনয় কৰিছিল।

ট্ৰেচিৰ লৱনী দেহত যৌৱনৰ হিল্লোল।

হানিব্লণ্ড ট্ৰেচিৰ ত্ৰিশ বছৰীয়া আকৰ্ষণীয় দেহত শুধ বগা লিনেনৰ ফিটফাটিয়া স্পৰ্টছ গেঞ্জী আৰু ব্ৰাণ্ডীৰ ৰঙৰ জিনে দেহৰ প্ৰতিটো ৰেখা সুস্পষ্ট কৰি ৰাখিছিল।

গ্ৰেণাইড পাথৰৰ নিচিনা কঠিন নীলাভ চকুৰ মণিত দুষ্টালিৰ ভাৱ সুস্পষ্ট। তাতেই ভদকা আৰু মাৰ্টিনিৰ ককটেইলৰ গোলাপী আমেজে ট্ৰেচিক ৰে-পকৰা কৰি তুলিছিল।

ট্ৰেচিৰ এই আচহুৱা আচৰণত ৰিচাৰ্ড আচৰিত হ'ল। অৱশ্যে ট্ৰেচিৰ এই নতুন ৰূপ দেখি ৰিচাৰ্ডৰ মনত আনন্দৰ নিজৰা বৈ গ'ল।

ট্ৰেচিৰ প্ৰতি ৰিচাৰ্ডৰ দুৰ্বলতা বহুদিনীয়া। প্ৰথম চিনাকিৰ দিনৰে পৰা ৰিচাৰ্ডৰ ট্ৰেচিক ভাল লাগিছিল। ট্ৰেচিৰ মনোমোহা ৰূপত ৰিচাৰ্ড বিভোৰ হৈ পৰিছিল।

হাঁহিত নিজৰা বোৱা ট্ৰেচিৰ বাংঢালী আচৰণে ৰিচাৰ্ডক পিংকীৰ উদ্বাউল কৰি তুলিছিল।

কিন্তু কোনোদিনেই ট্ৰেচিয়ে ৰিচাৰ্ডক প্ৰশ্ৰয় দিয়া নাছিল।

অৱশ্যে ৰিচাৰ্ডৰ নিশকতীয়া দেহ, ঢেলা বগা মুখ, তাতেই আইৰ দাগৰ নিচিনা ঠায়ে ঠায়ে ক'লা ফুট ফুট দাগ, কোটৰগত চকু, প্ৰকাণ্ড ওঁঠ আৰু গালৰ কুম ওলোৱা অৱয়ৱে সুন্দৰী যুৱতীক আকৰ্ষণ কৰি ৰাখিব পৰা কোনো গুণেই ৰিচাৰ্ডৰ নাই।

সেয়ে ৰিচাৰ্ডৰ অনুতাপ নাছিল ট্ৰেচিৰ অৱহেলাত। তথাপিও ৰিচাৰ্ডে সুযোগ পালেই ট্ৰেচিৰ সান্নিধ্যলৈ আহিবলৈ পালে নিজকে ধন্য মানিছিল।

কিন্তু ট্ৰেচিৰ আজি কি হ'ল ? হঠাতে ট্ৰেচিয়ে এনেদৰে নিজৰ দুৰ্বলতা প্ৰকাশ কৰিছে কিয় ?

নিশ্চয় ইয়াৰ অন্তৰালত ট্ৰেচিৰ কিবা উদ্দেশ্য আছে। নহ'লে সদায়েই হেয়ৰ ভ্ৰাতৃ কন্যা ৰিচাৰ্ডৰ প্ৰতি ট্ৰেচিয়ে ইমান মধুৰ দৃষ্টি কিয় দিছে ?

কেৱল মধুৰ দৃষ্টিয়েই নহয়—ৰিচাৰ্ডে ট্ৰেচিৰ এই আচৰণত এনে কিছুমান

পৰিৱৰ্তন লক্ষ্য কৰিছে—যাৰ অৰ্থ উপলব্ধি কৰি ৰিচাৰ্দ নিজেই আপ্লুত হৈ পৰিছে। সঁচাকৈয়ে ট্ৰেচিৰ নিচিনা এজনী অনিন্দ্য সুন্দৰী যুৱতীক প্ৰেয়সী-ৰূপে পালে—ৰিচাৰ্দৰ জীৱন যেন ধন্য হৈ যাব।

কিন্তু অকস্মাৎ ট্ৰেচিৰ এই পৰিৱৰ্তন কিয় ?

ট্ৰেচিয়ে জানো ফ্ৰেজাৰৰ দৰে সুপুৰুষ, প্ৰতিপত্তিশালী আৰু ঐশ্বৰ্যবান লোকক ত্যাগ কৰি ৰিচাৰ্দৰ নিচিনা নিশকতীয়া দেহৰ, কুৎসিত আৰু ফ্ৰেজাৰৰ বুদ্ধি পৰামৰ্শত বৰ্তি থকা লোকক নিজৰ মনৰ মানুহ জনৰ ঠাই দিব ? আৰু যদি ট্ৰেচিয়ে সেই সুযোগ দিয়েও ট্ৰেচিৰ লগত ৰিচাৰ্দৰ প্ৰেম—ফ্ৰেজাৰে জানো সহজভাৱে ল'ব ? কেতিয়াও নলয়।

কিয়নো ফ্ৰেজাৰ আৰু ট্ৰেচি কেইদিনমান আগলৈকে আছিল অভিন্ন হৃদয়। মহানগৰীত এই কেইদিন ফ্ৰেজাৰ উপস্থিত নথকাৰ সুযোগতে হঠাতে ট্ৰেচিৰ ৰিচাৰ্দৰ প্ৰতি শুভভাৱ কিয় উথলি উঠিল ?

ৰিচাৰ্দে ভাবিলে ট্ৰেচিৰ উদ্দেশ্য যিয়েই নহওক ফ্ৰেজাৰৰ অনুপস্থিত ট্ৰেচিৰ সান্নিধ্যত থাকিব পাৰিলেও অন্ততঃ মনলৈ প্ৰশান্তি নামি আহিব।

ৰিচাৰ্দে লক্ষ্য কৰিলে—ট্ৰেচিৰ হাৱভাৱত কিবা এক চঞ্চলতা।

ট্ৰেচিয়ে লিকাৰ কেবিনেটৰ পৰা পানীয় লৈ পুনৰ ৰিচাৰ্দৰ খালি গিলাচ পূৰাই দি ওঁঠত অৰ্থপূৰ্ণ হাঁহি বুলালে।

নিচেই কাষৰ পৰা ট্ৰেচিৰ অনিন্দ্য ৰূপে ৰিচাৰ্দক বিহ্বল কৰি তুলিলে।

ৰিচাৰ্দে জানে ফ্ৰেজাৰও ট্ৰেচিৰ প্ৰতি যথেষ্ট দুৰ্বল। চিলভিয়া ফিল্ম ইণ্টাৰনেশ্যনেলৰ প্ৰধান অংশীদাৰ তথা সঞ্চালক ফ্ৰেজাৰৰ ধন-জন-প্ৰতিপত্তিৰ অভাৱ কোনোদিনেই হোৱা নাই। তদুপৰি ফ্ৰেজাৰ এজন সু-চিত্ৰপৰিচালক। ফিয়েৰ অভাৰ দা চিটি, চাৰ্কেল অভ লাভ, জাৰ্ডোজ আদি বহু বিতৰ্কিত আৰু বক্স অফিচত অভাৱনীয় সাফল্য লাভ কৰা ছবিৰ নিৰ্মাতা ফ্ৰেজাৰক এইবোৰ ছবিয়ে সুনাম অৰ্থ প্ৰতিপত্তি অভাৱনীয় ভাৱে আনি দিছিল।

ফ্ৰেজাৰে নিজকে প্ৰথম শ্ৰেণীৰ পৰিচালক হিচাপে প্ৰতিষ্ঠা লাভ কৰিবলৈ সমৰ্থ হৈছিল। জাৰ্ডোজ ছবিৰ নায়িকা পেটিট্ৰিচিয়াইও নিজৰ সু-অভিনয়, কমনীয় ৰূপ আৰু মাৰ্জিত ৰুচিৰে দৰ্শকৰ হিয়া জয় কৰিবলৈ সমৰ্থ হৈছিল।

জাৰ্ডোজ ছবিৰ অভূতপূৰ্ব সফলতাই ফ্ৰেজাৰক সু-পৰিচালক ৰূপে শীৰ্ষত তোলাৰ লগতে নায়িকা পেটিট্ৰিচিয়াও দৰ্শকৰ মনৰ অভিনেত্ৰী ৰূপে ঠাই দখল কৰি লবলৈ সমৰ্থ হৈছিল।

এইখিনি কালতে ফ্ৰেজাৰ আৰু পেটিট্ৰিচিয়া যথেষ্ট সান্নিধ্যলৈ আহিছিল আৰু তেওঁলোকৰ হিয়া দিয়া-নিয়াই এক চূড়ান্ত ৰূপ লৈছিল। আৰু এদিন ফ্ৰেজাৰে পেটিট্ৰিচিয়াক জীৱন সঙ্গিনী ৰূপে গ্ৰহণ কৰিছিল। দুয়োৰে এই মিলনত ফ্ৰেজাৰ আৰু পেটিট্ৰিচিয়াক ভালপোৱা দৰ্শকৰ মাজত আনন্দৰ বন্যৰী বৈ গৈছিল।

কিন্তু তেওঁলোকৰ মিলন বেছিদিন নিটিকিল। মাত্র ছমাহৰ ব্যৱধানত দুয়োৰে ভালপোৱাত কেৰোণ ধৰিলে।

কাৰণ এই টেৰ্চি।

টেৰ্চি, ফ্রেজাৰৰ প্রাইভেট চেক্রেটৰী।

পেটিট্ৰিচিয়াৰ প্রতি থকা ফ্রেজাৰৰ অনুৰাগ কম সময়ৰ ভিতৰতে প্রায় নোহোৱা হৈছিল আৰু ফ্রেজাৰে হঠাতে টেৰ্চিৰ প্রতি অধিক হৃদয়তা প্রকাশ কৰিবলৈ আৰম্ভ কৰি দিছিল। যাৰ ফলত বিয়া হোৱা ছমাহৰ পিছতে পেটিট্ৰিচিয়াৰ মনত অসন্তোষৰ বীজে গা কৰি উঠিছিল আৰু ইয়াৰে বিষম ফল হ'ল ডাইভোৰ্চ।

ফ্রেজাৰক ডাইভোৰ্চ কৰি পেটিট্ৰিচিয়াই চিনেমাত অভিনয়তে মনোনিবেশ কৰিলে।

পেটিট্ৰিচিয়াৰ লগত ডাইভোৰ্চৰ পিছত ফ্রেজাৰ আৰু টেৰ্চিৰ প্রেমেও চূড়ান্ত ৰূপ পালে।

এই সময়ত ৰিচাৰ্দ আছিল ফ্রেজাৰৰ চিলভিয়া ফিল্ম ইণ্টাৰনেশ্যনেলৰ প্রডাকশ্যন মেনেজাৰ।

ৰিচাৰ্ডৰ কৰ্তব্যনিষ্ঠা আৰু প্রশস্ততাৰ বাবে ফ্রেজাৰে জাৰ্ডোজৰ অভূতপূৰ্ব সফলতাৰ পিছত ৰিচাৰ্দক চিলভিয়া ফিল্মচৰ উপ-সঞ্চালক আৰু অংশীদাৰ হিচাপে লৈছিল।

কিন্তু দুৰ্ভাগ্যবশতঃ ফ্রেজাৰৰ জাৰ্ডোজৰ পিছৰ দুয়োখন ছবিয়েই ফ্লপ হ'ল। দুয়োখন ছবিতে ফ্রেজাৰৰ যি ৰূপে আৰ্থিক ক্ষতি হ'ল, যি ৰূপে পৰিশ্রম অসাৰ্থক হ'ল—ফ্রেজাৰ ভাগি পৰিল। এই প্রচুৰ ব্যয় বহুল ছবি দুখনত বেয়া ধৰণে মাৰ খাই ফ্রেজাৰে আৰু ছবি নিৰ্মাণ কৰিবলৈ সাহস নোপোৱা হ'ল। আনহাতে দুয়োখন ছবিয়ে প্রচুৰ লোকচানৰ সম্মুখীন হোৱাত ফ্রেজাৰৰ বিভিন্ন ঠাইত বহুতো দেনা হ'ল।

এই পৰাজয়ে ফ্রেজাৰৰ মনৰ যথেষ্ট অৱনতি ঘটালে।

অৱশেষত ফ্রেজাৰক পুনৰ ছবি নিৰ্মাণ কৰিবলৈ উৎসাহ দিবৰ বাবে—ৰিচাৰ্দেই প্রথমে ফ্রেজাৰৰ ওচৰত প্রস্তাৱটো উত্থাপন কৰিলে।

ফ্রেজাৰে ৰিচাৰ্দৰ প্রস্তাৱটো পোনপটীয়াকৈ মানি লব নুখুজিলেও—কিন্তু আওপকীয়াকৈ স্বীকাৰ কৰিলে—ফ্রেজাৰৰ শেষতীয়া ছবি দুখনত পেটিট্ৰিচিয়া নথকা বাবেই—ফেব্ৰজাৰৰ এই বিপৰ্যয়।

সেয়ে ৰিচাৰ্দে ফেব্ৰজাৰক বুজাবলৈ চেষ্টা কৰিলে—দুখন ছবিত মাৰখাই পৰাজয় স্বীকাৰ কৰাতকৈ পেটিট্ৰিচিয়াৰ লগত এটা বুজাপৰাৰ চেষ্টা কৰি—পুনৰ পেটিট্ৰিচিয়াক নায়িকা হিচাপে লৈ ছবি এখন কৰিব পাৰিলে কিজানি লুপ্ত গৌৰৱ হেৰোৱা ধনজন পুনৰ ঘূৰি আহেই।

প্রথম অৱস্থাত ফেব্ৰজাৰে ৰিচাৰ্দৰ প্রস্তাৱক একে আশাৰেই নাকচ কৰিছিল

যদিও ৰিচাৰ্দৰ অকাট্য যুক্তিত অৱশেষত ফেজাৰ মান্তি হ'ল। পেট্ৰিচিয়াক বৰাই বুজাই ফেজাৰৰ ছবিত অভিনয় কৰাৰ বাবে মান্তি কৰাবলৈ দায়িত্ব ল'লে ৰিচাৰ্দে।

ৰিচাৰ্দে প্ৰায় অহোপুৰুষাৰ্থ কৰি পেট্ৰিচিয়াক মান্তি কৰালে ফেজাৰৰ নিৰ্মাণৰত ছবি 'ইট হেপেনড ইন ৱান নাইট'ত অভিনয় কৰাৰ বাবে।

ইট হেপেনড ইন ৱান নাইটত পেট্ৰিচিয়াৰ পুনৰ আগমনৰ বতৰাই চলচ্চিত্ৰ প্ৰেমী আৰু দৰ্শকৰ মাজত পুনৰ খলক লগালে। যিহেতু অধিকেই ফেজাৰ আৰু পেট্ৰিচিয়াৰ পুনৰ মিলন মনেপ্ৰাণে বিচাৰিছিল।

ইট হেপেনড ইন ৱান নাইটৰ দৃশ্য গ্ৰহণৰ কাম সুকলমে অগ্ৰসৰ হ'ল।

ইট হেপেনড ইন ৱান নাইটৰ প্ৰসাৰৰ লগে লগে সকলোৱে স্থিৰ নিশ্চিত হ'ল, ফেজাৰ আৰু পেট্ৰিচিয়াৰ শুভভাৱ, হৃদয়তা বিনিময় পুনৰ আৰম্ভ হ'ল।

কিন্তু প্ৰকৃততে জানো সেয়ে আছিল?

সম্ভৱতঃ নাছিল।

ৰিচাৰ্দে প্ৰথম দিনাই লক্ষ্য কৰিছিল - ফেজাৰ আৰু পেট্ৰিচিয়াৰ পূৰ্বৰ সুহৃদয়তা পুনৰপি গা কৰি উঠাৰ কোনো সম্ভাৱনা নাই।

কাৰণ পেট্ৰিচিয়া। পেট্ৰিচিয়া যেন আৰু পূৰ্বৰ পেট্ৰিচিয়া হৈ থকা নাই।

পেট্ৰিচিয়াই ৱান নাইটৰ দৃশ্য গ্ৰহণত সুন্দৰভাৱেই অংশ লৈছিল যদিও কোনোপধ্যেই ফেজাৰৰ লগত মন খুলি বাক্যালাপ কৰা বা মুকলিভাৱে কথোপকথন কৰা কাৰো দৃষ্টিত পৰা নাছিল।

ফেজাৰৰ কিন্তু পেট্ৰিচিয়াৰ লগত পূৰ্বৰ অভিন্ন বুজাপৰা পুনৰ গঢ়ি তুলিবলৈ চেষ্টাৰ ত্ৰুটি নাছিল।

কিন্তু পেট্ৰিচিয়াই সততে ফেজাৰৰ কবলৰ পৰা আঁতৰি ফুৰিছিল।

পেট্ৰিচিয়াৰ আচৰণ দেখি ৰিচাৰ্দে এটা কথা চিন্তা কৰিছিল—পেট্ৰিচিয়াৰ যদি ফেজাৰৰ প্ৰতি আগৰ অসন্তোষৰ ভাব এতিয়াও অপৰিবৰ্তিত হৈ আছে—তেনেহলে পেট্ৰিচিয়াই ফেজাৰৰ ছবি ইট হেপেনড্ ইন ৱান নাইটত অংশ লবলৈ আগবাঢ়ি আহিল কিয়?

কিন্তু এই সমস্যাৰ শীঘ্ৰে অন্ত পৰিল—ৱান নাইটৰ লগত জড়িত সকলো কলা কুশলীকে বিস্মিত কৰি হঠাতে ফেজাৰ আৰু পেট্ৰিচিয়াৰ সম্পৰ্ক পুনৰ প্ৰেমিক প্ৰেমিকাৰ ৰূপ ল'লে।

ৰিচাৰ্দে ভাবি অন্ত নাপালে—পেট্ৰিচিয়াৰ এই পৰিৱৰ্তন কিয়?

কিয় হঠাতে ফেজাৰৰ প্ৰতি পেট্ৰিচিয়াৰ হিয়া উথলি উঠিল? ইয়াৰ অন্তৰালত.........?

ফেজাৰ আৰু পেট্ৰিচিয়াৰ সম্পৰ্ক পুনৰ গাঢ় হোৱাত যাৰ স্বাৰ্থত সবাতোকৈ বেছি ব্যাঘাত হ'ল—সেয়ে হ'ল টেট্ৰিচ।

পেট্ৰিচিয়াৰ আগমনৰ পিছৰে পৰা ফেজাৰ টেট্ৰিচৰ প্ৰতি বিতৰাগ হৈ আছিল।

ট্ৰেচি পেট্ৰিচিয়াৰ প্ৰতি আক্ৰোশ আৰু ঈৰ্ষাৰ দাবানলত জ্বলিপকি উঠিল। ফেজাৰে পেট্ৰিচিয়াৰ আগমনত ট্ৰেচিৰ প্ৰতি কৰা আকস্মিক অৱহেলাৰ বাবেই হয়তো ট্ৰেচিয়ে পূৰ্বে পুতৌৰ চকুৰে চোৱা নিশকতীয় ৰিচাৰ্দক আসৈ দিবলৈ কুণ্ঠাবোধ নকৰিলে।

কিন্তু সেইখিনি সময়তে—সবাকে হতভম্ব কৰি—প্ৰখ্যাত চিত্ৰাভিনেত্ৰী পেট্ৰিচিয়া নিজৰ জন্মদিনৰ দিনাই হঠাতে নিহত হ'ল।

চৌদিশে হুলস্থুল লাগিল।

ইট হেপেনড ইন ৱান নাইটৰ কলাকুশলীয়ে মুৰেকপালে হাত দিলে—এতিয়া কি হ'ব? ছবিখন আধৰুৱা হৈ থাকোঁতেই যে—নায়িকা নিহত হ'ল।

ইপিনে আৰ্থিক দুৰ্যোগত ধোঁৱাকোৱা দেখা ফেজাৰৰ মুৰত হয়তো পুনৰ আকাশী স্বৰগ ভাগি পৰিল। কিন্তু ফেজাৰৰ এই পৰ্যন্ত দেখাদেখি নাই।

পেট্ৰিচিয়া নিহত হোৱা তিনিদিন আগৰে পৰা ফেজাৰ চুইজাৰলেণ্ডত লকেচন চুটিঙৰ বাবে সকলো বন্দোবস্ত কৰিবলৈ গৈছিল। পেট্ৰিচিয়াৰ নিহতৰ বাতৰি নিৰ্দিষ্ট সময়তে ফেজাৰক জানিবলৈ দিয়া হৈছিল যদিও তাৰ পৰা ফেজাৰ এই পৰ্যন্ত উভতি অহা নাই।

বহুতে সন্দেহ কৰে পেট্ৰিচিয়াৰ মৃত্যুৰ অন্তৰালত ফেজাৰৰ হাত আছে।

কিন্তু ৰিচাৰ্দৰ বিশ্বাস নহয়—ফেজাৰেনো জানি শুনিয়েই নিজৰ ভৰিত নিজেই কুঠাৰ মাৰিবনে? ইমান আৰ্থিক দুৰ্যোগৰ পিছত বহু প্ৰৱন্ধে ফেজাৰে ব্যয় বহুল ইট হেপেনড ইন ৱান নাইট ছবিখনৰ কাম হাতত লৈছিল। যাৰ ফলত ফেজাৰৰ ধাৰ গোটেই বজাৰতে ক্ৰমাৎ বৃদ্ধি পাইছে। ফেজাৰে আশা কৰিছে —বজাৰত দেনা যিমানেই নহওক ৱান নাইট মুক্তি পালেই সহজেই প্ৰচুৰ ধন ফেজাৰৰ হাতলৈ আহিব।

তেনেস্থলত ৱান নাইট মুক্তি নোপোৱা পৰ্যন্ত অন্ততঃ ফেজাৰৰ ফালৰ পৰা পেট্ৰিচিয়াক চিৰকালৰ বাবে আঁতৰোৱাৰ সম্ভাৱনা নিচেই কম।

তদুপৰি শেহলৈ—ফেজাৰ আৰু পেট্ৰিচিয়া দুয়োৰে মাজত হৃদয়ত পূৰ্বৰ দৰেই দৃঢ় হোৱা প্ৰেম সকলোৰে দৃষ্টিগোচৰ হৈছিল।

হঠাতে ৰিচাৰ্দে এটা কুসুমকোমল স্পৰ্শ পাই চিন্তাৰ ওৰ পৰিল!

কোন? অ' ট্ৰেচি। চিঃ ট্ৰেচিৰ লাউঞ্জত বহি ৰিচাৰ্দে কিবোৰ চিন্তাত মত্ত হৈ পৰিছে। ফেজাৰ ৰসাতলে গ'লেও, চিলভিয়া ফিল্মচ ইণ্টাৰনেচনেল জহন্নামে গলেও সেই চিন্তাৰ সময় এতিয়া নহয়। ট্ৰেচিৰ নিচিনা ৰূপহী সন্মুখত। মদৰ নিচাত প্ৰেম উথলি উঠা ট্ৰেচিক দেখি ৰিচাৰ্দ বিয়াকুল।

হঠাতে ৰিচাৰ্দে আৱিষ্কাৰ কৰিলে—এই অলকশৰীয়া ট্ৰেচিৰ সীমিত বেশভূষা, ওঁঠৰ অৰ্থপূৰ্ণ হাঁহি আৰু মন, নীলাভ চকুৰ মণিত এক নতুন আহ্বানৰ ইঙ্গিত যেন আছে।

কিন্তু বিচাৰ্ডৰ প্ৰতি টেৰিচৰ এই নতুন ৰূপ কিয় ? কিয় ইমান দিনে অৱহেলা কৰি অহা বিচাৰ্ডক টেৰিচিয়ে এনেদৰে নতুন আচৰণ কৰিছে ?

বিচাৰ্ডে নিজৰ মনক সকিয়নি দিলে—টেৰিচৰ উদ্দেশ্য যিয়েই নহওক এই সুন্দৰীৰ সান্নিধ্যত আহিবলৈ সুযোগ পোৱা গৈছে সেয়েই যথেষ্ট, যিহেতু বিচাৰ্ড টেৰিচৰ ৰূপৰ পূজাৰী।

এইবাৰ বিচাৰ্ডে টেৰিচৰ অৰ্থপূৰ্ণ আহ্বানৰ সঁহাৰি দি টেৰিচৰ গোলাপী ওঁঠত ওঁঠ লগালে।

সময় অতিবাহিত হ'ল। দুয়ো উত্তেজনাত উশ্বাউল হৈ পৰিল।

বিচাৰ্ডৰ উশাহ ঘন হৈ আহিল—এইবাৰ দুয়ো কান্ধত ধৰা ধৰিকৈ প্ৰৱেশ কৰিলে টেৰিচৰ শয়নকক্ষত।

টেৰিচৰ চকুত লগা শয়নকক্ষত প্ৰৱেশ কৰিয়েই বিচাৰ্ডে যেন এক তীব্ৰ পুলক অনুভৱ কৰিলে। মৃদু মধুৰ সুবাসে গোটেই ৰুমটো আমোলাই তুলিছিল।

ধবল বৰণ বিচনাখনত—আলাসৰে টেৰিচিয়ে নিজৰ দেহটো এৰি দিলে।

টেৰিচৰ পৰিধিত সাজসজ্জাৰ যেন এতিয়া আৰু কোনো লাগবান্ধ নাই।

টেৰিচৰ এই ৰূপ, এই দেহ সৌন্দৰ্য বিচাৰ্ডে যেন নতুনকৈ উপভোগ কৰিলে। অধিৰ উত্তেজনাই বিচাৰ্ডক বিয়াকুল কৰি তুলিলে।

টেৰিচৰ হঠাতে যেন কিবা এটা মনত পৰিল—টেৰিচিয়ে বিচাৰ্ডৰ গালত এটা মৰমৰ টোকৰ মাৰি অৰ্থপূৰ্ণ হাঁহিৰে বিচাৰ্ডক খন্তেক ৰবলৈ কৈ বাথৰুমত প্ৰৱেশ কৰিলে।

কেই মুহূৰ্তমান অতিবাহিত হ'ল—বিচাৰ্ডৰ মনত অস্থিৰতা, টেৰিচক বাৰু এইবাৰ কি ৰূপত পাব ? নিশ্চয় টেৰিচক এইবাৰ······

হঠাতে লাইট নিৰ্বাপিত হ'ল আৰু লগে লগেই বাথৰুমৰ ভিতৰৰ পৰা ভেজা দিয়া দুৱাৰৰ ফাকেদি এটা অস্ফুট স্বৰ ভাহি আহিল।

বিচাৰ্ডে শব্দ শুনি থৰমৰ খালে। পিছমুহূৰ্ততে বিচাৰ্ডে একে জাপে ভেজা দিয়া দুৱাৰেদি বাথৰুমত প্ৰৱেশ কৰিলে—কিন্তু টেৰি ক'ত ?

অন্ধাৰত যে—একোকে নমনি।

বিচাৰ্ডে সৰুকৈ মাতিলে—টেৰি ডাৰ্লিং।

কিন্তু বিচাৰ্ডে আৰু চিন্তা কৰিবলৈ সুযোগ নাপালে—বিচাৰ্ডৰ মূৰৰ পিছফালে এটা পূৰ্ণহতীয়া মাৰ পৰিল। বিচাৰ্ডে জ্ঞান হেৰুৱাই ফ্ল'ৰত ঢলি পৰিল।

বোধকৰোঁ তেতিয়া পুৱতি নিশা। বিচাৰ্ডে জ্ঞান পাই চকু মেলি চালে—মূৰটো যেন এতিয়াও গধুৰ গধুৰ।

কিন্তু বিচাৰ্ড যে—তেজৰ ওপৰতে শুই আছে ? বিচাৰ্ডৰ সকলো মনত পৰিল—বাথৰুমৰ ভিতৰত টেৰিচৰ অস্ফুট আৰ্তনাদ শুনি বিচাৰ্ডে খৰখোজেৰে বাথৰুমত প্ৰৱেশ কৰিছিল। তাৰ আগমুহূৰ্তত লাইট নিৰ্বাপিত হোৱাত

ৰিচাৰ্দৰ দৃষ্টিত একোকে পৰা নাছিল। ৰিচাৰ্দে আন্ধাৰতে বাথৰুমৰ ভিতৰত স্লৌচৰ অৱস্থিতিৰ উমান লবলৈ চেষ্টা কৰিছিল। কিন্তু সেই মুহূৰ্ততে...।
এতিয়া জ্ঞান পাই ৰিচাৰ্দৰ পুনৰ মূৰ্চ্ছা যাব লগা অৱস্থা হ'ল। কাষত স্লৌচৰ নিবাবৰণ নিষ্প্ৰাণ দেহ। সম্ভৱত কোনো চোকা অস্ত্ৰৰে স্লৌচক হত্যা কৰা হৈছে। কিন্তু হত্যাকাৰী কোন?
ৰিচাৰ্দৰ গোটেই দেহত যে এতিয়া তেজ। তাৰমানে হত্যাকাৰী ৰূপে এতিয়া ৰিচাৰ্দেই জব্দ হ'ব নেকি?
কিন্তু স্লৌচক হত্যা কৰাত কাৰ কি উদ্দেশ্য।
নে পেট্ৰীচিয়াৰ হত্যাকাৰীয়েই স্লৌচৰো হত্যাকাৰী।
ৰিচাৰ্দে ভয়ত শেঁতা পৰি গ'ল। এতিয়া কি হ'ব। ৰূপহী স্লৌচৰ নিচেই সান্নিধ্যলৈ আহিবলৈ যিদিনাই সুযোগ পাইছিল—সেইদিনাই ৰিচাৰ্দ স্লৌচৰ হত্যাকাৰী ৰূপে এতিয়া কৰায়ত্ত হব নেকি!
নাই হ'ব নোৱাৰে—নিৰ্দোষী এজন কেনেকৈ হত্যাকাৰী হ'ব পাৰে?
ৰিচাৰ্দে মনক সকিয়নি দিলেও কিন্তু ৰিচাৰ্দৰ মনত বদ্ধ ধাৰণা হ'ল—এই হত্যাকাণ্ডৰ পৰা ৰিচাৰ্দে ৰেহাই পোৱাৰ কোনো উপায় নাই।
এতিয়া চিটি পুলিচক স্লৌচৰ হত্যা সম্পৰ্কে জনোৱাটোৱেই ৰিচাৰ্দৰ বাবে সবাতোকৈ উত্তম কাম হ'ব।

ফ্ৰেজাৰৰ দাঁতৰ ফাকত ফিলোপোন চিগাৰ। ইমানবোৰ দুৰ্ঘটনাইও ফ্ৰেজাৰক বিচলিত কৰিব পৰা নাই। অৱশ্যে ফ্ৰেজাৰৰ কপালত চিন্তাৰ ৰেখা সুস্পষ্ট।
আলোচনাৰ টেবুলত ফ্ৰেজাৰ আৰু তেওঁৰ বিপৰীতে দুজন লোক। দুয়োজনৰে দেহৰ গঠন হাবভাৱ আচহুৱা। যেন মানবৰূপী দৈত্য, যি জীৱন্ত মানুহৰ তেজ শুহি ভাল পায়।
সেই মুহূৰ্ততে এটা ৰঙা লাইট জ্বলা-নুমা কৰিলে। ফ্ৰেজাৰ আৰু আন দুজন লোকেও সচেষ্ট হৈ আগন্তুকৰ বাবে অপেক্ষা কৰি ৰল।
কেই মুহূৰ্তমান পিছতে এটা নিয়মিত স্বাস্থ্যৰ সাধাৰণ লোক প্ৰৱেশ কৰিলে—ফ্ৰেজাৰৰ সেই আলোচনা কক্ষত।
আগন্তুকৰ এটা হাতত বেন্দেজ আৰু সামান্য লেঙেৰাই খোজকঢ়া মানুহটোৰ মুখখন দেখিলেই ধাৰণা হয় যেন—মানুহটো গ্ৰেণাইড পাথৰৰ দৰেই কঠিন, নিষ্ঠুৰ।
আগন্তুকৰ পিন্ধনত স্মকিংজেকেট, মুৰত সাধাৰণতকৈ ডাঙৰ জোখাৰে হেলনীয়া বোলাৰ হেট। খোজ কাটলত এক বে-পৰুৱা দৃঢ়তাৰ ভাব।
আগন্তুকৰ আগমনত ফ্ৰেজাৰকে ধৰি তিনিও অভিবাদন জনালে। আগন্তুকে

কিন্তু তিনিওকে ভ্রূক্ষেপ কৰা যেন নালাগিল।

আগন্তুকে বিনাদ্বিধাই আসন গ্ৰহণ কৰি যথেষ্ট নিৰস স্বৰে ক'লে—বুৰ্বো অনুদি বকচ।

মদ আহিল—আগন্তুকে একেঢোকে আধা গিলাচ মদ গিলি পেলালে।

তিনিও আগন্তুকলৈ চালে।

ফ্ৰেজাৰে সম্ভ্ৰমৰে আগন্তুকৰ লগত বাকী দুজনক চিনাকি কৰি দিলে - ভূপাথী আৰু সফিউল্লা। দুয়ো আফ্ৰিকাৰ দুৰ্ধৰ্ষ অঞ্চল মোম্বাচাৰ বাসিন্দা। প্ৰফেশ্যনেল কীলাৰ। আৰু এইয়া এচ· কে· জি।

এচ· কে· জি ? ?

ভূপাথী আৰু সফিউল্লাৰ হতবাকৰ চাৱনি—এই দুৰ্বল দেহৰ মানুহটোৱেই সেই প্ৰখ্যাত এচ· কে· জি, যাৰ নাম শুনিলে স্কটলেণ্ড ইয়াৰ্ড, আনকি ৰেষ্টাৰ্ণ লিয়েজনৰ নিৰাপত্তা পুলিচৰ চকুৰ টোপনি হৰে—সেই ভয়াবহ এচ· কে· জি ? দুয়োৰে যেন এই ভয়ঙ্কৰ মানুহটোৰ প্ৰতি নতশিৰ হ'ল।

এচ· কে· জিয়ে ৰৰ কৰ্কশ স্বৰেই মুখ মেলিলে—ফেজোৰ তোমাৰ কাম শেষ হ'ল। তুমি যেনে দৰেই বিচাৰিছিলা তেনে দৰেই সকলো কাম সম্পন্ন হৈছে। পেট্ৰিচিয়া হত্যাৰ এক নম্বৰ সাক্ষী ডনাল্ডৰ মুখ চিৰকাললৈ বন্ধ হোৱাটো বিচাৰিছিলা—তুমি ৰিচৰা মতেই পুলিচৰ হাতত জব্দ হৈ থাকোঁতেই ডনাল্ডক গুলীয়ে ভেদ কৰিলে। ডনাল্ডৰ মৃত্যু হ'ল।

তাৰপিছত তুমি পুলিচৰ চৰ মানিপেনীক হত্যা কৰি পেট্ৰিচিয়া হত্যাৰ দুই নম্বৰ সাক্ষী উইলিয়ামক জীৱন্তে পাবলৈ বিচাৰিছিলা—একেবাৰে নিখুঁত ৰূপেই মানিপেনীৰ মৃত্যু ঘটাই তুমি বিচৰামতেই উইলিয়ামক তোমাৰ হাতত অৰ্পণ কৰা হ'ল।

আৰু শেষত কলা তোমাৰেই প্ৰেয়সী ট্ৰেচিক হত্যা কৰি তুমি পুলিচৰ সন্দেহৰ দৃষ্টিৰ পৰা মুক্ত হৈ থাকিব খোজা। যিহেতু তোমাৰ ভয় সোমাইছিল—পুলিচৰ আগত কিবা নকবলগীয়া কথা কৈ ট্ৰেচিয়ে তোমাক বিপদত পেলোৱাৰ সম্ভাৱনা আছে আৰু তুমি বিচাৰিছিলা যিকোনো প্ৰকাৰে তোমাৰ বিশ্বস্ত সহযোগী, তোমাৰ চিলভিয়া ফিল্মচৰ অন্যতম অংশীদাৰ ৰিচাৰ্দ, যি ৰিচাৰ্দ ট্ৰেচিৰ প্ৰতি যথেষ্ট দুৰ্বল সেই ৰিচাৰ্দক ট্ৰেচিৰ হত্যাকাণ্ডৰ লগত জড়িত কৰিব লাগে। সেই কাৰ্যও ইতিমধ্যে সফলতাৰে সম্পন্ন হৈছে। ফেজোৰ ! তুমি জানি সুখী হবা—ট্ৰেচি হত্যা অপৰাধত ৰিচাৰ্দ ইতিমধ্যে গ্ৰেপ্তাৰ হৈছে।

অ'ৱাণ্ডাৰফুল। ফেজোৰৰ মুখত এটা কুৎসিৎ হাঁহি—যেন এতিয়া আৰু ফেজোৰক বশ কৰোঁতা কোনো নাই। ফ্ৰেজাৰে এইবাৰ সজোৰে চিঞৰি উঠিল—এচ· কে· জি· তুমি সঁচাকৈয়ে এটা জিনিয়াচ। তোমাৰ বুদ্ধি, সাহসৰ তুলনা নহয়। তোমাৰ……

ৰবা ফেজোৰ ! অনৰ্থক তোষামোদৰ প্ৰয়োজন নাই। মই অৰ্থৰ বিনিময়তহে

তোমাৰ হৈ কাম কৰিছোঁ—এতিয়া মোৰ কাম শেষ। আশাকৰোঁ মোৰ প্ৰাপ্য-খিনি দি—মোক বিদায় দিলেই মই আনন্দিত হ'ম।

কিন্তু মাই ডিয়াৰ এচ. কে জি। সেই নিগেটিভখিনি মোৰ হাতত এতিয়াও পৰা নাই। যি নিগেটিভত মোৰ ব্যক্তিগত জীৱনৰ সকলো স্কেণ্ডেল আবদ্ধ হৈ আছে, যি নিগেটিভে মোৰ এই যশ প্ৰতিপত্তি এক মুহূৰ্তত ধূলিসাৎ কৰি দিব পাৰে। এজন বিশ্ববিখ্যাত চলচ্চিত্ৰ পৰিচালক ৰূপে মোৰ অভাৱনীয় যশস্যাৰ মৃত্যু যন্ত্ৰণা সেই নিগেটিভতে আবদ্ধ আছে। এই নিগেটিভ মোৰ হাতলৈ অহাটো মই বাঞ্চা কৰোঁ। মই ভাবোঁ এচ. কে. জি. তুমিয়েই একমাত্ৰ যোগ্য লোক যি—মোৰ হাতত নিগেটিভখিনি অৰ্পণ কৰিবলৈ সমৰ্থ হবা।

এচ. কে. জিৰ মুখত এটা কুটিল হাঁহি—নিগেটিভ? নিগেটিভ্ সংগ্ৰহ মোৰ দ্বাৰা নহ'ব। নিগেটিভ ক'ত ৰখা হৈছে সেই ঠাই দেখুৱাই দিব তোমাৰ হাততে এই অচল জাহাজত বন্দী হৈ থকা উইলিয়ামে আৰু এই দৈত্য দুটাই নিগেটিভ সংগ্ৰহ কৰিব। নহ'লে এই মূৰ্খ আফ্ৰিকান দৈত্য কেইটাকনো খুৱাই বুৱাই ৰাখিছা কিহৰ বাবে?

এচ. কে. জিৰ শ্লেষবাণীত ভুপাথী আৰু সফিউল্লা দুয়োৰে তেজ উথলি উঠিল। এই মুহূৰ্তত যেন দুয়ো এচ. কে. জি নামৰ মানুহটোৰ গাত জপিয়াই পৰিব।

কিন্তু ফেজাৰৰ ইঙ্গিতত দুয়ো তাপ মাৰি ৰ'ল।

সেই মুহূৰ্তত ফেজাৰৰ আলোচনা কক্ষত প্ৰৱেশ কৰিলে নেন্সী।

নেন্সীয়ে ভিতৰত প্ৰৱেশ কৰিয়েই চিঞৰি উঠিল - এইবোৰ কি? মোৰ ওপৰতো অত্যাচাৰ আৰম্ভ হৈ গ'ল দেখোন? ফেজাৰ তোমাৰ হিত সাধিব-লৈ গৈ মই মোৰ দলক প্ৰতাৰণা কৰিলোঁ, মোৰ সঙ্গী ডনাল্ডে মৃত্যুক সাবটি ল'লে, আনজন সঙ্গী উইলিয়ামো মৃত্যুৰ দুৱাৰডলিত। নিজৰ দলক প্ৰতাৰণা কৰি তোমাক উপকাৰ কৰাৰ পৰিণাম এয়েনেকি ফেজাৰ?

কিন্তু নেন্সী, তুমিতো মোৰ বাবে পেট্ৰিচিয়া আৰু ট্ৰেচিৰ ঠাই দখল কৰিবলৈ বিচাৰিছিলা? পেট্ৰিচিয়া হত্যাৰ তুমিও এগৰাকী প্ৰত্যক্ষ দৰ্শী। ট্ৰেচি নিহত হোৱাৰ খবৰ হয়তো তুমি শুনা নাই। গতিকে পেট্ৰিচিয়া আৰু ট্ৰেচিৰ অবিহনে এতিয়া তুমিয়েইতো মোৰ বাবে বৈ গলা নেন্সী। এতিয়া তোমাকে মই জীৱন লগৰী হিচাপে গ্ৰহণ কৰিবলৈ প্ৰস্তুত।

অসম্ভৱ ফেজাৰ। মোৰ কল্পনাৰ ফেজাৰ জন মোৰ মনৰ পৰা কেতিয়াবাই নোহোৱা হৈছে। মোৰ মনত তোমাৰ প্ৰতি আৰু এধানমানো শুভভাৱ নাই। চলচ্চিত্ৰৰ বিশ্ববিখ্যাত প্ৰযোজক পৰিচালক ফেজাৰৰ অন্ধকাৰ জীৱনৰ লগত মোৰ সম্পূৰ্ণ ৰূপে পৰিচয় ঘটিছে। এতিয়া মই মোৰ পূৰ্বৰ কাৰ্যৰ বাবে অনুশোচনাত দগ্ধ। এতিয়া মই বিচাৰোঁ মুক্তি।

কিন্তু নেন্সী, এবাৰলৈ তুমি ফেজাৰৰ জালত ধৰা দিলা যেতিয়া তুমি জানো

কাহানিবা মুক্তি পাম বুলি আশা কৰিব পাৰা ?

মোক মুকলি কৰি দিবই লাগিব ফেজাৰ, নহ'লে মই পুলিচক তোমাৰ কুকীৰ্তিৰ আদ্যোপান্ত কবলৈ বাধ্য হ'ম। কেনেকৈ পৰিকল্পিতভাৱে পেটি্চিয়াক হত্যা কৰিলা, কেনেকৈ ডনাল্ড আৰু উইলিয়াম নামৰ চোৰ দুটাক এই হত্যা ৰহস্যত জড়িত কৰি পেলালা, তুমি কিয় তোমাৰ নিৰ্মীয়মান ছবি ইট্ হেপেন্ড ইন্ ৱান নাইটত পেটি্চিয়াক নায়িকাৰূপে পাবলৈ অহোপুৰুষাৰ্থ কৰিছিলা, কিয় তোমাৰ প্ৰেমিকা টেচিক অৱহেলা কৰি পেটি্চিয়াৰ লগত পুনৰবাৰ প্ৰেমৰ অভিনয় আৰম্ভ কৰিছিলা এই সকলো কথাই মই পুলিচক ক'ম। মই ক'ম—অৰ্থসঙ্কটত ধোঁৱা-কোৱা দেখা ফেজাৰে পেটি্চিয়াৰ বিস্তৰ ধন হাত কৰিবলৈ প্ৰয়াস কৰিছিল। কিন্তু ফেজাৰ—তুমি পেটি্চিয়াক কিয় হত্যা কৰিলা সেই কথাও মই জানো। পেটি্চিয়াই তোমাৰ ইট্ হেপেন্ড ইন্ ৱান নাইটত অভিনয় কৰিবলৈ সম্মতি দিছিল এটা উদ্দেশ্যলৈহে। তুমি সেই কথা পলমকৈ বুজিব পাৰিছিলা।

তুমি বিশ্ববিখ্যাত হৈ পৰিছিলা—শ্ৰেষ্ঠ ছবিৰ প্ৰযোজক পৰিচালক হিচাপে। যদিও তোমাৰ শেহতীয়া ছবি দুখনে বক্স অফিচত শোচনীয়ভাৱে ব্যৰ্থ হৈছিল—তথাপিও তুমি শ্ৰেষ্ঠ পৰিচালক হিচাপে শিৰ দাঙিয়েই থিয় হৈ ৰৈছিলা, সেয়ে পেটি্চিয়াই বিচাৰিছিল—তুমি শ্ৰেষ্ঠ এটা চৈতান, তুমি যে এটা স্কাউণ্ড্ৰেল সেই কথা সবাকে উদঙাই দেখুওৱা।

পেটি্চিয়াই তোমাৰ ভুৱা আৱৰণ মোকলাই দিবলৈ উঠিপৰি লাগিছিল।—সেয়ে পেটি্চিয়াৰ হত্যাৰ আঁচনি। কিন্তু কপালত দুখ থাকিলে তাক ভোগ কৰিবই লাগিব—সেয়ে মই তোমাৰ অভিসন্ধিত ভোল গলোঁ।

ফেজাৰ চিগাৰেত এটা দীঘলীয়া টান দি—এমুখ ধোঁৱা এৰি দি মুখত হাঁহি বুলালে আৰু নেন্সীৰ কথাত সামান্যতমো উত্তেজিত নহৈ ধীৰ স্বৰেৰে ক'লে—নেন্সী মাই লাভ, তুমি সত্যৰ অপলাপ কৰা নাই।

তুমি ঠিকেই কৈছা নেন্সী—অৰ্থৰ বাবেই ভালেমান দিনৰ বিচ্ছেদৰ পিছতো মই পেটি্চিয়াৰ লগত পুনৰ সম্পৰ্ক গঢ়ি তুলিবলৈ প্ৰয়াস কৰিছিলোঁ। অৱশ্যে মই পলমকৈ হ'লেও বুজিছিলোঁ পেটি্চিয়াই মোৰ অন্ধকাৰ জীৱনৰ এটা দিশ মুকলি কৰি দি মোৰ যশস্যা, প্ৰতিপত্তি, সৰ্ববহীতা পতনমুখী কৰিবলৈ তলে তলে চেষ্টা চলাই গৈছিল। যাৰ ফলত ...।

সি যিয়েই হওক নেন্সী—তোমাক এতিয়া মুকলি কৰি দিলেও—পুলিচৰ শিয়ান দৃষ্টিৰ পৰা তুমি আৰু বেহাই নোপোৱা। আনহাতে পুলিচৰ কৱলত পৰিলে তুমি ইচ্ছা নকৰিলেও তোমাৰ মুখৰ পৰা সিহঁতে ঠিকেই কথা বাহিৰ কৰি ল'ব। গতিকে তোমাক মুকলি কৰি দিলে তোমাৰ বাবেও বিপদ, মোৰ বাবেও বিপদ। আনহাতে নেন্সী তুমি নিজৰ দলকো প্ৰতাৰণা কৰি মোৰ যি উপকাৰ সাধিলা সেয়ে তোমাৰ প্ৰতি মোৰ ভালপোৱা উথলি উঠিছে।

সেয়ে ডার্লিং—মই তোমাক চিৰকাললৈ মোৰ আয়ত্ত্বতে ৰাখিব খোজোঁ। মই তোমাক শ্ৰেষ্ঠ পুৰস্কাৰৰেও পুৰস্কৃত কৰিম।

নেন্সী আৰু ফ্ৰেজাৰৰ কথোপকথনৰ এই দীৰ্ঘ সময়খিনিত এচ. কে. জিয়ে নিবিষ্ট মনে সুৰাতে মত্ত হৈ ৰ'ল। যেন পৃথিৱীৰ কোনো সমস্যাই এই এচ. কে. জি. নামৰ ভয়াবহ মানুহটোক কোনোপধ্যেই বিতত কৰিব নোৱাৰে।

ফ্ৰেজাৰে এইবাৰ এচ. কে. জিলৈ চাই ক'লে—এচ. কে. জি তুমিয়েই কোৱা-চোন, এই যুৱতীয়ে নিজৰ দলক প্ৰতাৰণা কৰিও মোক বহুতো উপকাৰ কৰিছে, তেনেস্থলত এই যুৱতীক মই শ্ৰেষ্ঠ পুৰস্কাৰে পুৰস্কৃত কৰিব খোজোঁ।

কি পুৰস্কাৰৰে পুৰস্কৃত কৰিলে যুৱতীৰ প্ৰতি সুবিচাৰ কৰা হ'ব—তুমি কিবা পৰামৰ্শ দিব পাৰানে?

এচ. কে. জিয়ে সামান্য মূৰ দাঙি নেন্সীলৈ চালে—তাৰপিছত ওঁঠেদি এটা বীভৎস হাঁহি বাগৰিল। যুৱতী গৰাকীৰ বাবে শ্ৰেষ্ঠ পুৰস্কাৰ এটাই হ'ব পাৰে—প্ৰাণদণ্ড।

প্ৰাণদণ্ড? ৱাণ্ডাৰফুল এচ. কে. জি, ময়ো সেই কথাই চিন্তা কৰিছিলোঁ। প্ৰতাৰক, বিশ্বাসঘাতকৰ তাতকৈ আৰু কি শ্ৰেষ্ঠ পুৰস্কাৰ হ'ব?

ফ্ৰেজাৰৰ কথাত নেন্সীয়ে আতংকত চিঞৰি উঠিল—ইউ ব্ৰুট, ইউ বাষ্টাৰ্ড—নিজৰ দলক প্ৰতাৰণা কৰি তোক উপকাৰ কৰাৰ এয়ে প্ৰতিদান? মই তোৰ কলংক গোটেই পৃথিৱীতে প্ৰচাৰ কৰিম। মই তোক শুদাই নেৰোঁ।

ফ্ৰেজাৰে পূৰ্বৰ ধীৰ স্বৰতে ক'লে—নেন্সী, উত্তেজিত হোৱাৰ কাৰণ নাই। মই তোমাক ওজন কৰি চাইছিলোঁ মাথোন। মইনো তোমাৰ উপকাৰ কাহানিবা পাহৰিব পাৰোঁনে? শুনা নেন্সী তুমি বিচৰা মতেই তুমি এতিয়া মুক্ত। বাহিৰত স্পীড ব'ট আছে। এই বিশাল সাগৰৰ এই আওহতীয়া অঞ্চলৰ অচল জাহাজৰ পৰা তোমাক মোৰ মানুহে স্পীড ব'টত নি বন্দৰত নমাই থৈ আহিব। আশাকৰোঁ তোমাৰ ভৱিষ্যত সুখ স্বাচ্ছন্দ্যৰে পূৰ্ণ হ'ব।

ফ্ৰেজাৰৰ কথাৰ পৰিবৰ্তনত নেন্সীয়ে থৰমৎ খালে—তাৰ মানে নেন্সী মুক্ত। এই নিৰ্দয় মানুহটোৰ পৰা, প্ৰাণদণ্ডৰ আদেশৰ পৰা তাৰ মানে নেন্সীয়ে ৰেহাই পালে?

নেন্সীয়ে আৰু একমুহূৰ্তও এই পাপভূমিত প্ৰতীক্ষা কৰাৰ ধৈৰ্য নহ'ল। ধীৰ পদক্ষেপে নেন্সীয়ে প্ৰৱেশ পথৰ ফালে অগ্ৰসৰ হ'ল। স্পীড ব'টত উঠি কোনোমতে বন্দৰ পালে নেন্সীয়ে এই অপৰাধ জগতৰ দুৰ্বহ জীৱন ত্যাগ কৰি নতুনকৈ সহজ সৰল জীৱন গঢ়ি তুলিব। অৰ্থৰ লোভে নেন্সীক যেন অন্ধ কৰি পেলাইছিল।

সাগৰৰ প্ৰচণ্ড ঢৌৱে এই অচল জাহাজত খুন্দা খাই খলকনি তুলিছিল।

নেন্সীয়ে এবাৰ মূৰটো ঘূৰাই ফ্ৰেজাৰলৈ চালে। তাৰপিছত খৰখোজেৰে

কেবিনৰ বাহিৰলৈ খোজ পেলালে।

ফ্লেজাৰে এই মুহূৰ্তলৈকে অপেক্ষা কৰি আছিল। আৰু কেইবা খোজমান নেন্সীয়ে অগ্ৰসৰ হোৱাৰ পিছতে ফ্লেজাৰে এটা চুইচত হাত দিলে—ফ্ল'ৰত এটা গাঁতৰ সৃষ্টি হ'ল—তৰ্কৰ নোৱাৰাকৈ নেন্সী তললৈ খহি পৰিল।

এটা আতংকৰ চিঞৰ ভাহি আহিল।

ফ্লাৰৰ গাত আকৌ আগৰ দৰেই সমান হৈ গ'ল।

ফ্লেজাৰে এচ· কে· জি লৈ চাই নিজৰ আত্মতুষ্টিত নিজেই উচ্চ স্বৰত হাঁহিবলৈ ধৰিলে। জাহাজৰ তলিত থকা মোৰ পোহনীয়া ঘৰিয়াল দুটাই বহুদিন মানুহৰ মঙহ খাবলৈ পোৱা নাই। নেন্সীৰ দৰে যৌৱনে হিল্লোল তোলা, যুৱতীৰ কোমল মঙহ খাই সিহঁতে নিশ্চয় তৃপ্তি পাব। আজি মই কিমান সুখী—মোৰ অন্ধকাৰ জগতৰ পৰিচয় জনা সকলো শেষ। এতিয়া মই—মোৰ অন্ধকাৰ জীৱনৰ ডকুমেণ্টচখিনি উদ্ধাৰ কৰিব পাৰিলেই নিষ্কণ্টক।

ফ্লেজাৰৰ কথাত এচ· কে· জিৰ কোনো ভাবান্তৰ নাই।

আৰু খন্তেক অতিবাহিত হ'ল।

এইবাৰ এচ· কে· জিয়ে ফ্লেজাৰলৈ চাই ক'লে—ফ্লেজাৰ মই তোমাৰ ইয়াত মদখাই কথাৰ মহলা মাৰিবলৈ আহা নাই—মোক শীঘ্ৰেই বিদায় কৰিলেই সুখী হ'ম।

ফ্লেজাৰে এইবাৰ সম্ভ্ৰমৰে ক'লে—এচ· কে· জি. তোমাৰ প্ৰাপ্য ধন এতিয়াই পাবা। তুমি মোৰ যি উপকাৰ সাধন কৰিলা—সি মোৰ সদায়েই মনত ৰ'ব। নহ'লে মোৰ কি সাধ্য—ইমান নিখুঁতভাৱে মানিপেনী আৰু ট্ৰেচিক নিহত কৰা।

সঁচাকৈয়ে এচ· কে· জি·—তোমাৰ পাৰ্গতালীৰ কোনো তুলনা নহয়। তুমি শতেক বাধা নেওচি কেনেকৈ যে সুকলমে সকলো কাম সমাধা কৰা সেই কথা শুনিলেই মই বিচুৰ্তি খাওঁ।

এচ কে· জিৰ মুখত বিৰক্তিৰ ভাব। ফ্লেজাৰ, প্ৰশংসাৰ ফুলজাৰীৰ আৱশ্যক নাই। মই অৰ্থৰ বিনিময়তহে কাম কৰিছোঁ। এতিয়া মোৰ প্ৰাপ্যধন মোৰ হাতত পৰিলেই মই বিদায় ল'ম।

ফ্লেজাৰে এইবাৰ এচ· কে· জিলৈ এখন চেক আগবঢ়ালে। এইয়া পঁচিশ হেজাৰ ডলাৰৰ চেক্। তোমাৰ প্ৰাপ্য ধন।

চেক? এচ· কে. জিয়ে অৱজ্ঞাৰে চেকখন—আঙুলিৰে টোকৰ মাৰি ফ্লেজাৰলৈ ঠেলি দিলে। চেকৰ কাৰবাৰ নাই ফ্লেজাৰ—মই বিচাৰো নগদ ধন। আৰু পঁচিশ হেজাৰ ডলাৰ? মোৰ প্ৰাপ্য তো পঁচিশ হেজাৰ নহয়—মই পাম পঁয়ত্ৰিশ হেজাৰ ডলাৰ।

পঁয়ত্ৰিশ হেজাৰ?

পঁচিশ হেজাৰ মানিপেনী আৰু ট্ৰেচিক নিহতৰ বাবে। আৰু দহ হেজাৰ পৌষ্টিচিয়া আৰু নেন্সীৰ হত্যাকাৰীৰ পৰিচয় গোপনে ৰখাৰ বাবে।

অসম্ভৱ। মই তোমাক পঁচিশ হেজাৰ ডলাৰ দিম বুলিহে কথা দিছিলোঁ—গতিকে তাৰ এক পইচাও বেছি নিদিওঁ। ঠিক আছে—তুমি নগদ ধন বিচাৰিছা, সেয়ে হ'ব—কণ্টিনেণ্টেল বেংকত মই চেক ভঙাই তোমাক নগদ ধন দিম। কিন্তু পঁচিশ হেজাৰৰ এক পইচাও বেছি নহয়।

এচ. কে. জিৰ ওঁঠত হাঁহি—মাই দিয়াৰ ফ্রেজাৰ, তুমি নিশ্চয় মূৰ্খ নহয়। পোর্ট্রিচিয়া আৰু নেন্সীৰ হত্যাকাৰীৰ পৰিচয় গোপনে ৰখাৰ মূল্য দহহেজাৰ ডলাৰ একো বেছি নহয়। সি যিয়েই হওক ফ্রেজাৰ—তোমাক দহ ঘণ্টা সময় দিয়া হ'ল—ঠিক দহঘণ্টাৰ পিছত কণ্টিনেণ্টেলবেংকৰপৰা পঁয়ত্রিশ হেজাৰ ডলাৰ নগদ ধন মোৰ হাতত পৰিব লাগিব। নহ'লে ইয়াৰ পৰিণাম শুভ নহ'ব বুলি নিশ্চই মই বুজাই নক'লেও হ'ব।

এচ. কে. জি থিয় হ'ল—আৰু সামান্য সৌজন্যও নকৰাকৈ প্রৱেশ পথৰ ফালে খোজ পেলালে।

ফ্রেজাৰে যেন সম্বিৎ ঘূৰাই পালে। তৎমূহূৰ্ত্তে ফ্রেজাৰে ভূপাথীক ইঙ্গিত দিলে—।

ভূপাথী যেন ফ্রেজাৰৰ এই নিৰ্দ্দেশলৈ সাজু হৈয়েই আছিল—ফ্রেজাৰৰ নিৰ্দ্দেশ পাইয়েই ভূপাথীয়ে হাতত এখন তীক্ষ্ণ চুৰি সাজু কৰি ল'লে।

এচ. কে. জিয়ে নিৰ্ভয়ে প্রৱেশ পথৰ ফালে অগ্রসৰ হৈছে।

এক মুহূৰ্ত্ত—ভূপাথীয়ে ওঁঠত চুৰি খন লগাই চুমা খালে আৰু এচ. কে. জিক একেটা আক্রমণতে লক্ষ্যত পেলাবলৈ—হাতটো দাঙিলে।

কিন্তু সেই মুহূৰ্ত্তে—এটা গুলী আহি ভূপাথীৰ হাতত লাগিল। তীক্ষ্ণ চুৰি ভূপাথীৰ হাতৰ পৰা ছিটিকি গ'ল। ভূপাথীৰ হাতৰ দুটা আঙুলি গুলীৰ আঘাতত উৰ্ভাৰি গ'ল। তীব্র আৰ্ত্তনাদ কৰি ভূপাথী বহি পৰিল।

ফ্রেজাৰৰ চকু বহল হ'ল—এচ. কে. জিয়ে—পিছলৈ উভতি নোচোৱাকৈ কেনেকৈয়ে জানিলে ভূপাথীয়ে তেওঁক আক্রমণ কৰিব খুজিছে? আচৰিত—একেবাৰে অব্যৰ্থ লক্ষ্য। পিছলৈ নোচোৱাকৈয়ে এচ. কে. জিয়ে মৰা গুলী একেবাৰে ভূপাথীৰ হাতত লাগিল।

এচ. কে. জিয়ে বিভলভাৰত এটা ফুমাৰি আগৰ ঠাইত থৈ আকৌ আগৰ দৰেই খোজ পেলালে।

ফ্রেজাৰে বুজিলে এই এচ. কে. জিৰ বাবে এনেয়ে স্কটলেণ্ড ইয়াৰ্ড, ৱেষ্টাৰ্ন লিয়েজনৰ টোপনি হৰণ হোৱা নাই। সঁচাকৈয়ে এচ. কে. জি এটা জিনিয়াচ।

এচ. কে. জিৰ লগত ফেপেৰি পতা মানে নিজৰ বিপদ নিজেই চমু চপাই লোৱাহে।

পুলিচ লেফটেনেণ্ট হাৰ্চিনৰ কপালত গভীৰ চিন্তাৰ ৰেখা।

এই আকস্মিক আহ্বান কিয় ? প্ৰখ্যাত চিত্ৰাভিনেত্ৰী পেট্ৰিচিয়া নিহতৰ সমাধান এতিয়াও সু-সম্পন্ন হোৱা নাই। পেট্ৰিচিয়াৰ নিহতকাৰীৰ শৃংসূত্ৰ উদ্ধাৰ কৰিবলৈ গৈ পুলিচে বাৰুকৈয়ে বিপৰ্যস্ত হৈছে। কিন্তু তথাপিও নিশ্চিতভাৱে পেট্ৰিচিয়া নিহতকাৰী সমাধান সূত্ৰ বিচাৰি পাব পৰা হোৱা নাই।

তৃতীয় মহলাত বাৰ্ডিন লিফ্টৰ পৰা নামি এটা ঠেক পেচেজিদি অগ্ৰসৰ হ'ল। মনত গভীৰ উৎকণ্ঠা। তাৰপিছত এটা দীঘলীয়া লাউঞ্জ অতিক্ৰমি ডাঠ ৰঙা পৰ্দা অৰা ৰুমটোৰ চুইং ড'ৰ ঠেলি প্ৰৱেশ কৰিলে।

ৰুমত প্ৰৱেশ কৰিয়েই বাৰ্ডিনৰ চকুত পৰিল সুন্দৰী আইলীনে মনোযোগৰে কিবা এটা লিপিবন্ধ কৰিছে।

বাৰ্ডিনৰ আগমনত আইলীনে মূৰ দাঙি চালে আৰু মুখত মিচিকি হাঁহি বুলাই শুভ আগমন জনালে।

প্ৰত্যুত্তৰত বাৰ্ডিনে মূৰ দুপিয়ালে আৰু সুধিলে এই আকস্মিক আহ্বান কিয় ?

আইলীনে বাৰ্ডিনৰ প্ৰশ্নৰ উত্তৰ দিবলৈ প্ৰয়াস নকৰি ইণ্টাৰকমত-বাৰ্ডিনৰ আগমনৰ কথা জনালে।

এক মুহূৰ্ত। আইলীনে বাৰ্ডিনলৈ চাই ক'লে—বচে শুভ আগমন জনাইছে।

বাৰ্ডিনে ক্ষীপ্ৰতাৰে পুলিচ বিষয়াৰ একাষে থকা সেউজীয়া পৰ্দা দাঙি ভিতৰত প্ৰৱেশ কৰিলে।

ভিতৰত এটা গমগমীয়া পৰিবেশ।

পুলিচ ডেপুটি চিফ কনৰাডে গভীৰ মনোযোগৰে এটা শকত ফাইলত চকু বুলাইছে।

কনৰাডে মূৰ দাঙি তোলাৰ আগতে বাৰ্ডিনে সম্ভ্ৰমৰে অভিবাদন জনালে।

কনৰাডে ফাইলত থকা দৃষ্টিৰ পৰা সামান্য মূৰ দাঙি চকুৰ ঠাৰেৰেই বাৰ্ডিনক সন্মুখৰ আসন গ্ৰহণ কৰিবলৈ ক'লে।

খন্তেক নীৰবেই অতিবাহিত হ'ল।

এইবাৰ কনৰাডে ফাইলটো অলপ আগলৈ ঠেলি আৰামকৈ বহি বাৰ্ডিনক উদ্দেশ্য কৰি ক'লে—মিঃ বাৰ্ডিন, পেট্ৰিচিয়া হত্যা ৰহস্যত আমি প্ৰায় শেষ স্তৰত উপনীত হৈছোঁ যদিও হত্যাকাৰীৰ নিশ্চিত সমাধান আমি এতিয়াও কৰিব পৰা নাই।

অৱশ্যে আশা ৰাখিছোঁ—আমি অচিৰেই এই হত্যাৰহস্য উন্মোচন কৰিব পাৰিম। মই আকৌ এবাৰ খৰচি মাৰি পেট্ৰিচিয়া হত্যাৰ ফাইলটোত চকু ফুৰাই চাইছোঁ। আৰু তোমাকো সেইবাবেই জৰুৰী ভাৱে আহ্বান জনোৱা [illegible]। তদুপৰি শেহতীয়াভাৱে সাৰ্জেণ্ট [illegible] [illegible] [illegible] [illegible] [illegible] [illegible] প্ৰমাণিত [illegible] [illegible] পেট্ৰিচিয়া [illegible] [illegible] [illegible] [illegible] [illegible]

হ'ব—যিজন লোকক কেন্দ্ৰ কৰি হয়তো সমগ্ৰ বিশ্বতে সেই বাতৰিৰ পম খেদি তোলপাৰ লাগি পৰিব।

পেট্ৰিচিয়াৰ হত্যাকাৰী ৰূপে আনুষঙ্গিক বাতাবৰণ চাই সেইজন লোককে সবাতোকৈ বেছি সন্দেহ হয় বুলি তোমাৰ এনকোৱাৰি ৰিপৰ্টতো উল্লেখ আছে।

কিন্তু বাৰ্ডিন, মই তোমালোকক এতিয়াই সাৱধান কৰি দিব খুজিছোঁ—এনে এজন বিশ্ববিখ্যাত সৰবৰহী লোকক হত্যাকাৰী ৰূপে অথবা হত্যাকাণ্ডত ওতঃপ্ৰোতভাৱে জড়িত বুলি অভিযুক্ত কৰাৰ আগতে আমি নিশ্চয় অধিক যুক্তি সহকাৰে নিৰ্ভৰযোগ্য হ'ব লাগিব যে—তেৱেঁই পেট্ৰিচিয়াৰ প্ৰকৃত হত্যাকাৰী অথবা তেওঁৰ নিৰ্দেশতে পেট্ৰিচিয়াক হত্যা কৰা হৈছে।

ঠিকেই চাৰ, সেই ক্ষেত্ৰত মোৰ দ্বিমত নাই। সেই বিষয়েময়ো গভীৰভাৱে চিন্তা কৰি চাইছোঁ—আমি ফ্ৰেজাৰৰ বিৰুদ্ধে এনে সুদৃঢ় প্ৰমাণ সংগ্ৰহ কৰিব লাগিব যে—বিশ্ববিখ্যাত কথাছবিৰ প্ৰযোজক, পৰিচালক আৰু নিহত চিত্ৰাভিনেত্ৰী পেট্ৰিচিয়াৰ ভূতপূৰ্ব স্বামী—ফ্ৰেজাৰ, হত্যাকাৰী নহয় বুলি কোনোমতেই যুক্তি প্ৰদৰ্শাব নোৱাৰে।—কিন্তু চাৰ—

ৰ'বা বাৰ্ডিন, উইলিয়াম আৰু নেন্সীৰ কিবা সন্ধান পালানে?

তাকেই কব খুজিছোঁ চাৰ, চেদাম্পটন বন্দৰৰ চাৰ্জেলাচ ৰ'ডৰ 'চানফ্লাৱাৰ' নামে এটা জৰাজীৰ্ণ অট্টালিকাত প্ৰখ্যাত চিত্ৰাভিনেত্ৰীৰ স্তূপীকৃত হীৰা-মুকুতা আৰু ধন-সোণ অপহৰণৰ আঁচনিৰ পাতনি মেলা হৈছিল। সম্ভৱ আপোনাক নক'লেও হ'ব এই চেদাম্পটন লণ্ডনৰ ওচৰৰ সেই প্ৰখ্যাত চেদাম্পটন বন্দৰ নহয়। এই বন্দৰ নৰ্থ আটলাণ্টিকৰ এটা ক্ষুদ্ৰ বন্দৰ। 'মিছেছ ফোদাৰগিল কম্বাইন' যি সম্ভ্ৰান্ত মানুহৰ ঘৰত চাকৰ নাকৰ আচবাব-পত্ৰ আদিৰ যোগান ধৰিছিল, সেই ফোদাৰগিল কম্বাইনৰ স্বত্ত্বাধিকাৰী মিছেছ ফোদাৰগিল নামৰ এগৰাকী বৃদ্ধা, নিৰ্দয়া মহিলাই প্ৰথমে পেট্ৰিচিয়াৰ ধনসোণ অপহৰণৰ প্ৰস্তাৱ দাঙি ধৰিছিল আৰু মিছেছ ফোদাৰগিলক সহযোগ আগবঢ়াবলৈ আগবাঢ়ি আহিছিল দুটা গভাইত চোৰ—উইলিয়াম আৰু ডনাল্ড। নেন্সী নামৰ এগৰাকী মডেল-গাৰ্লও অৰ্থৰ লোভত পৰি মিছেছ ফোদাৰগিলৰ লগ লাগিছিল। আৰু নেন্সীকে মিছেছ ফোদাৰগিলে—পেট্ৰিচিয়াই বিচৰামতেই পেট্ৰিচিয়াৰ ব্যক্তিগত পৰিচাৰিকা হিচাপে যোগান ধৰিছিল।

মিছেছ ফোদাৰগিলৰ দলৰ নেন্সীৰ প্ৰতি নিৰ্দেশ আছিল যাতে—নেন্সীয়ে নিজ দক্ষতাৰে পেট্ৰিচিয়াৰ ব্যক্তিগত পৰিচাৰিকা হিচাপে বিশ্বাসভাজন হ'ব পাৰে। সেই অনুক্ৰমেই নেন্সী অচিৰেই পেট্ৰিচিয়াৰ প্ৰিয়পাত্ৰী হৈপৰিল আৰু নেন্সীয়ে পেট্ৰিচিয়াৰ ধনসোণ হীৰামুকুতা স্তূপীকৃত লকাৰৰ নিখুঁত বিৱৰণ মিছেছ ফোদাৰগিলকম্বাইনক যথা সময়ত যোগান ধৰিলে।

নেন্সীৰ সহযোগত সম্পূৰ্ণ বিৱৰণ আহৰণ কৰি মিছেছ ফোদাৰগিলে পেট্ৰি-

চিয়াৰ ধনসোণ অপহৰণৰ এটা সন্দেৰ আঁচনি গাঢ় তুলিলে। ধনসোণ অপহৰণৰ দায়িত্ব ব'ল উইলিয়াম আৰু ডনাল্ড নামৰ সেই চোৰ দুটা।
নেন্সীয়ে পেটিট্ৰিচিয়াৰ জন্মদিনৰ উৎসৱৰ দনটোৱেই লুট কৰিবলৈ উপযুক্ত হ'ব বুলি সাব্যস্ত কৰিলে। পেটিট্ৰিচিয়াৰ বাসগৃহৰ চাকৰ নাকৰক কোকেন খুৱাই বেহুচ কৰাৰ দায়িত্ব ল'লে নেন্সীয়ে।
আঁচনি মতেই সকলো দিশৰে কাম সু-সম্পন্ন হ'ল যদিও উইলিয়াম আৰু ডনাল্ড নামৰ চোৰ দুটাই অট'মেটিক কেমেৰাত নিজৰ ছবি আৱদ্ধ কৰি থৈ ধনসোণত হাত লগাবলৈ সুযোগ নোপোৱাকৈ পলাবলৈ বাধ্য হ'ল। যিহেতু পেটিট্ৰিচিয়াৰ প্ৰকৃত হত্যাকাৰীয়ে উইলিয়াম আৰু ডনাল্ডক পেটিট্ৰিচিয়াৰ হত্যাৰ লগত জড়িত কৰিব খুজিছিল আৰু নেন্সীয়ে উইলিয়াম আৰু ডনাল্ডক প্ৰকৃত হত্যাকাৰীৰ নিৰ্দেশমতে হয়তো প্ৰতাৰণা কৰি পেটিট্ৰিচিয়া হত্যাৰ লগত পোনপটীয়াকৈ জড়িত কৰিব খুজিছিল।
নেন্সীৰ এই বিশ্বাসঘাতকতাৰ ফলতে উইলিয়াম আৰু ডনাল্ডৰ ছ'ৱি অট'মেটিক কেমেৰাত আৱদ্ধ হৈ ৰ'ল। প্ৰকৃততে হত্যাকাৰীয়ে বিচাৰিছিল—ধন-সোণ লুট কৰিবলৈ আহি উইলিয়াম আৰু ডনাল্ডেই পেটিট্ৰিচিয়াক হত্যা কৰা বুলি প্ৰমাণিত হোৱা।
কিন্তু প্ৰথম পৰ্যায়ৰ অনুসন্ধানতে আমাৰ ধাৰণা হ'ল—বিভলভাৰ সহ অট'মেটিক কেমেৰাত আৱদ্ধ ছবিৰ চোৰ দুটা পেটিট্ৰিচিয়াৰ প্ৰকৃত হত্যাকাৰী নহ'বও পাৰে। হয়তো প্ৰকৃত হত্যাকাৰীয়ে কৌশলৰে উইলিয়াম আৰু ডনাল্ড নামৰ চোৰ দুটাক হত্যাকাৰী ৰূপে প্ৰতিপন্ন কৰাৰ প্ৰয়াস কৰিছিল।
উইলিয়াম আৰু ডনাল্ডক আমি বিচৰা আৰম্ভ কৰিলোঁ আৰু ডনাল্ড নামৰ চোৰজন অনতিবিলম্বে সাৰ্জেণ্ট ওৱাৰ্‌ম্যানৰ হাতত জব্দ হ'ল।
কিন্তু পুলিচৰ হাতত থাকোঁতেই কোনো আততায়ীয়ে আকস্মিকভাৱে ডনাল্ডক নিহত কৰিলে। সেয়ে দৃঢ় প্ৰতিপন্ন কৰিলে যে উইলিয়াম আৰু ডনাল্ড নামৰ চোৰ দুটা যদি পেটিট্ৰিচিয়াৰ নিহতকাৰী হয়ও, এই হত্যাৰ অন্তৰালত যে কোনো শক্তিশালী দলৰ দৃঢ় হাত আছে সেইকথা অনুমান কৰি লোৱাত অসুবিধা নাই। নহ'লে এই সামান্য চোৰ দুটাই এনেদৰে পেট্ৰিচিয়াক হত্যাৰ কথা যুক্তিৰে মানি লব নোৱাৰি।
তাৰপিছত আৰম্ভ হ'ল আমাৰ দ্বিতীয় পৰ্যায়ৰ অনুসন্ধান। অট'মেটিক কেমেৰাৰ ছবিত আৱদ্ধ হৈ থকা এজন নিহত হোৱাৰ পিছত আমি উইলিয়ামৰ চলাথ আৰম্ভ কৰিলোঁ। তেতিয়াই আমি চেদাম্পটন বন্দৰৰ চাৰ্জেলাচ ৰ'ডৰ চানফ্লাৱাৰ নামৰ জৰাজীৰ্ণ অট্টালিকাত অৱস্থিত মিছেছ ফোদাৰগিল কম্বাইনৰ সত্তাধিকাৰী ফোদাৰগিল নামৰ বৃদ্ধাক জব্দ কৰিবলৈ সমৰ্থ হলোঁ।
পুলিচৰ ভাবুকিত মিছেছ ফোদাৰগিলে স্বীকাৰ কৰিবলৈ বাধ্য হ'ল—ডনাল্ড, উইলিয়াম আৰু নেন্সীক লৈ চিত্ৰাভিনেত্ৰী পেট্ৰিচিয়াৰ অপৰ্যাপ্ত পৰিমাণে একাধন-

সোণ হীৰা-মুকুতা অপহৰণৰ আঁচনি মিছেছ ফোদাৰিগঞ্জ কম্বাইনৰ অফিচতে সৃষ্টি হোৱা কথাতো মিছা নহয়। কিন্তু পেটিট্ৰিচিয়াক হত্যা কৰাৰ মতলব তেওঁৰ দলৰ নাছিল। মিছেছ ফোদাৰিগিলে পুলিচৰ আগত স্বীকাৰ কৰিছে যে—নেন্সী বোলা ছোৱালীজনীয়ে শেষ মুহূৰ্তত তেওঁৰ দলক প্ৰতাৰণা কৰিছিল। কিয়নো নেন্সীয়ে সকলো সু-পৰিকল্পিতভাৱে পেট্ৰিচিয়াৰ লকাৰ ভাঙি সুযোগ উলিয়াই দিয়াৰ পিছতো অট'মেটিক কেমেৰাৰ কথা গোপনে ৰাখিছিল। নেন্সীৰ এই গোপনীয়তাৰ অন্তৰালত কু-অভিসন্ধি নিহিত আছিল। প্ৰকৃতপক্ষে আচল হত্যাকাৰীৰ নিৰ্দেশতে নেন্সীয়ে ডনাল্ড আৰু উইলিয়ামক পেট্ৰিচিয়াৰ হত্যাকাৰী ৰূপে সু-প্ৰমাণিত কৰিবলৈ এই কৌশল অৱলম্বন কৰিছিল।

কিন্তু বাৰ্ডেন—উইলিয়াম আৰু নেন্সীৰ কিবা শুংসূত্ৰ ?

পুলিচে অশেষ চেষ্টা কৰিও উইলিয়াম আৰু নেন্সীক এতিয়াও জব্দ কৰিব পৰা নাই।

ফ্ৰেজাৰেই যে পেট্ৰিচিয়াৰ প্ৰকৃত হত্যাকাৰী অথবা ফ্ৰেজাৰৰ নিৰ্দেশতে যে পেট্ৰিচিয়াক নিহত কৰা হৈছে এই ক্ষেত্ৰত তুমি কিমানদূৰ নিশ্চিত হ'ব পাৰিছা —বাৰ্ডেন ?

হয় চাৰ টেট্ৰিচ হত্যাৰ আগলৈকে ফ্ৰেজাৰকো যে পেটিট্ৰিচিয়া হত্যাত জড়িত কৰিব পাৰি সেইকথা আমাৰ মনলৈ আহিলেও ফ্ৰেজাৰৰ দৰে এজন প্ৰখ্যাত সৰবৰহীলোকক পোনপটীয়াকৈ এই হত্যাত জড়িত কৰিবলৈ সামান্য জড়তা আছিল। কিন্তু ফ্ৰেজাৰৰ চেক্ৰেটৰী আৰু প্ৰেয়সী টেট্ৰিচক হত্যাৰ অপৰাধত সন্দেহৰ বশবৰ্তী হৈ বিচাৰ্দক গ্ৰেপ্তাৰ কৰাৰ পিছতে—ফ্ৰেজাৰৰ নেপথ্যৰ বহুতো কাহিনী আমি আহৰণ কৰিলোঁ।

প্ৰথমেই বিচাৰ্দে নিজকে নিৰ্দোষী প্ৰমাণ কৰিবলৈ ফ্ৰেজাৰৰ সকলোৰে অগোচৰে থকা অন্ধকাৰ জীৱনৰ এনে কিছু ষড়যন্ত্ৰ আৰু অসৎ উদ্দেশ্যৰ আভাস দিলে যে আমি—ফ্ৰেজাৰৰ এটা ছদ্মবেশী নতুন ৰূপ দেখা পালোঁ। বিচাৰ্দেই আমাক ক'লে—পেটিট্ৰিচিয়াই ফ্ৰেজাৰৰ নিৰ্মিয়মান ব্যয়বহুল ছবি ইট্ হেপেনড ইন ৱান নাইটত কিয় অভিনয় কৰিবলৈ মান্তি হৈছিল—তাৰ অন্তৰালৰ কাহিনী।

এইবাৰ পুলিচ ডেপুটি চীফ কনৰাডে নিজৰ গান মেটেলৰে তৈয়াৰী সোণালী চিগাৰেট কেচৰ পৰা তিনিটা সোণালী ৰিং থকা মাচোডোনিয়ান ব্লেণ্ডৰ চিগাৰ ওঁঠত ল'লে। তাৰপিছত ৰনচন লাইটাৰটোৰে ওঁঠৰ চিগাৰ ধৰাই বহি থকা চ্যুইভেল ৰিভলভিং চেয়াৰখনত আৰামকৈ বহি—লাহে লাহে এমুখ ধোঁৱা এৰিলে।

আৰু ক'লে, বাৰ্ডেন, তোমাৰ আনুসন্ধান যতদূৰ সম্ভৱ এইখিনিলৈকে সু-সম্পন্ন হৈছে। ফ্ৰেজাৰ সম্পৰ্কে ইয়াৰ পিছৰ কথাখিনি বহুখিনি আনুমানিক। যি কথা তুমি ফাইলতো উল্লেখ কৰিছা। প্ৰখ্যাত চিত্ৰ প্ৰযোজক, পৰিচালক

ফ্রেজাৰে তেওঁৰ শেহতীয়া ছবি দুখনত বেয়াকৈ বিফল হৈছিল। বক্স অফিচত শোচনীয়ভাৱে ব্যৰ্থ হৈ ফ্রেজাৰৰ বিভিন্ন ঠাইত যথেষ্ট ধাৰ লাগিছিল।

ফ্রেজাৰ বিফল হোৱা তেওঁৰ শেহতীয়া ছবি দুখনত পেট্ৰিচিয়া নাছিল— যিহেতু পেট্ৰিচিয়াই বিয়াৰ ছমাহ পিছতে ফ্রেজাৰক ডাইভোৰ্চ কৰিছিল। কিন্তু শেহতীয়া ছবি দুখনত বেয়া ধৰণে মাৰ খাই ফ্রেজাৰে তেওঁৰ নৱ নিৰ্মিত ছবি ইট হেপেনড ইন ৱান নাইটত ৰিচাৰ্দৰপৰামৰ্শ মতেই পেট্ৰিচিয়াক নায়িকা ৰূপে লৈছিল। যতদূৰ সম্ভৱ পেট্ৰিচিয়াই ফ্রেজাৰৰ ছবিত পুনৰ অভিনয় কৰাৰ অন্তৰালত কিবা কু-মতলব আছিল আৰু ফ্রেজাৰেও হয়তো পেট্ৰিচিয়াৰ বিপুল ধন হাত কৰাৰ মতলব তলে তলে কৰিছিল, যাৰ বিষম ফলস্বৰূপ পেট্ৰিচিয়াই নিৰ্মম মৃত্যুক আকোৱালি লবলৈ বাধ্য হ'ল।

অনুমান হয় পেট্ৰিচিয়াই ফ্রেজাৰৰ এনে কিবা এটা বস্তু হস্তগত কৰিছিল যাৰ বাবে ফ্রেজাৰে পেট্ৰিচিয়াৰ জীৱন লবলৈও কুণ্ঠাবোধ নকৰিলে।

কিন্তু শেহতীয়াকৈ চাৰ্জেণ্ট ওৱায়ানে ফ্রেজাৰৰ সম্পৰ্কে যিখিনি তথ্য প্ৰেৰণ কৰিছে সেয়ে আমাৰ ধাৰণা নিভুৰ্ল হোৱা সম্ভাৱনা অধিক সুদৃঢ় কৰিছে।

আমি অচিৰেই প্ৰখ্যাত চিত্ৰ পৰিচালক, প্ৰযোজক, এসময়ৰ পেট্ৰিচিয়াৰ স্বামী, ট্ৰেচিৰ প্ৰেমিক ওৰফে পেট্ৰিচিয়াৰ হত্যাৰ লগত জড়িত বুলি সন্দেহ কৰা ফ্রেজাৰৰ সকলোৰে অগোচৰে থকা অন্ধকাৰ দিশৰ সম্পূৰ্ণ তথ্য উদ্ধাৰ কৰিব পাৰিম বুলি দৃঢ় ধাৰণা হয়।

বিশেষকৈ সেই নাইট ক্লাবৰ বেলীডেন্সাৰ মানিপেনী নামৰ যুৱতী গৰাকীৰ হত্যা এই পেট্ৰিচিয়া হত্যাৰ লগত জড়িত আছে বুলি ওৱায়ানে তথ্য দাঙি ধৰাৰ পিছত আমি বুজিব পাৰিছোঁ—মানিপেনী আনকি ট্ৰেচিক হত্যা কৰিবলৈও কোনো এক্সপাৰ্ট কীলাৰক নিয়োগ কৰা হৈছিল।

ট্ৰেচি আৰু মানিপেনীৰ হত্যা এনে নিখুঁত আৰু পৰিকল্পিতভাৱে সম্পন্ন হৈছিল যে, আমি নিশ্চিতভাৱে ধাৰণা কৰি লব পাৰোঁ- এইয়া কোনো এক্সপাৰ্ট কীলাৰৰ কাম।

ঠিকেই চাৰ—মানিপেনীৰ মৃত্যু একে আষাৰেই চুইচাইড কেচ বুলি ক'লে কোনেও হয়তো প্ৰমাণ কৰিব নোৱাৰিব যে মানিপেনীক হত্যাহে কৰা হৈছে। ঠিক সেইদৰেই প্ৰথম দৃষ্টিত ট্ৰেচিৰ হত্যাকাৰী ৰূপে ৰিচাৰ্দকে সন্দেহ যদিও প্ৰকৃততে হয়তো ৰিচাৰ্দে নহয় কোনো এক্সপাৰ্ট কীলাৰে ট্ৰেচিক হত্যা কৰি এনে এটা পৰিবেশৰ সৃষ্টি কৰিছে যাৰ বাবে ট্ৰেচিৰ হত্যাকাৰী ৰূপে প্ৰথমে ৰিচাৰ্দকে সন্দেহ হয়—এই একাধিক হত্যাকাণ্ডৰ পিছত কোনো এক্সপাৰ্ট কীলাৰৰ সু-পৰিকল্পিত চিন্তাধাৰা নিহিত আছে।

কিন্তু বাৰ্ডিন, আমি এই পৰ্যন্ত সংগ্ৰহ কৰিবলৈ সমৰ্থ হোৱা তথ্য অনুযায়ী ফ্রেজাৰক মানিপেনী আৰু ট্ৰেচিৰ হত্যাকাণ্ডৰ লগত জড়িত আছে বুলি প্ৰমাণিত কৰা দূৰৰেই কথা ফ্রেজাৰক কেৱল পেট্ৰিচিয়াৰ হত্যাকাৰী ৰূপেই

প্ৰমাণিত কৰিবলৈ আমাৰ হাতত এতিয়াও যথেষ্ট প্ৰমাণ নাই।

হয় চাৰ মই ভাবোঁ– উইলিয়াম আৰু নেন্সীক যেতিয়ালৈকে আমি কৰায়ত্ত কৰিব নোৱাৰোঁ তেতিয়ালৈকে ফ্ৰেজাৰেই যে পেটি্ৰচিয়াৰ প্ৰকৃত হত্যাকাৰী তাৰ নিশ্চিত প্ৰমাণ আমাৰ হাতত নাথাকিব।

কিন্তু বাৰ্ডিন—ইতিমধ্যে যদি ফ্ৰেজাৰে উইলিয়াম আৰু নেন্সীকো নিহত কৰি নিজৰ নিৰাপত্তা সুদৃঢ় কৰি ৰাখিছে?

অসম্ভৱ একো নহয় চাৰ।

অৱশ্যে আমাৰ এই জটিল সমস্যা সমাধানৰ এটাই পথ আছে।

কি পথ চাৰ?

চাৰ্জেন্ট ওৱায়ানে জনোৱা মতে নৰ্থ আটলাণ্টিকৰ কোনো এঠাইত উপকূলৰ পৰা যথেষ্ট আঁতৰত—হয়তো কোনো জাহাজৰ পৰা কোনোৱে টেন্সমিটাৰ যোগে যোৱা দুদিনৰ ভিতৰতে কেইবা বাৰো মেচেজ পঠিয়াইছে। যি মেচেজ আমাৰ এটা পুলিচ চকিৰ চাউণ্ড ডিটেক্টৰত ধৰা পৰিছে। মেচেজটোৰ ভাষা দুৰ্বোধ্য যদিও কেইবাবাৰো হেনো ফ্ৰেজাৰ নামটোৰ উল্লেখ আছে। মেচেজত চাৰ্টাৰ্ড প্লেনৰ কথাও উল্লেখ আছে।

গতিকে আমি যদি ধৰি লওঁ--পুলিচৰ বহু আকাঙ্ক্ষিত সেই ফ্ৰেজাৰেই চাৰ্টাৰ্ড প্লেনদি ক'ৰবালৈ পলোৱাৰ মতলব কৰিছে তেতিয়া হ'লে আমি চাৰ্টাৰ্ড প্লেন চলাচল কৰা নৰ্থ আটলাণ্টিকৰ ওচৰ পাজৰৰ সকলো কেইটা ঘাটিৰ ওপৰত দৃষ্টি ৰাখিব লাগিব। আনহাতে উক্ত মেচেজত এচ. কে. জি. নামৰ কোনো লোকৰ নামো উল্লেখ আছে। যদি এই উল্লিখিত এচ. কে জিয়েই সেই প্ৰখ্যাত এচ. কে. জি, যি এচ. কে জি স্কটল্যাণ্ড ইয়াৰ্ড, ৱেষ্টাৰ্ন ৰিজিয়ন, ইউনাইটেড ষ্টেটচ বুৰ' অব নাৰ্কটিকচৰ বাবে সন্ত্ৰাস—সেই এচ. কে জি যদি ফ্ৰেজাৰৰ লগ লাগিছে—তেতিয়াহলে আমি এই হত্যাকাণ্ডৰ সমাধান শীঘ্ৰে কৰাটো কঠিন হ'ব।

সেই ধুৰন্ধৰ এচ. কে. জিৰ নাম শুনিলেই আমাৰ বহুতো পুলিচে পিচ হুহকিব। কিয়নো এচ. কে. জিৰ মহিমা সকলোৰে জ্ঞাত। এচ. কে. জি. কেৱল অতি শিয়ান হত্যাকাৰী বা স্মাগলাৰেই নহয়, এচ. কে. জি. সঁচাকৈয়ে এটা জিনিয়াচ। এচ. কে. জি. যেন এটা অলৌকিক শক্তি সম্পন্ন ব্যক্তি। নহ'লে সহস্ৰ সতৰ্ক দৃষ্টি নেওচিও এচ. কে. জিয়ে কৰিম বোলা কামটো কেনেকৈ যে সহজেই সম্পন্ন কৰি তোলে ভাবিলেও বিচুতি খাব লাগে। গতিকে যিমানেই সাহসী পুলিচ নহওক এচ. কে. জিৰ নাম শুনিলে ফেপেৰি পাতি লবলৈ সতকাই আগ নাবাঢ়িব। জানি শুনি কোনেনো জীয়া জুইত জাপিয়াই পৰিব?

বিশেষকৈ কিছুকাল আগতে নিউ অৰ্লিনচত পুলিচৰ এচ. কে. জিৰ লগত যি সংঘৰ্ষ হৈছিল সেই সংঘৰ্ষত এচ. কে. জিৰ দলৰ বিস্তৰ ক্ষতি হৈছিল যদিও

পুলিচৰ দলবো যি বিপুল ক্ষতি সাধন হৈছিল সেই দুৰ্যোগৰ ইতিহাস পুলিচৰ বাবে চৰম বিপৰ্যয়ৰ কাহিনী। সেই ঘটনাৰ পিছত এচ. কে. জিৰ নাম শুনিলেই বহুতো পুলিচ বিষয়াই ফালৰি কাটিব খোজে।

সি যিয়েই হওক বাৰ্ডিন! এতিয়া আমাৰ প্ৰথমেই কাম হ'ব—সমুদ্ৰৰ যি ঠাইৰ পৰা কেইবাবাৰো টেন্সমিটাৰ যোগে মেচেজ প্ৰেৰণ কৰা বুলি অনুমান হৈছে, অতি শীঘ্ৰে সেই ঠাই চলাথ কৰা। আশা কৰা যায় এই চলাথ কাৰ্য সফলকাম হ'লে—ফেজাৰৰ অস্তিত্বও হয়তো উদ্ধাৰ কৰিব পৰা যাব আৰু ফেজাৰৰ অস্তিত্বও উদ্ধাৰ কৰিব পাৰিলেই নেন্সী আৰু উইলিয়ামৰো অতি লগাব পৰা যাব।

বাৰ্ডিন! আমাৰ মানুহ এনেদৰে নিয়োগ কৰা যাতে সমুদ্ৰৰ আমাৰ আয়ত্বৰ ভিতৰত থকা সকলো কেইটা বন্দৰ আৰু চাৰ্টাৰ্ড প্লেনৰ সকলো কেইটা ঘাটিত সতৰ্ক পুলিচৰ দৃষ্টি নেওচি ফেজাৰে যাতে গা-বচাই পলাব নোৱাৰে।

সেই ক্ষেত্ৰত সকলো সতৰ্কতামূলক ব্যৱস্থা গ্ৰহণ কৰা হৈয়ে আছে চাৰ। সকলো পুলিচ চকিকে সাৱধান কৰি দিয়া হৈছেই। প্ৰতিথন গাড়ীৰ তালাচী লবলৈও সকলোকে নিৰ্দেশ দিয়া হৈ গৈছে। কেৱল বন্দৰবোৰতহে এতিয়াও সতৰ্ক ব্যৱস্থা গ্ৰহণ কৰা হোৱা নাই। সেই ব্যৱস্থাও শীঘ্ৰেই হ'ব চাৰ।…

যথেষ্ট আহল বহল কমটোৰ একাষে থকা বৃহৎ টেবুলখনৰ ওপৰত পৰিপাটিকৈ একাধিক ফাইল। তাৰ কাষতে তিনি ৰঙৰ তিনিটা ফোন।

লেফটেনেণ্ট বাৰ্ডিনে কিবা এটা খবৰৰ আশাত ধৈৰ্যৰে বাট চাই কমটোৰ ভিতৰতে ইফালে সিফালে অহা-যোৱা কৰি মাজে মাজে ফোন কেইটালৈ আশাৰে চাইছে—যেন এই মুহূৰ্তত ফোনত আহিব বাৰ্ডিনে আশা কৰা সেই বাৰ্তা।

হঠাতে ৰঙা ৰঙৰ ফোনটো সজোৰে বাজি উঠিল।

বাৰ্ডিনে উৎফুল্লতাৰে ফোনটো দাঙি ল'লে—আশাকৰা মতেই ওৱায়ানৰ ফোন।

ওৱায়ানে ক'লে—নৰ্থ আটলাণ্টিকৰ আৰ্জোচ দ্বীপৰ পূৱফালে কোনো এঠাইত এখন বৈ থকা জাহাজ দৃষ্টিত পৰিছে। এই বৈ থকা জাহাজখনত নিঃসন্দেহে কিবা এটা ৰহস্য আছে। বাৰ্মোডা দ্বীপৰ পৰাও এই জাহাজখনৰ অস্তিত্বৰ কথা আমাৰ পুলিচে জনাইছে। এই জাহাজ জব্দ কৰাৰ কিবা এটা সু-ব্যৱস্থা হ'ব লাগে।

বাৰ্ডিনে ওৱায়ানৰ লগত কথোপকথন শেষ কৰি বগা ফোনটো দাঙি লৈ পুলিচ হেডকোৱাৰ্টাৰত ডেপুটি চীফ কনৰাডৰ লগত সংযোগ কৰি ওৱায়ানৰ কথাখিনি

সংক্ষিপ্তভাৱে জনালে।
কনৰাডে বাৰ্ডিনক এই ক্ষেত্ৰত লব লগা বিশেষ ব্যৱস্থাৰ বাবে নিৰ্দেশ দিলে।
বাৰ্ডিনে এইবাৰ সেউজীয়া ফোনটো দাঙিলে পুনৰ ওৱায়ানাৰ লগত যোগাযোগ কৰি পুলিচ ডেপুটিক চীফ কনৰাডৰ নিৰ্দেশৰ কথা দোহাৰি ট্ৰেনটন, ফিলাডেলফিয়া, কেমডেন আটলাণ্টিক চিটি, ডভাৰ, আনাপলিচ নৰ্থকেৰলিনাৰ পুলিচক সাগৰৰ ৰক্ষাকাৰী নাও বম্বাৰ্ড আৰু স্পীড ব'ট লৈ আৰ্জেণ্টিনাপ সম্মুখত ৰাখি এই বৈ থকা জাহাজখনক উপলক্ষ্য কৰি যাত্ৰা কৰাৰ কথা কৰলৈ ক'লে। বাৰ্ডিনে ওৱায়ানক এই কথা কবলৈ নাপাহৰিলে যে—এই পুলিচ দল সমূহ যাতে অস্ত্ৰশস্ত্ৰ লৈ সাজু হৈ যায় আৰু আৱশ্যক অনুসৰি হেলিকপ্টাৰো ব্যৱহাৰ কৰে। কিয়নো ফেজাৰে পুলিচৰ আক্ৰমণ প্ৰতিহত কৰিবলৈ হয়তো সশস্ত্ৰ বাহিনী মজুত ৰাখিবও পাৰে।
বাৰ্ডিনৰ কথা শেষ নহ'ল, তাৰ আগতেই টেবুলৰ ৰঙা ফোনটো সজোৰে বাজি উঠিল।
বাৰ্ডিনে ওৱায়ানক থমকি ৰবলৈ কৈ ফোনটো দাঙি ললে - ফোনটো আহিছে আটলাণ্টিক চিটিৰ পৰা।
ফেজাৰক আটলাণ্টিক চিটিত পুলিচে আৱিষ্কাৰ কৰিছে। কিন্তু পৰিতাপৰ কথা অলপৰ বাবে ফেজাৰ পুলিচৰ হাতত জব্দ নহ'ল। আটলাণ্টিক চিটিৰ পুলিচৰ মতে পুলিচে বিচাৰি ফুৰা ফেজাৰেই নিঃসন্দেহে এইজন ফেজাৰ আৰু তেওঁ ৰঙা ৰঙৰ ৰেণো স্পৰ্টচ কাৰ এখন লৈ কেমডেন অভিমুখে অগ্ৰসৰ হৈছে। সম্ভৱতঃ ফেজাৰৰ লক্ষ্য ফিলাডেলফিয়া হৈ ট্ৰেনটন।
বাৰ্ডিনে পুনৰ ওৱায়ানলৈ ফোন দাঙি লৈ পুলিচৰ বেহু্য ভেদ কৰি কেমডেন, ফিলাডেলফিয়া অভিমুখে ফেজাৰৰ পলায়নৰ কথা ক'লে আৰু ফিলাডেলফিয়াৰ পুলিচক যিকোনো প্ৰকাৰে ফেজাৰৰ জব্দ কৰাৰ কথা সচকিত কৰাৰ কথা উনুকিয়ালে।
তাৰপিছত বাৰ্ডিনে ফেজাৰৰ পলায়নৰ কথা পুলিচ ডেপুটি চীফ কনৰাডক জনাই খৰগতিৰে বাহিৰত লিফটত উঠিল। তাৰপিছত সাজু হৈ থকা পুলিচ জীপত উঠি ট্ৰেনটন অভিমুখে গতি কৰিলে।
বাৰ্ডিনৰ গাড়ী তীব্ৰ গতিত অগ্ৰসৰ হ'ল।
বাৰ্ডিনৰ এতিয়া এটাই চিন্তা—ফেজাৰৰ মতলব কি? ফেজাৰে যদি চাৰ্টাৰ্ড প্লেনলৈ পলোৱাৰ মতলবেই আছিল তেতিয়াহলে আটলাণ্টিক চিটিৰ যি কোনো চাৰ্টাৰ্ড প্লেন কোম্পানীৰ পৰা যিকোনো ঠাইলৈ পলোৱাৰ সুযোগ কিয় ফেজাৰে গ্ৰহণ নকৰিলে। তাকে নকৰি একাধিক পুলিচ বেহু্য ভেদ কৰাৰ ৰিস্ক কিয় ফেজাৰে ল'ল?
এয়েই দৃঢ় প্ৰতিপন্ন কৰে—ফেজাৰে কেমডেন অভিমুখে অগ্ৰসৰৰ অন্তৰালত নিঃসন্দেহে কিবা ৰহস্য আছে। যতদূৰ সম্ভৱ ফেজাৰৰ লক্ষ্য ট্ৰেনটন। ট্ৰেনটনৰ

পেট্ৰিচিয়াত বাসভৱন অভিমুখেই হয়তো ফেজ্ৰাৰ এই আগমন।
সি যিয়েই হওক চিন্তাৰ কোনো কাৰণ নাই। যিহেতু প্ৰখ্যাত চিত্ৰাভিনেত্ৰী পেট্ৰিচিয়াৰ নিজা বাসভৱন—যিটো বাসগৃহত পেট্ৰিচিয়া আততায়ীৰ গুলীত নিহত হৈছিল—সেই ঘৰ সম্প্ৰতি পুলিচৰ কৰ্তৃত্বত। গতিকে ফেজ্ৰাৰে পেট্ৰিচিয়াৰ সেই ঘৰত প্ৰৱেশ কৰিবলৈ যোৱা মানে পুলিচৰ হাতত সহজেই জব্দ হোৱা।
কিন্তু পেট্ৰিচিয়াৰ বাসগৃহত কি এনে বস্তু আছে যাৰ বাবে ফেজ্ৰাৰে এনে দুঃসাহস কৰিবলৈও কুণ্ঠাবোধ কৰা নাই? হয়তো পেট্ৰিচিয়াৰ বাসভবনত ফেজ্ৰাৰ সম্পৰ্কে এনে কিবা ডকুমেণ্ট আছে যি ডকুমেণ্টৰ বাবেই ফেজ্ৰাৰে মৃত্যুৰ মুখামুখি হৈও পুলিচৰ কটকটীয়া সতৰ্ক দৃষ্টিকো কেৰেপ নকৰি বে-পৰোৱা ভাৱেই অগ্ৰসৰ হৈছে।

* * *

উত্তেজনাত ফেজ্ৰাৰৰ কপালত বিন্দু বিন্দু ঘাম বিবিঙিছে।
ফেজ্ৰাৰৰ বেগো স্পৰ্টছ কাৰখন যেন চুপাৰচনিক বিমানলৈহে ৰূপান্তৰ ঘটিছে। ইমান তীব্ৰ গতিত গাড়ী চলোৱাৰ কথা ফেজ্ৰাৰৰ কাহানিও মনত নপৰে। কিন্তু সম্মুখত যিহেতু জীৱন মৰণ সমস্যা গতিকে ফেজ্ৰাৰে যিমান সোনকালে পাৰে ট্ৰেনটন পোৱাটো আৱশ্যক। কিয়নো উইলিয়াম নামৰ সেই চোৰটোৱে যদি ভুৱা দিয়া নাই ফেজ্ৰাৰৰ অন্ধকাৰ জীৱনৰ ডকুমেণ্টচ সদৃশ্য সেই ফটো নিগেটিভৰ ৰ'লটো পেট্ৰিচিয়াৰ বাসভৱনৰ এটা ফুলটাবত উইলিয়ামে পেলাইছিল। এই নিগেটিভৰ ৰ'লটো ফেজ্ৰাৰে যিকোনো প্ৰকাৰে উদ্ধাৰ কৰিবই লাগিব। নহ'লে পেট্ৰিচিয়াৰ হত্যা, ট্ৰেচিৰ হত্যা, মানিপেনীৰ হত্যা, নেন্সীৰ হত্যা, ডনাল্ডৰ হত্যা আৰু অৱশেষত উইলিয়ামৰ হত্যাৰ কোনো অৰ্থ নাথাকিব।
পেট্ৰিচিয়াক হত্যা কৰিবলৈ গৈ বাধ্য হৈ ফেজ্ৰাৰে ইমানবোৰ হত্যাকাণ্ডৰ লগত জড়িত হৈ পৰিল। এটা হত্যাকাণ্ড ঢাকিবলৈ গৈ একাধিক হত্যাকাণ্ড। ছিঃ ছিঃ কিযে সৰ্বনাশ নহ'ল। এতিয়া ফেজ্ৰাৰৰ পথ এটাই, যিকোনো প্ৰকাৰে সেই নিগেটিভ উদ্ধাৰ কৰি পলায়ন কৰা।
কিন্তু পেট্ৰিচিয়াৰ সেই বাসভৱনৰ পৰা ডকুমেণ্টৰ উদ্ধাৰ কৰাটো জানো সম্ভৱ হ'ব? পুলিচৰ চকুত ধূলি মাৰি এই কাৰ্য জানো সুকলমে সমাপন কৰিব পৰা যাব? সকলো নিৰ্ভৰ ক'ৰছে ভাগ্যৰ ওপৰত। ভাগ্য সুপ্ৰসন্ন থাকিলেহে এনে দুৰ্বহ কামো সফল হোৱাটো সম্ভৱ।
ফেজ্ৰাৰে অবিৰাম চিন্তাৰ লগে লগে গাড়ীৰ গতিও নিৰ্দিষ্টকৈ ৰখাত হেমাহী কৰা নাই। তীৰবেগে গাড়ী অগ্ৰসৰ হৈছে—কেৱল গাড়ীৰ ইঞ্জিনৰ যেন প্ৰতিবাদৰ গো-গোৱনি।
আটলাণ্টিক চিটিত পুলিচে—ফেজ্ৰাৰক প্ৰায় ধৰি পেলাইছিল। কাণে কাণ মাৰিহে আটলাণ্টিক চিটিৰ পুলিচৰ কৱলৰ পৰা ফেজ্ৰাৰে ৰক্ষা পৰিল।

ফেৰ্জাৰৰ হঠাত খিৱাল হ'ল—ইতিমধ্যে ফেৰ্জাৰ ট্ৰেনটনত প্ৰবেশ কৰিলে। ভৱাতকৈও কম সময়ত ফেৰ্জাৰে ইমান দূৰ অগ্ৰসৰ হৈছে। এতিয়া সুকলমেই কামটো সমাধা হ'লেই হ'ল।

ভূপাথী, সফিউল্লা আৰু এম. জি. এৰ দল নিশ্চয় ইতিমধ্যে পোৰ্ট্ৰিচয়াৰ বাসভৱনৰ নিচেই কাষ চাপিছে। ভূপাথী, সফিউল্লা, এম. জি. এৰ নেতৃত্বত আধুনিক অস্ত্ৰ-শস্ত্ৰৰে সু-সজ্জিত দলটোক নিৰ্দেশ দেওৱা হৈছে—আৱশ্যক হ'লে পুলিচৰ আক্ৰমণ যাতে প্ৰতিহত কৰা হয়। আনকি প্ৰয়োজন হলে প্লাস্টিক বম্ব প্ৰয়োগ কৰিবলৈও যাতে কুণ্ঠাবোধ কৰা নহয়।

অৱশ্যে ফেৰ্জাৰৰ প্ৰতিজন ভয়াবহ সশস্ত্ৰ সহযোগীয়েই জানে কাম সমাধা নোহোৱাকৈ উভতি অহা মানেই নিশ্চিত নৃশংস মৃত্যুক হাতবাউলি দিয়া। তদুপৰি ফেৰ্জাৰৰ ভূপাথী সফিউল্লাৰ দৰে বিশ্বস্ত সহযোগীৰ ওপৰত প্ৰভূত আস্থা আছে। সৰুসুৰা পুলিচ বাহিনীৰ কি সাধ্য ভূপাথী, সফিউল্লাৰ কাৰ্যক বাধা দিয়ে। জীৱন পণ কৰিও ভূপাথী আৰু সফিউল্লাই যে শেষ চেষ্টা চলাব তাত কোনো সন্দেহ নাই। কিন্তু এই সংকটৰ সময়ত এচ. কে. জি নামৰ সেই দুৰ্ধৰ্ষ মানুহটো ফেৰ্জাৰৰ লগত থকা হ'লে ইমান চিন্তাৰ কথাই নাছিল। সঁচাকৈয়ে মানুহটো যেন অলৌকিক শক্তি সম্পন্ন। কেনেকৈ যে মানুহটোৱে ইমান সহজতে সকলো কাম সম্পন্ন কৰে ভাবিলেও আচৰিত হ'ব লাগে। কিন্তু ফেৰ্জাৰৰ অনুতাপ হয়—সেই মানুহটোকে ফেৰ্জাৰে প্ৰতাৰণা কৰিলে। ফেৰ্জাৰে যে—এচ. কে. জিক নিৰ্দিষ্ট সময়ত কণ্টিনেণ্টেল বেংকত প্ৰাপ্য ধনখিনি দিয়াৰ প্ৰতিশ্ৰুতি দিছিল। নিশ্চয় এতিয়ামানে সেই এচ. কে. জিও ফেৰ্জাৰৰ সন্ধান আৰম্ভ কৰি দিছে।

ফেৰ্জাৰৰ মনত চিন্তাই হিল্লোল তুলিলে। ভয়, উত্তেজনাত ফেৰ্জাৰৰ বুকুখন দুৰু দুৰু কৈ কঁপিছে।

হঠাতে ফেৰ্জাৰৰ গাড়ীত সংযোজিত চিংক্ৰাফোনত ভূপাথীৰ মাত ভাহি উঠিল।

ভূপাথীয়ে ফেৰ্জাৰৰ সঁহাৰি পোৱাৰ লগে লগে একে উশাহে ক'লে—নিশাৰ আন্ধাৰত ভালকৈ একো অনুমান কৰিব নোৱাৰি যদিও যতদূৰ সম্ভৱ সশস্ত্ৰ পুলিচ বাহিনীয়ে গ্ৰীণভেলি সম্পূৰ্ণৰূপে আবৰি ৰাখিছে। যি যিয়েই হওক আমি এই মুহূৰ্ততে গ্ৰীণভেলিত প্ৰৱেশ কৰিম।

ফেৰ্জাৰৰ ধীৰে ধীৰে ধৈৰ্যৰ বান্ধ খোল খাইছে। ফেৰ্জাৰে যেন ইয়াতকৈ বেছি উত্তেজনা আৰু সহ্য কৰিব নোৱাৰে।

ফেৰ্জাৰে লাহে লাহে গাড়ীৰ গতি কমালে। আৰু কিছুদূৰ অগ্ৰসৰ হৈয়েই ফেৰ্জাৰৰ চকুত পৰিল গ্ৰীণভেলিৰ লাইটৰ পোহৰ।

ফেৰ্জাৰে অলপ আঁতৰৰ সতকাই দৃষ্টিত নপৰা এডোখৰ ঠাইত গাড়ী ৰাখি গাড়ীৰ পৰাই গ্ৰীণভেলিৰ ওপৰত দৃষ্টি ৰাখি পৰিস্থিতি অধ্যয়ন কৰিলে।

হঠাতে এটা গুলীৰ শব্দ ফ্রেজাৰৰ কাণত পৰিল। তাৰপিছত চাৰ-মেচিনগানৰ অহৰহ শব্দত ফ্রেজাৰ হতাশ হৈ পৰিল। তাৰমানে সকলো আশা ভৰসা অথলে গ'ল।

কিন্তু খন্তেক পিছতে গুলী বাৰুদৰ সকলো শব্দ তল পেলাই ফ্রেজাৰৰ গাড়ীত সংযোজিত চিংক্রোফোন পুনৰ শব্দ কৰি উঠিল। চিংক্রোফোনত ভূপাথীৰ মৃত্যুকাতৰ ধ্বনি—চাৰ শীঘ্রে পলাওক। পুলিচৰ প্রচণ্ড আক্রমণৰ সম্মুখত আমাৰ ক্ষুদ্র দল ছেদেলি ভেদেলি হৈ পৰিছে। যিকোনো মুহূর্তত... ভূপাথীয়ে অতি কষ্টৰে সেহাই সেহাই কোৱা বাক্যটো সম্পূর্ণ নহ'ল। হয়তো ইতিমধ্যে ভূপাথীয়ে মৃত্যুক আকোৱালি ল'লে অথবা পুলিচে ভূপাথীৰ হাতৰ পৰা চিংক্রোফোনটো হস্তগত কৰিলে।

ফ্রেজাৰে আৰু এক মুহূর্তও অপেক্ষা নকৰি তীব্রগতিত গাড়ী এৰিলে। ফ্রেজাৰ হতাশাত ভাগি পৰিল—ইমান পৰিকল্পনা, আশা ভৰসা সকলো বিফলে গ'ল। এতিয়া পুলিচৰ সতর্ক দৃষ্টিৰ পৰা নিজকে উদ্ধাৰ কৰিবলৈ চেষ্টা কৰাৰ বাহিৰে কোনো গত্যন্তৰ নাই। যি কোনো প্রকাৰে ফিলাডেলফিয়া পালেই তাতে লক্‌হিড কোম্পানীৰ চাৰ্টার্ড প্লেন সাজু ব'ব। তাৰ পৰা যিকোনো প্রকাৰে মিয়ামি পালে উদ্ধাৰৰ পথ হয়তো পোৱা যাব। ...

মাজনিশাৰ মুকলি পথত ফ্রেজাৰৰ বেণো গোঁ গোঁ শব্দ কৰি বুলেটৰ গতিৰে অগ্রসৰ হৈছে। ফ্রেজাৰে আত্মতুষ্টি লাভ কৰিলে যে—কম সময়ৰ ভিতৰতে নিৰাপত্তামূলক দূৰত্বত নিজেই উপনীত হ'ব পাৰিছে। আৰু কিছদূৰ বাধা নোপোৱাকৈ এনেদৰে অগ্রসৰ হ'ব পাৰিলেই—ফ্রেজাৰ ফিলাডেল-ফিয়াত প্রবেশ কৰিব। তাৰপিছত...

হঠাৎ ফ্রেজাৰৰ ভাব হ'ল—বহু আঁতৰত যেন আন এখন গাড়ীৰ হেড লাইটৰ নিস্তেজ পোহৰ দেখা গৈছে। ফ্রেজাৰক অনুসৰণ কৰা গাড়ী নহয়তো? বোধকৰোঁ ফ্রেজাৰক অনুসৰণ কৰা গাড়ীয়েই হয়। তাৰ মানে পুলিচ...?
দুয়োখন গাড়ীৰ মাজৰ ব্যৱধান যেন লাহে লাহে কমি আহিছে।

ফ্রেজাৰে বেণোৰ গতি অধিক কৰিবলৈ এটা শেষ চেষ্টা দিলে—কিন্তু বেণোৰ গতি আৰু বঢ়াৰ কোনো পথ নাই। যিহেতু স্পীডৰ কাটা গৈ ইতিমধ্যে শীর্ষ বিন্দুতে আছে।

ফ্রেজাৰ ভয় উৎকণ্ঠাত বিহ্বল হৈ পৰিল। পিছৰ গাড়ীখনে যথেষ্ট ব্যৱধান ইতিমধ্যে কমাই পেলাইছে। পিছৰ গাড়ীখন এতিয়া সুস্পষ্ট হৈ পৰিল।

ফ্রেজৰ নিজৰ হিতাহিত জ্ঞান, ধৈর্য, সাহস অশেষ চেষ্টাৰে স্থিৰেৰে ৰাখি গাড়ীৰ গতি তীব্রতৰ কৰিয়েই ৰাখিছে।

কিন্তু অকস্মাৎ এটা গুলী আহি ফ্রেজাৰৰ বেণোৰ পিছৰ আয়নাত লাগি প্রচণ্ড শব্দ তুলি আয়নাখন ভাঙি থানবান হৈ গ'ল।

ফ্রেজাৰে অকাই পকাই গাড়ী চলাবলৈ ধৰিলে।

আৰু এটা গুলী আহি বেগোৰ গাত লাগি চিটিকি গ'ল।

ফ্ৰেজাৰে ভাবিলে উদ্ধাৰৰ আৰু কোনো পথ নাই। তথাপিও ফ্ৰেজাৰে মৰণত শৰণ দি শেষ চেষ্টা চলালে।

ইতিমধ্যে বেগোৰ গতি কমি আহিছিল। হয়তো ইঞ্জিনত কিবা বিজুটি ঘটিল। ফ্ৰেজাৰে আৰু সকলো আশা বাদ দি এইবাৰ চাব-মেচিনগান হাতত তুলি ল'লে আৰু পলক নেপেলোৱাকৈ পিছৰ গাড়ীখনক লক্ষ্য কৰি অবিৰাম গুলী বৰ্ষিবলৈ ধৰিলে।

কিন্তু বুলেট প্ৰুফ পিছৰ গাড়ীখনে ফ্ৰেজাৰৰ গুলীৰ বৰষুণলৈ ভ্ৰূক্ষেপ নকৰি গুলীৰ প্ৰত্যুত্তৰ দি গ'ল।

এইবাৰ এটা গুলী আহি ফ্ৰেজাৰৰ গাড়ীৰ চকাত লাগি প্ৰচণ্ড শব্দ তুলিলে। ফ্ৰেজাৰৰ বেগো আৰু অলপ দূৰ আগবাঢ়ি কোনোমতে পাহাৰৰ তললৈ নপৰাকৈ কাষৰ এটা সৰু শিলত লাগি বৈ গ'ল। আৰু সামান্য ইফাল সিফাল হ'লেই বেগো গৈ পাহাৰৰ তলি পালেগৈহেঁতেন।

ফ্ৰেজাৰে একেজাপেই গাড়ীৰ পৰা বাহিৰ হৈ গাড়ীৰ আঁৰ লবলৈ চেষ্টা কৰিলে।

কিন্তু তাৰ আগতেই এটা গুলীয়ে ফ্ৰেজাৰৰ হাতত বিন্ধিলে। ফ্ৰেজাৰৰ হাতৰ পৰা চাব-মেচিনগান চিটিকি পৰিল।

সেই মুহূৰ্ত্তে পিছৰ গাড়ীখন আহি ফ্ৰেজাৰৰ কাষত থিয় হ'ল।

কিন্তু এই সংকট মুহূৰ্ত্তো ফ্ৰেজাৰে তেওঁৰ অনুসৰণকাৰী গাড়ীত যাক দেখিলে—সেইয়া ফ্ৰেজাৰৰ কল্পনাতীত আছিল।

এচ· কে· জি ??? এচ· কে· জি·—তুমি ??

এচ কে· জিৰ ওঁঠত বীভৎস হাঁহি। মই দিয়াৰ ফ্ৰেজাৰ, এই এচ· কে· জিক ভুৱা দিব পৰা লোক জন্মাই নাই। তুমি হয়তো ভাবিছিলা তুমি সহজেই এই এচ কে· জিক প্ৰতাৰণা কৰিব পাৰিবা। কিন্তু তোমাৰ ধাৰণা ভুল আছিল ফ্ৰেজাৰ। সহস্ৰ পুলিচৰ চকুত ধূলি মাৰিব পাৰিলেও তুমি এই এচ· কে· জিক প্ৰবঞ্চনা কৰিব পাৰিম বুলি ভবাটো ভুল হৈছিল। তুমি নিশ্চয় বুজিব পাৰিছা—এচ· কে· জিৰ লগত বিশ্বাসঘাতকতাৰ পৰিণাম মৃত্যু। নৃশংস মৃত্যু। গতিকে ফ্ৰেজাৰ ··

ইতিমধ্যে পাহাৰৰ তলিলৈ ফ্ৰেজাৰৰ বেগো গাড়ীখন পৰি নোযোৱাকৈ ধৰি ৰখা শিলটো অলপ অলপ কৈ এৰাই গৈছিল। আৰু গাড়ীখনো ধীৰে ধীৰে পাহাৰৰ তলিৰ ফালে গতি কৰিছিল। আৰু কেইটামান মুহূৰ্ত্ত অতিবাহিত হ'ল—এচ· কে· জিয়ে তৎ ধৰাৰ আগতেই গাড়ীখন পাহাৰৰ তলিলৈ সৰি পৰিল।

কিন্তু তাৰ আগ মুহূৰ্ত্তে ফ্ৰেজাৰে বেগোত থাপ মাৰি ধৰিলে।

চকুৰ পলকতে বেগোৰ লগতে ফ্ৰেজাৰ পাহাৰৰ অতল গহ্বৰলৈ গতি কৰিলে।...

—অন্ত—